# দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী

সংকলন আৰু সম্পাদনা
ডঃ মহেন্দ্ৰ বৰা






অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

DURGESWAR SARMA RACHANAVALI, complete works of Late Durgeswar Sarma : compiled and edited by Dr. Mahendra Bora, Professor of Assamese, Dibrugarh University and published by Sri Lila Gogoi, General Secretary, Asam Sahitya Sabha, Jorhat-1, Assam. First edition, December, 1978.

প্ৰকাশক :
অধ্যাপক লীলা গগৈ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
যোৰহাট-১

১ম তাঙৰণ
ডিচেম্বৰ, ১৯৭৮

মূল্য : পঁচিশ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# প্ৰকাশকৰ নিবেদন

৺দুৰ্গেশ্বৰ শৰ্মা এজন আগশাৰীৰ কবি আৰু নাট্যকাৰ। তেখেতৰ ৰচনাৱলী সম্প্ৰতি এখনো বজাৰত পাবলৈ নাই। অসম সাহিত্য সভাই প্ৰতিভাশালী লেখকসকলৰ ৰচনাৱলী সংগ্ৰহ কৰি পাতনিসহ সম্পাদনা কৰোৱাই প্ৰকাশ কৰি আহিছে। ৺শৰ্মাৰ ৰচনাৱলী সম্পাদনা কৰি উলিয়াই অসম সাহিত্য সভাক প্ৰকাশ কৰিবলৈ দিয়াত আমি ড° মহেন্দ্ৰ বৰালৈ কৃতজ্ঞতা জনাইছোঁ। ৺শৰ্মাৰ স্বত্বাধিকাৰী পুত্ৰ শ্ৰীযুত পৰমেশ্বৰ শৰ্মা, শ্ৰীযুত আনন্দেশ্বৰ শৰ্মা, শ্ৰীযুত মুকুটেশ্বৰ শৰ্মা, শ্ৰীযুত কুমুদেশ্বৰ শৰ্মা আৰু শ্ৰীযুত হৃষিকেশ্বৰ শৰ্মাই তেখেতসকলৰ পিতৃৰ ৰচনাৱলী প্ৰকাশৰ স্বত্ব আনন্দেৰে অসম সাহিত্য সভাক দিয়াত আমি তেখেতসকললৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। তিনি বছৰৰ পাছতে ৺শৰ্মাৰ জন্মশতবাৰ্ষিকী উদ্‌যাপন কৰোঁতে তেখেতৰ কাব্য আৰু নাটকৰ পুনৰ মূল্যায়ন কৰিব পৰা হ'ব বুলি আশা কৰিয়েই ৰচনাৱলী খৰ-খেদাকৈ প্ৰকাশ কৰা হ'ল।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট
২৫।১১।৭৮

(স্বাক্ষৰ)
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## সূচীপত্র

# অৱতৰণিকা

## ॥ সম্পাদনা-সংক্রান্ত ॥

'দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী' স্বনামধন্য কবি-নাট্যকাৰজনাৰ সকলোখিনি পূৰ্ব-প্ৰকাশিত আৰু অপ্ৰকাশিত ৰচনাৰ সামগ্ৰিক সংকলন। 'জোনাকী'ৰ জোনাক ফৰিংফুটা হৈ থাকোঁতেই পাতনি মেলি 'বাঁহী'ৰ সাতৰঙী পোহৰৰ লীলাখেলাৰ মাজতহে সামৰণি মৰা অতি বিৰল আৰু দীঘলীয়া সাহিত্যিক জীৱনৰ অধিকাৰী আছিল, ৺দুৰ্গেশ্বৰ শৰ্মা। অথচ, তেওঁ ৰচনা কৰি থৈ যোৱা পুথিৰ সংখ্যা ভাবিবলৈ টান লগাকৈ তাকৰীয়া। তেওঁৰ জীৱনকালত প্ৰকাশ পাইছিল, মাথোন দুখন কবিতাৰ পুথি—অঞ্জলি ( ১৯১০ ) আৰু নিবেদন ( ১৯২০ ); আৰু তিনিখন নাটক—পাৰ্থ-পৰাজয় ( ১৯০৯ ), চন্দ্ৰাৱলী ( ১৯১০ ) আৰু বালী বধ ( ১৯১২ )। কবিতাৰ পুথি দুখনে যদিও কেইবাটাও তাঙৰণৰ মুখ দেখিলে, নাটক তিনিখনৰ ভিতৰত মাথোন 'পাৰ্থ-পৰাজয়' খনহে নিশ্চয়কৈ তিনিবাৰ-ছপা হৈছিল আৰু 'চন্দ্ৰাৱলী'খন সন্দেহৰ থল থকাকৈ দুবাৰ।

'পাৰ্থ-পৰাজয়'ৰ শেহতীয়া তাঙৰণটো প্ৰকাশিত হৈছিল ১৯২৯ চনত। ইয়াৰ শিৰোনামা-পিঠিত এইকেইটা কথা সগৰ্বলীয়াকৈ পোৱা যায় : প্ৰকাশক ডিব্ৰুগড়ৰ শিৱনাথ ভট্টাচাৰ্য ( নক'লেও হ'ব, এওঁৱেই আছিল ভৱিষ্যতৰ খাতি অসমীয়া প্ৰকাশনা-প্ৰতিষ্ঠান 'ভট্টাচাৰ্য এজেন্সী'ৰ স্বত্বাধিকাৰী ), ছপাৰ তাৰিখ ১৮৫১ শক আৰু পুথিখনৰ দাম দহ ( জোঁটনিটো দিয়া আছে, বঙলুৱা ঠাঁচত 'দশ') অনা মাথোন। অসমীয়া নাটক তিনিবাৰকৈ ছপা হৈ ওলোৱাটো এতিয়াৰ বিবেচনাতো লেখত ল'বলগীয়া ঘটনা—অভাৱনীয় মঞ্চ-সাফল্যৰ উজ্জ্বল নিদৰ্শন।

'চন্দ্ৰাৱলী'ৰ দ্বিতীয় তাঙৰণ যদি দবাচলতে প্ৰকাশিত হৈছিল, তেনেহ'লে সেই তাঙৰণৰ প্ৰকাশক আছিল—গুৱাহাটীৰ পকবটা আশ্ৰমৰ শ্ৰীশ্ৰীশংকৰদেৱ লাইব্ৰেৰী। আমাৰ হাতত পৰা পুথিখনৰ শিৰোনামা-পিঠিটো ছপাৰ আখৰৰ নহয়, লেখকৰ নিজৰ হাতৰ আখৰৰহে। লগতে লেখকৰ হাতেলিখা আখৰৰ এখন কণমানি 'পাতনি'ও আছে : "এই নাটকখনি চেক্সপীয়েৰৰ 'এজ ইউ লাইক ইট' নাটকৰ গঢ়িলা লৈ লিখা হৈছে। সৰহভাগ অনুবাদকে যুগিব

পাৰি, কিন্তু উদ্দেশ্য আছিল আমাৰ সমাজৰ আৰু ৰঙ্গমঞ্চৰ উপযোগী কৰা। সেইকাৰণে পৰিবৰ্তন বহুত কৰিব লগা হৈছে। তাত অনেক মাধুৰ্য হ্ৰাস হৈছে। কেবা ঠাইতো অভিনয় হওঁতে, ঠাই বুজি কোনোৱে কোনোৱে নিজৰ ৰচিত গীত সুমাই লৈ নাটকৰ সৌন্দৰ্য বঢ়াই লৈছিল।" উল্লেখযোগ্য যে, হাতেলিখা শিৰোনামা-পিঠিত এশাৰী ইংগিতপূৰ্ণ কথা আছে, মাথোন 'বেচ' শব্দটোহে থকা এটি অসম্পূৰ্ণ বাক্যৰ ৰূপত। খুব সম্ভৱ, পুথিখনৰ বেচ নিৰ্ধাৰিত নহ'লেই! মূল নাটকখনৰ ছপা আখৰৰ ওপৰত হাতেলিখা আখৰৰ শুধৰণিবোৰলৈ চাই ধাৰণাটো গজগজীয়া হয়: শিৰোনামা-পিঠি আৰু পাতনিখন দুনাই ছপাবলৈ লোৱা তাঙৰণৰ কাৰণে যুগুতাই উলিওৱা ছপাশালৰ উপযোগী প্ৰতিলিপিহে—হয়তো সেই প্ৰস্তাৱিত সংস্কৰণে ছপাশালৰ মুখেই নেদেখিলে! যি কি নহওক, ৰচনাৱলীৰ অন্তৰ্ভুক্ত পুথিখনৰ পাঠ গ্ৰহণ কৰা হৈছে, লিখকৰ নিজ হাতৰ আখৰেৰে শুধৰাই থোৱা সেই প্ৰথম তাঙৰণৰে ছপা নাটকখনৰপৰা। শুধৰণিবোৰৰ ভিতৰত উল্লেখনীয় হ'ল গোটেইখন নাটকতে প্ৰথম তাঙৰণৰ 'নৈমিৰ বন'ৰ পৰিবৰ্তে উৎস-নাটকখনৰ 'ফৰেষ্ট অব আৰ্ডেন'ৰ প্ৰতিৰূপ হিচাপে মগ্নণতৰ 'নন্দন বন' শব্দটোৰ প্ৰয়োগ। দ্বিতীয়তে, নাটকখনত থকা গীতসমূহৰ শিতানত সেই কালৰ ৰীতি অনুসৰি প্ৰথম তাঙৰণত থকা ৰাগ-তালৰ উল্লেখসমূহ বাদ দিয়া হৈছে।

'উপাসনা' নানা আলোচনীত সিঁচৰত হৈ থকা আৰু কেঁচা পাণ্ডুলিপি অৱস্থাতে থকা অথচ পুথিৰ আকাৰত প্ৰকাশ নোপোৱা মুঠ পঁচিশটা কবিতাৰ সংকলন। ইয়াৰে প্ৰায়খিনি কবিতাৰ পম খেদি পুৰণি আলোচনীয় পাতত বিচাৰি পাইছোঁ। কিন্তু, কবিৰ পুত্ৰ-পৰিয়ালৰপৰা পোৱা হাতেলিখা প্ৰতিলিপিৰ লগত ছপা কবিতাৰ পাঠৰ অমিল ঘটা দেখা পাই, ছপা কবিতাৰ পাঠৰ গা'তে আঁউজি যথাযথ পাদটীকাৰ যোগান ধৰি প্ৰতিটো কবিতাৰ নিৰ্ভৰযোগ্য ৰূপ একোটি দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। দ্বিতীয়তে, কেইটামান কবিতাৰ ছপা পাঠ সংশ্লিষ্ট পুৰণি আলোচনী বিচাৰি নোপোৱাৰ কাৰণেই উদ্ধাৰ কৰিব পৰা নহ'ল। সিবিলাকৰ ক্ষেত্ৰত শুদ্ধ পাঠ নিৰ্ণয় কৰা হৈছে, হাতেলিখা প্ৰতিলিপিৰ পাঠ অনুযায়ী; আৰু সন্দেহস্থলত, যুক্তিযুক্ত অনুমান-প্ৰমাণৰ ভিত্তিত। ত্ৰুটি-বিচ্যুতি সকলোখিনি সম্পাদকৰ অক্ষমতা নিৰ্দেশক। যি কি নহওক, 'উপাসনা'ৰ এইমুঠি কবিতাৰ ভিতৰত সময়ৰ হিচাপত পোনপ্ৰথম

কবিতাটো হ'ল, 'তেজেৰেই মই'। কবিতাটো প্ৰকাশিত হৈছিল, 'আৱাহন' কাকতৰ ১ম বছৰ ১ম সংখ্যাত—১৮৫১ শকৰ কাতি মাহত। প্ৰণিধান-যোগ্য যে, ১৯২৯ চনত এই আলোচনীখনৰ জন্মই খুব সম্ভৱ তেওঁৰ বহুদিন ধৰি নিতাল মাৰি থকা কবি-আত্মাক আকৌ এবাৰ প্ৰবলভাৱে জোকাৰি গৈছিলহি। সেয়েহে, 'আৱাহন'ৰ প্ৰথম পাঁচোটো সংখ্যাৰ প্ৰতিটোৱে অন্ততঃ একোখিলাকৈ পাত তেওঁৰ কবিতাই শুৱনি কৰি থৈছে। তাৰ পাচতো দ্বিতীয় বছৰৰ শেষ সংখ্যাটোলৈকে ধাৰাবাহিক ৰূপত নহ'লেও অতি বেচি দুটা নাইবা তিনিটা সংখ্যা এৰি পাচৰটো সংখ্যা তেওঁৰ কবিহস্তৰ স্বাক্ষৰ নিয়মীয়াকৈ থৈ যাবলৈ পাহৰা নাছিল। 'উপাসনা'ত অন্তৰ্ভুক্ত কবিতাসমূহৰ ভিতৰত আটাইতকৈ শেহতীয়া কবিতাকেইটা প্ৰকাশিত হৈছিল, 'বাযধেনু'ৰ পাতত। আৰু, সিবিলাকৰ ভাবনা-প্ৰযোজনাৰ মাজতেই কোনোবা এটা পৰত তেওঁৰ কবি-জীবন থমকি ৰৈছিলহি।

তেওঁৰ অপ্ৰকাশিত নাটক 'পদ্মাৱতী'ৰ দুটা হাতেলিখা প্ৰতিলিপি আমাৰ হাতত পৰিছে। এটা প্ৰতিলিপিৰ পাঠ তুলি থৈছিল, বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মাদেৱে তাহানি ১৯৫৭ চনতে,—কবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ সোণাৰিৰ ঘৰ 'সোণালী পাম'ৰ ব্যক্তিগত পুথিভঁৰালত পোৱা মূল পাণ্ডুলিপিৰপৰা। আন এটা প্ৰতিলিপি দুৰ্গেশ্বৰ শৰ্মাদেৱৰ গুৱাহাটীৰ নিজা বাসভৱন 'কমল কুটিৰ'তে সংৰক্ষিত হৈ আছিল। সেইখনৰ ঠায়ে ঠায়ে নাট্যকাৰ গৰাকীৰ নিজৰ হাতৰ আখৰেৰে শুধৰোৱা অকল শব্দৰ শুধৰণিয়েই নহয়, মাজে মাজে পৰিবৰ্ধিত সংলাপ আৰু মঞ্চ-নিৰ্দেশনাও আছে। দুখৰ কথা, দুয়োটা প্ৰতিলিপিয়েই অসম্পূৰ্ণ। আমি নাট্যকাৰজনাৰ নিজৰ হাতৰ চাৰ পৰা দ্বিতীয়টো প্ৰতিলিপিৰপৰাই মূল পাঠ গ্ৰহণ কৰিছোঁ। যখোন অস্পষ্টতাৰ ক্ষেত্ৰত উদ্ধৃতি খাবলগীয়া হ'লেহে, প্ৰথমটো প্ৰতিলিপিৰ পোহৰত সঠিক পাঠৰ সন্ধান লৈছোঁ। যি কি নহওক, দ্বিতীয়টো অধিক নিৰ্ভৰযোগ্য প্ৰতিলিপিৰ পাঠ থমকি ৰৈছেহি, ৫ম অংক ৪ৰ্থ গৰ্ভাংকৰ 'বিচাৰিলোঁ মৰা-জীয়া ক'তো পোৱা নাই' বাক্যটোৰে শেষ হোৱা কিংকৰৰ মুখৰ উক্তিটোত। সেইখিনিৰপৰা কিছু দূৰলৈকে আমি সম্পূৰ্ণভাৱে প্ৰথমটো প্ৰতিলিপিৰেই আশ্ৰয় গ্ৰহণ কৰিছোঁ। কিন্তু সেইটো প্ৰতিলিপিও থমকি ৰৈছেহি, মহীপালৰ মুখৰ 'যদিও জানিছোঁ তুমি তাকে ক'বা বুলি' উক্তিটোৰ শেষত। 'পদ্মাৱতী'

আমাৰ নাট্যসাহিত্য-ভঁৰালৰ এটি আপুৰুগীয়া সম্পদ—চেক্সপীয়েৰৰ 'চিম্বেলিন' নাটকৰ প্ৰথম নাইবা দ্বিতীয় অসমীয়া ৰূপান্তৰ।[১] আমাৰ ধাৰণা, এইখন অম্বিকাপ্ৰসাদ গোস্বামীৰ 'তাৰা' খনতকৈ আগতীয়া। ওপৰত কোৱা দ্বিতীয়টো প্ৰতিলিপিৰ বাকলি-পিঠিত লিখকৰ নিজ হাতেৰে লিখি থোৱা এই বাক্যটো স্পষ্ট হৈ আছে—"যোৰহাট অসমীয়া থিয়েটাৰ হ'লত অভিনীত"। উল্লেখযোগ্য যে নাট্যকাৰগৰাকী এই নাটঘৰটোৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ আছিল, ১৯০৭ চনৰপৰা ১৯১১ চনলৈ। ৰচনাশৈলীৰ সূক্ষ্ম সমীক্ষণে আমাক এনে এটা ধাৰণা দিয়ে, 'পদ্মাৱতী' তেওঁৰ আনখন চেক্সপীয়েৰীয় নাটকৰ ৰূপান্তৰ 'চন্দ্ৰাৱলী'ৰ ঠিক পাচৰটো খোজ। সেয়ে হ'লে, এই নাটকখন ১৯১০ চনৰ পোনৰ পিনৰ মাহকেইটাতে ৰচিত হৈছিল। এনে এখন গুৰুত্বপূৰ্ণ নাটক অসম্পূৰ্ণ কৈ থ'লে পাঠকৰ মনত নিশ্চয় 'কিবা যেন নাই নাই' লাগি ৰ'লহেঁতেন। সেইকাৰণে, সম্পাদকে তেওঁৰ অক্ষম হাতেৰে ৪ৰ্থ গৰ্ভাংকৰ শেষৰ খিনি আৰু ৫ম গৰ্ভাংকৰ গোটেইখিনি একেটা ভাষাৰে একেটা ছন্দেৰে সামৰি থোৱাৰ প্ৰয়াস পালে। নক'লেও হব, এই বিষয়ত কিছু বঢ়া-টুটা ঘটিছে।

এইখিনিতে গোটেইখন ৰচনাৱলী যুগুতাই উলিয়াওঁতে, সম্পাদনাৰ প্ৰয়োজনত সাধন কৰা মূল পাঠৰ কেইটিমান সংশোধন, সংৰক্ষণ আৰু পৰিমাৰ্জন সম্পৰ্কে উনুকিয়াই থ'ব খুজিছোঁ। প্ৰথম কথাষাৰ হ'ল, বৰ্ণবিন্যাসৰ বহুজন-গৃহীত নতুন নিয়ম অনুসৰি আমি মূলৰ ৰেফযুক্ত বৰ্ণৰ ক্ষেত্ৰত দ্বিত্ব ৰূপ সলাই লৈছোঁ। কিন্তু, দুটা বিষয়ত আমি মূলৰ বৰ্ণবিন্যাস সংশোধন নকৰাটোৱেই সমীচীন বিবেচনা কৰিছোঁ, হসন্ত ঙ-ধ্বনিৰ সংযোগত সাধিত হোৱা যুক্তাক্ষৰৰ সলনি অনুস্বাৰ প্ৰয়োগৰ ৰীতি গ্ৰহণ কৰা নাই। তাৰ প্ৰধান কাৰণ হ'ল, অসমীয়া ভাষাত এই নিয়মটোৱে এতিয়াও এটা সুস্পষ্ট

---

১. আনখন অসমীয়া ৰূপান্তৰ 'তাৰা' ৰচনা কৰিছিল, গুৱাহাটীৰ অম্বিকাপ্ৰসাদ গোস্বামীয়ে। অতুলচন্দ্ৰ হাজৰিকাদেৱৰ মতে, এই নাটকখনি ১৯১৫ চনত ৰচিত হৈ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত প্ৰথমবাৰৰ বাবে মঞ্চস্থ হৈছিল। কিন্তু, নাটকখন ছপা হৈ প্ৰকাশিত হৈছিল, ১৯৩৫ চনত—সম্পূৰ্ণ কুৰি বছৰৰ পাচত। হাজৰিকাদেৱৰ আলোচনা-ক্ৰমলৈ চাই ধাৰণা হয়, তেখেতে 'পদ্মাৱতী'ৰ ৰচনাকাল ১৯১৫ চনৰ পৰৱৰ্তী বুলি বিবেচনা কৰিছে। (দ্ৰ. অতুলচন্দ্ৰ হাজৰিকা: আমাৰ নাটশালত চেক্সপীয়েৰ, নৱযুগ ১ম বছৰ, ৩১ শ সংখ্যা, পৃ. ৩২)।—সম্পাদক।

আৰু যুক্তিযুক্ত গঢ় লৈ উঠা নাই। আকৌ, ৰেফযুক্ত বৰ্ণৰ ক্ষেত্ৰতো আমি য-ফলা থকা দ্বিত্ব ৰূপ সলোৱাৰ চেষ্টা কৰা নাই। যদিও এই দুয়োটা বিষয়তে আমি নিজে নতুন ধাৰাৰেই সমৰ্থক, তথাপি বিষয় দুটাত যিহেতু বিতৰ্কৰ সুৰুঙা বৈ গৈছে, সেইবাবে মূল পাঠত থকা বৰ্ণ বিন্যাসৰ চিন মচিবৰ অধিকাৰ আমাৰ নাই বুলিয়েই বিবেচনা কৰিছোঁ। শেষত ক'বলগীয়া কথাষাৰ হ'ল, কেইটামান শব্দৰ ধ্বনিগত ৰূপ আমি পৰিমাৰ্জন কৰি লৈছোঁ। শব্দ-কেইটা হ'ল, 'তোমোলাক', 'খেদা' আৰু 'কোষ'। ইয়াৰে প্ৰথমটোৰ প্ৰয়োগ 'পদ্মাৱতী'ৰ হাতেলিখা প্ৰতিলিপিত লক্ষ্য কৰিছিলোঁ। আঞ্চলিক ভাষাৰ গোন্ধ থকা এই শব্দটোক আমি মান্য ভাষাত গৃহীত 'তোমালোক'লৈ পৰিবৰ্তিত কৰি লৈছোঁ। বাকী দুটা শব্দ স্বতন্ত্ৰৰীয়াকৈ বিবেচনা কৰিলে, পৰিবৰ্ত্তন কৰাৰ কোনো প্ৰশ্নই নুঠে। কিন্তু লেখকগৰাকীয়ে শব্দ দুটাৰ প্ৰয়োগ আভিধানিক অৰ্থৰপৰা আঁতৰি গৈ ত্ৰুটিপূৰ্ণ আৰু আঞ্চলিক সংক্ৰমণাত্মক অৰ্থতহে কৰিছিল। শব্দ দুটা তেওঁ 'খেলা' আৰু 'কাষ' অৰ্থতহে প্ৰয়োগ কৰিছিল। গতিকে ইহঁতৰ পৰিমাৰ্জনৰ ব্যৱস্থা নকৰিলে নিশ্চয় ভুল হ'লহেঁতেন। তদুপৰি 'চন্দ্ৰাৱলী' নাটকৰ এটি চৰিত্ৰৰ নাম 'হেমাঞ্জলী'ৰ সলনি 'হেমাঞ্জলি' কৰি লৈছোঁ—ব্যাকৰণৰ যুক্তিতেই।

## ॥ জীৱন-কাহিনী ॥

যদিও তেওঁ মুখত ৰূপৰ চামোচ লৈ ওপজা নাছিল, তথাপি কবি-নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মা অন্য এক প্ৰকাৰে ভাগ্যবান ব্যক্তি আছিল। তেওঁ যিটো পৰিয়ালত জন্মগ্ৰহণ কৰিছিল, সেই পৰিয়ালৰ ঘাইগৰাকী পুৰুষে জানিছিল দুটা সুকীয়া যুগৰ এটা দোমোজাত বাস কৰি অনাগত দিনৰ ইতিহাসক কেনেকৈ অভ্যৰ্থনা জনাব লাগে। তেতিয়া ঊনবিংশ শতিকাৰ বেলি লহিয়াই শেষ দিগন্ত চুইছেহি। যাথোন আঙুলিৰ পাবত লেখিব পৰা এমুঠি মানুহ ওলাই আহিছে, পশ্চিমীয়া শিক্ষাৰ পোহৰ ল'বলৈ। সেইমুঠি মানুহে সেই

দুঃসাহসৰ মূল্যও শোধাবলগীয়া হৈছিল, কিন্তু মহত্তা পৰিমাণেৰেই। পশ্চিমীয়া শিক্ষা ল'বলৈ যোৱা মানেই স্বেচ্ছাই সমাজৰপৰা এঘৰীয়া হোৱাৰ দণ্ড মূৰ পাতি লোৱা। তেনে এটা পৰিবেশৰ মাজত সংস্কৃত পণ্ডিতৰ ঘৰৰ ল'ৰা কমলেশ্বৰ শৰ্মাই কাৰো হাক-বচন নেমানি গ্ৰহণ কৰিবলৈ ওলাই আছিছিল, ইংৰাজী ৰীতিৰ শিক্ষা। নিৰ্দিষ্ট সময়ত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটৰ ওচৰৰ পটিয়াগাঁৱৰ এই ডেকাজনে ডাক বিভাগৰ চাকৰি এটা অনায়াসে গোটাই লৈছিল। সমাজৰপৰা প্ৰায় এঘৰীয়া হ'বলগীয়া হোৱা কমলেশ্বৰ শৰ্মাই সময়ৰ আগচুলিত ধৰি নগৰৰ ভিতৰৰ তৰাজানত এটা ঘৰ নিজৰ ৰবীয়াকৈ সজাই লৈছিল। অনিবাৰ্যভাৱে, সেই ঘৰটো হৈ পৰিছিল, ইংৰাজী শিক্ষা গ্ৰহণ কৰা ছাত্ৰৰ বাবে এটি নজহা-নপমা প্ৰেৰণৰ ভূমুক। কাৰণ, কমলেশ্বৰ শৰ্মাই আপোন-পৰ নগণি বহুতকে ইংৰাজী শিক্ষা গ্ৰহণ কৰাৰ বিষয়ত মুকলি হাতেৰে সহায় কৰিছিল।

যি কি নহওক, পটিয়াগাঁৱৰ ঘৰতে ১৮৮২ চনৰ ফেব্ৰুৱাৰী মাহত—সঠিককৈ ক'বলৈ হ'লে, ১৮০৩ শকৰ ৯ ফাগুন সোমবাৰে নিশা কমলেশ্বৰ শৰ্মাৰ ৰৱপুত্ৰ দুৰ্গেশ্বৰ শৰ্মাই জন্মগ্ৰহণ কৰে। কবি-নাট্যকাৰগৰাকীৰ মাতৃদেৱীৰ নাম আছিল, নৰেশ্বৰী দেৱী। বহুতে তেখেতক নামে-গুণে ৰজিতা খাই পৰা গোলাপী দেৱী বুলিয়েই জানি ছিল—সৰহ কি, সেই নামটোহে অধিক ৰজনজনা আছিল। ধুলি-মাকতিৰে উমলি ফুৰা দিনবোৰৰ ভেওনা পাৰ হৈ উঠাৰ পাচতে দেউতাকে তেওঁক নগৰৰ ঘৰলৈ নি বিদ্যাৰম্ভ কৰাই দিলে। দোপত দোপে সফলতাৰ খটখটি বগাই উঠি ১৮৯৯ চনত তেওঁ যোৰহাটৰপৰাই কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ অবিদ্যাৰিৰ জলপানি লাভ কৰে। ইয়াৰ পাচত তেওঁ উচ্চতৰ কলেজীয়া শিক্ষা গ্ৰহণৰ উদ্দেশ্যে কোচবিহাৰৰ ভিক্টোৰিয়া কলেজৰ এফ. এ. শ্ৰেণীত ভৰ্তি হয়গৈ। যথা সময়ত সেই মহলাতো প্ৰথম বিভাগত সুখ্যাতিৰে উত্তীৰ্ণ হৈ একেখন কলেজতে মিশ্ৰ কলা শাখাত বি. এ. পঢ়িবলৈ লয়। অৱশেষত ১৯০৩ চনত তেওঁ বিশ্ববিদ্যালয়ৰ প্ৰথম উপাধিটো লাভ কৰি স্নাতকোত্তীৰ্ণ হয়। এইখিনিতে কৈ থ'ব পাৰি, কোচবিহাৰতে তেওঁৰ কবি-জীৱনৰ পাতনি মেল খাইছিল। ইয়াৰ নৈসৰ্গিক সুন্দৰশোভাই যে তেওঁৰ কবি-অন্তৰত গভীৰ সাঁচ বহুৱাইছিল, সেই কথাৰাৰ সুস্পষ্ট

পর্যবেক্ষণশীল পাঠকৰ দৃষ্টিৰ হাত সাৰি নেযায়। যি কি নহওক, সেই কোচবিহাৰ এৰি ইয়াৰ পাচত তেওঁ কলিকতা বিশ্ববিদ্যালয় আইন কলেজত ভৰ্তি হয়গৈ। তাৰপৰাও তেওঁ ১৯০৬ চনত বি. এল. পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ ক'তো থমকি নোবোৱা শিক্ষা-জীৱনৰ ওৰ পেলায়।

কলিকতাত ছাত্ৰ হৈ থকা কালছোৱাত তেওঁ কেইবাগৰাকীও ভাৰত-বৰেণ্য ব্যক্তিৰ ঘনিষ্ঠ সম্পৰ্ক লাভ কৰে। সেইসকলৰ ভিতৰত সিংহপুৰুষ চাৰ আশুতোষ মুখোপাধ্যায়, দাৰ্শনিক-প্ৰবৰ আচাৰ্য ব্ৰজেন্দ্ৰনাথ শীল আৰু বিখ্যাত সমাজ-সংস্কাৰক চিন্তাবিদ্ হেৰম্বকুমাৰ মৈত্ৰ—এই তিনিগৰাকীৰ নাম উল্লেখযোগ্য। সহজেই অনুমান কৰিব পাৰি, এইসকলৰ অতি ঐশ্বৰ্যবান ব্যক্তিত্বৰ সংস্পৰ্শত কবি শৰ্মাৰ দাৰ্শনিক তথা নান্দনিক ধ্যান-ধাৰণাৰ দিগন্ত বিস্তৃত হৈ পৰিছিল। আনহাতে, কলিকতাত থাকোঁতেই কবিগৰাকীয়ে জীৱনৰ প্ৰথম মৰ্মবেদনাৰ অভিজ্ঞতা লাভ কৰে। তেওঁৰ এগৰাকী অতি আদৰৰ ভনীয়েক আছিল। ঘৰত মতা নামটো আছিল—সোণ। তালকৈ ফুলি উঠিবলৈ নৌ পাওঁতেই সেই ফুলকলিটি হঠাতে এদিন মাটিলৈ সৰি পৰিল। কম বয়সৰ কবি-হৃদয়ৰ সেই প্ৰথম আঘাতটোৰ স্মৃতি মনৰ পটৰপৰা মচ খাবলৈ বহুদিন লাগিছিল। কবিয়ে নিজে বহুতকে পৰৱৰ্তী কালত ক'বলৈ নেপাহৰিছিল, 'নিবেদন'ত থকা 'ৰঙিলা' কবিতাটো হেনো সেই প্ৰথম মনোবেদনাৰেই এটি অভিব্যক্তি। নক'লেও হ'ব, সেই কবিতাটোৰ মুমুনিয়াহ-গধুৰ পৰিৱেশত যেন এটি অতি একান্ত ব্যক্তিগত অভিজ্ঞতাৰ কৰুণ আভাস সাঙোৰ খাই আছে!

১৯০৭ চনৰপৰা—সঠিককৈ ক'বলৈ হ'লে, সেই বছৰৰ জুলাই মাহৰ পহিলা তাৰিখৰপৰা কবি শৰ্মাই যোৰহাটৰ কাছাৰীলৈ অহা-যোৱা কৰিবলৈ লয়। অধিবক্তা হিচাপে তেওঁ অতি অলপ দিনৰ ভিতৰতে ক্ষুৰধাৰ বুদ্ধি, নিশ্ছিদ্ৰ যুক্তি আৰু সূক্ষ্ম সমীক্ষণৰ চিনাকি দাঙি ধৰি সুপ্ৰতিষ্ঠিত হৈ পৰে। তেওঁৰ অধিবক্তা-জীৱনৰ বছৰ চাৰিটা আন নানা দিশৰপৰাও সমানে সুখ্যাতিপূৰ্ণ আৰু ফলদায়ক সময় আছিল। এই সময়ছোৱাতে তেওঁ ৰাজহুৱা জীৱনতো সক্ৰিয় ভূমিকা গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে। সাহিত্য, ৰাজনীতি আৰু ৰংগমঞ্চ—ঘাইকৈ এই তিনিটা দিশ সামৰিয়েই তেওঁৰ ৰাজহুৱা জীৱন। অসমৰ প্ৰাক-কংগ্ৰেছী যুগৰ প্ৰধান ৰাজনৈতিক অনুষ্ঠান 'অসম এছোছিয়েচন'ৰ লগত দুৰ্গেশ্বৰ শৰ্মাৰ সম্পৰ্ক ইমান ঘনিষ্ঠ আছিল যে,

তেওঁকো সেই অনুষ্ঠানৰ এগৰাকী অন্যতম প্ৰতিষ্ঠাতা-কৰ্ণধাৰ বুলি ইতিহাসে নিশ্চয় স্বীকাৰ কৰিব। যি কি নহওক, ৰাজনীতিৰ বিষয়ত তেওঁৰ মনোভংগী আৰু কৰ্মদক্ষতাই গঢ় লৈছিল, সমকালৰ দুগৰাকী স্বনামধন্য সমাজনায়ক মাণিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাদেৱৰ আদৰ্শৰ সৰণিত। উল্লেখযোগ্য যে, শৰ্মাই তেওঁৰ দুটি সাহিত্যকৃতি 'পাৰ্থ-পৰাজয়' আৰু 'অঞ্জলি' ক্ৰমে এই দুগৰাকী কৃতবিদ্য পুৰুষৰ নামতেই উছৰ্গা কৰি থৈ গৈছে। ৰাজনীতি-চৰ্চাৰ উপৰিও এইছোৱা কালতে তেওঁ যে ওপৰৰ দুখন পুথিৰ লগতে 'চন্দ্ৰাৱলী' নাটকৰ নামটোও যোগ দি অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পাতত নিজৰ নাম মচিব নোৱৰাকৈ লিখি পেলালে—সেইষাৰ কথাও স্মৰণযোগ্য। আকৌ, 'যোৰহাট অসমীয়া নাটঘৰ'ৰ প্ৰতিষ্ঠাতাসকলৰ লেখ দিওঁতেও তেওঁৰ নাম ল'বলগীয়া হয়। খুব সম্ভৱ, সেই নাটঘৰৰে নাটনি পূৰোৱাৰ উদ্দেশ্য লৈয়েই তেওঁ বাকী দুখন নাটক 'বালী বধ' আৰু 'পদ্মাৱতী'ৰো প্ৰথম পাণ্ডুলিপি এইছোৱা সময়তেই লিখি উলিয়াইছিল। আটাইতকৈ উল্লেখযোগ্য কথাষাৰ হ'ল, জীৱনৰ এই অধ্যায়তেই ১৯১০ চনত কবি শৰ্মাই মেলেঙৰ জীৱেশ্বৰ বৰুৱাৰ কন্যা আৰু প্ৰথম অসমীয়া চাহ-খেতিয়ক ৰোষেশ্বৰ বৰুৱাৰ পৌত্ৰী সাৱিত্ৰী দেৱীৰ পাণিগ্ৰহণ কৰি গৃহ-সংসাৰত প্ৰৱেশ কৰে।

১৯১১ চনৰপৰা তেওঁৰ জীৱনৰ এটি নতুন অধ্যায় আৰম্ভ হয়। সেই চনতেই ঘাইকৈ দেউতাকৰ মনোবাঞ্ছা পূৰণ কৰাৰ মানসেৰেই দুৰ্গেশ্বৰ শৰ্মাই চৰকাৰী বিষয় গ্ৰহণ কৰে আৰু পোনচাটেই তেওঁ গুৱুৰীত ডেপুটি মেজিষ্ট্ৰেত পদত মকৰল হয়। এই আপাহতে তেওঁৰ লগত গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ এক অনন্যপ্ৰত্যাশিত সম্পৰ্কই গঢ় লৈ উঠে। তেতিয়া শৰ্মাৰ আদালতত ৰজাবাহাদুৰৰ এটা মোকৰ্দমা চলিবলৈ লৈছিল। ৰজাবাহাদুৰৰ সপক্ষে উপদেষ্টা নিযুক্ত হৈছিল, কলিকতা উচ্চ ন্যায়ালয়ৰ এগৰাকী প্ৰথিতযশা বেৰিষ্টাৰ। কিন্তু, বিচাৰৰ অন্তত ডেকা হাকিম শৰ্মাই ৰায় দিলে, ৰজাবাহাদুৰৰ প্ৰতিকূলে। স্বাভাৱিকতে, ৰজাবাহাদুৰে কলিকতাৰ উচ্চ ন্যায়ালয়ত আপীল কৰিব খুজিছিল। কিন্তু, আইনবিদ্‌গৰাকীয়ে ৰজাবাহাদুৰৰ খণ্ডত চেঁচা পানী ঢালি বুজনি দিলে, হাকিম ডেকা হ'লেও ৰায় পানী নসৰকা—আপীলৰ কোনো থল নাই। কথা শুনি ৰজাবাহাদুৰ ডেকা হাকিমৰ প্ৰতি অভাৱিতৰূপে সন্তুষ্ট হ'ল। তেওঁ শৰ্মালৈ এটি প্ৰস্তাৱ পঠিয়ালে: শৰ্মা বিলাতলৈ

যাওক আৰু আই. চি. এছ. পঢ়কৈগে—সকলো খৰছ ৰজাবাহাদুৰেই যোগাব। কিন্তু, নানা কাৰণত—যাইকৈ নতুন হাকিমৰ ছুটিৰ নাটনিতেই শৰ্মাই ৰজাবাহাদুৰৰ সেই বদান্যতাৰ প্ৰতি সঁহাৰি জনাব নোৱাৰিলে। উল্লেখযোগ্য যে, ৰজাবাহাদুৰৰ প্ৰতি অপৰিসীম কৃতজ্ঞতাৰ চিন এটি শৰ্মাই এৰি থৈ গৈছে, তেওঁৰ 'নিবেদন'ৰ উছৰ্গা পত্ৰখনিত। বহুদিনৰ পাছত শৰ্মাই যেতিয়া চৰকাৰী কৰ্মক্ষেত্ৰৰপৰা অৱসৰ গ্ৰহণ কৰিছিল, ঠিক তেতিয়াই ৰজাবাহাদুৰে অন্তিম-শয্যাৰপৰা এটি অনুৰোধ জনাইছিল—শৰ্মাই গৌৰীপুৰৰ জমিদাৰীৰ দেৱান পদৰ দায়িত্ব ল'ব লাগে। সেইবেলি শৰ্মাই ৰজাবাহাদুৰজনাৰ এই অনুৰোধ প্ৰত্যাখ্যান কৰাৰ প্ৰশ্ন উঠা নাছিল।

এইখিনিতে উল্লেখ কৰি থ'ব পাৰি, দেৱান পদৰ দায়িত্বগ্ৰহণ তেওঁৰ কাৰণে শেষ-জীৱনৰ নতুন অভিজ্ঞতা নাছিল। ১৯১৭ চনতেই তেওঁৰ চৰকাৰী কামত পটুতা প্ৰদৰ্শনৰ স্বীকৃতি হিচাপে চৰকাৰৰ ঘৰৰপৰাই তেওঁ মেচপাৰা-ৰাজৰ নাবালক জমিদাৰৰ তত্বাৱধায়ক-দেৱান পদত মকৰল হৈছিল। সেই সময়তে সেই জমিদাৰী সম্পৰ্কে তেওঁ প্ৰস্তুত কৰা প্ৰতিবেদনখন ইমান তাৎপৰ্যপূৰ্ণ আছিল যে, স্বাধীনতা-পৰৱৰ্তী যুগত জমিদাৰী প্ৰথা বিলোপনৰ সময়ত মেচপাৰা জমিদাৰীৰ ক্ষেত্ৰত সেই প্ৰতিবেদনখনেই প্ৰয়োজনীয় সকলো তথ্যপাতি আৰু সমাধান-ব্যৱস্থাপনাৰ যোগান ধৰিবলৈ সমৰ্থ হৈছিল। যি কি নহওক, ১৯২৮ চনৰ পিচত প্ৰায় তিনি বছৰ কাল শৰ্মা ডাঙৰীয়া ন্যায়িক সেৱাৰ বিভিন্ন পদবীত নিযুক্ত হ'বলগীয়া হৈছিল। সেই কালছোৱাতে তেওঁ হাজোৰ হয়গ্ৰীৱমাধৱ দেৱালয়ত হৰিজনসকলৰ প্ৰবেশাধিকাৰৰ সম্পৰ্কে যি ন্যায়িক সিদ্ধান্ত দিছিল, সেই সিদ্ধান্তই তৎকালীন অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত গভীৰ আলোড়নৰ সৃষ্টি কৰিছিল। উল্লেখযোগ্য যে, শৰ্মাৰ সেই ন্যায়িক সিদ্ধান্তৰ যুক্তিযুক্ততা ভাৰতৰ যুক্তৰাষ্ট্ৰীয় ন্যায়ালয়ৰ চূড়ান্ত বিচাৰতো অখণ্ডনীয় বুলি বিবেচিত হৈছিল।

এইদৰে বহুদিন ধৰি ন্যায়িক বিভাগৰ লগত জড়িত হৈ থকাৰ পাচত ১৯৩৩ চনত তেওঁ পুনৰ প্ৰশাসনীয় বিভাগলৈ উভতি আহি হবিগঞ্জ মহকুমাৰ মহকুমাধিপতি পদত বাহাল হয়। তাৰ পাছত যোগত যোগে উন্নতিৰ খটখটিত উঠি ১৯৩৪ চনৰপৰা ১৯৪০ চনলৈকে এই কালছোৱাৰ ভিতৰত শৰ্মা ডাঙৰীয়া ক্ৰমে শ্ৰীহট্ট জিলাৰ অতিৰিক্ত জিলাধিপতি, ভূমিলেখ্য বিভাগৰ

অধিকৰ্তা, আবকাৰী বিভাগৰ আযুক্ত আৰু আয়কৰ বিভাগৰ আয়ুক্ত প্ৰভৃতি কেইবাটিও ভাৰতীয় কৰ্মচাৰীৰ কাৰণে দুস্প্ৰাপণীয় পদত অধিষ্ঠিত হৈছিল। ইয়াৰ মাজতে ১৯৩৬ চনত তেওঁ কেন্দ্ৰীয় ব্যৱস্থাপক সভালৈয়ো অসম চৰকাৰৰ প্ৰতিনিধিৰূপে মনোনীত হৈছিল। আনহাতে, চৰকাৰী চাকৰি-জীৱনৰ শেষ বছৰটোত তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী[2] গোপীনাথ বৰদলৈদেৱৰ অনুৰোধক্ৰমে শৰ্মা ডাঙৰীয়াই অসম কানি-নিবাৰণী অভিযানৰ অধিকৰ্তা পদ গ্ৰহণ কৰিছিল। চৰকাৰী কৰ্মক্ষেত্ৰৰপৰা অৱসৰ লোৱাৰ পাছতো ১৯৫০ চনলৈকে তেওঁ একাদিক্ৰমে গৌৰীপুৰ-ৰাজৰ দেৱান, বিজনীৰাজৰ দেৱান আৰু উত্তৰ-পূৰ্ব সীমান্ত ৰেলপথৰ নিযুক্তিকৰণ সমিতিৰ সদস্য পদত সমাসীন হৈ কৰ্মময় জীৱন যাপন কৰিবলগীয়া হৈছিল। ওৰেটো জীৱন এইদৰে কামৰ বোজা বৈ ফুৰিবলগীয়া হোৱাৰ কাৰণেই পঞ্চাশৰ দশকৰ শেষৰ ফাললৈ তেওঁৰ দেহত পক্ষাঘাত ৰোগৰ লক্ষণে দেখা দিছিলহি।

ব্যক্তিগত জীৱনত শৰ্মা আছিল এজন অতি মিতবাক, স্বল্পাহাৰী, নিৰভিমানী আৰু অনাড়ম্বৰ লোক। চৰকাৰ ঘৰৰ কেইবাখনো অতি ওখ খাপৰ বিষয়ৰ জুতি ল'বলৈ পোৱাৰ পাছতো এই মানুহজনে এদিনৰ কাৰণেও সেই কালৰ দস্তুৰ মানি নকল-চাহাব হ'বলৈ হাবিযাস কৰা নাছিল। সেয়ে, তেওঁ আন বহুতৰ দৰে কোনো নহয় কোনো চাহাবী ক্লাবঘৰৰ সভ্য তালিকাত নাম লিখোৱাই আত্মতুষ্টি লাভ কৰিবলগীয়া হোৱা নাছিল। বৰং, তেওঁ তেওঁৰ ঘৰলৈ অহা য়ুৰোপীয় অতিথিকো সময়ত ভাৰতীয় ধৰণেৰে মজিয়াত কঠ-দলিছা পাৰি বহুৱায়েই সোধ-পোছ কৰিবলৈ পাচহোঁহকা নাছিল। পাহৰিলে ভুল হ'ব, শৰ্মাই বৃটিছ-ভাৰতীয় প্ৰশাসনৰ বজাঘৰীয়া ৰায়বাহাদুৰ খিতাপো লাভ কৰিছিল।

দুৰ্গেশ্বৰ শৰ্মাৰ দৈনন্দিন জীৱনৰ সময়-তালিকাখনো আছিল অলপ আচুতীয়া ধৰণৰ। গধূলি সাত বজাতে শোৱাপাটীলৈ গৈ শেষনিশা তিনি বজাতেই শুই উঠাটোৱেই তেওঁৰ জীৱনৰ চিৰকলীয়া অভ্যাস আছিল। শেষনিশাৰপৰা পুৱাৰ পোহৰচাটি ফটফটীয়া হৈ উঠালৈকে সময়খিনিয়েই আছিল একান্তভাৱে তেওঁৰ নিজৰ; সাহিত্য-চৰ্চাৰ সময় আছিল মাথোন সেইকণেই। অথচ, সেইকণ সময়ৰ কীৰ্তিৰেই তেওঁ অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটি অমৰ নাম

২. প্ৰাক-স্বাধীনতা যুগত মুখ্যমন্ত্ৰীসকলৰ খিতাপ এইটোৱেই আছিল। —সম্পাদক।

হৈ ৰৈছে। তাৰ পাচত, আঠ বজাতে ভাত-পানী খাই উঠি অফিচলৈ যোৱাটোৱেই তেওঁৰ কাৰণে নিয়মস্বৰূপ আছিল। লৰালৰিকৈ সকলো কাম শেষ কৰি তেওঁ নিতৌ দুই বজাতে ঘৰলৈ উভতিছিল। এবাৰ এইষাৰ কথা অসমৰ বিধান সভাৰ মজিয়াতো ওলাইছিল। কামত গাফিলতি দেখুওৱাৰ আওপকীয়া ইংগিত মিহলাই তেওঁ যে দুই বজাতে অফিচ এৰে, সেই বিষয়ে এজন সদস্যই এটা প্ৰশ্ন সুধিছিল। প্ৰশ্নটোৰ উত্তৰত তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী চাৰ মহম্মদ চাদুল্লাই কৈছিল: কথাষাৰ তেৱোঁ জানে। লগতে এবাৰ কথা বঢ়াকৈ জানে যে শৰ্মাই এটা-দুটা নহয়, কেইবাটাও ওপৰঞ্চি বিভাগৰ দায়িত্বও দুই বজাৰ ভিতৰতে অতি নিয়াৰিকৈ সম্পাদন কৰে।

এইখিনিতে শৰ্মাৰ জীৱনৰ দুই-এটা সকস্মৰা ঘটনাৰ কথা উনুকিয়াই থ'ব পাৰি। সকলোৱে জানে, শৰ্মাৰ সংস্কৃত সাহিত্য আৰু ভাৰতীয় দৰ্শনৰ চিন্তা-চৰ্চাৰ প্ৰতি গভীৰ অনুৰাগ আছিল। কিন্তু, বহুতে নেজানে, তেওঁ এবাৰ আৰবী ভাষা শিকিবৰ কাৰণে এগৰাকী মৌলবীৰ ওচৰত নিয়মীয়াকৈ সেই ভাষাৰ পাঠ লৈছিল। উদ্দেশ্যটো আছিল, তাতকৈয়ো মহান—মূল কোৰাণ শৰীফৰ ৰস আস্বাদন আৰু তুলনামূলক ধৰ্মতত্ত্বৰ অনুশীলন। এই বিষয়ত তেওঁ কিমান দূৰলৈকে আগবাঢ়িছিল, তাৰ কোনো চিন এৰি থৈ নগ'ল। কিন্তু এবাৰ কথা ক'ব পাৰি, ভাষাটো নিশ্চয় আয়ত্ত কৰিছিল। কাৰণ, তেওঁ যি প্ৰখৰ স্মৃতিশক্তিৰ অধিকাৰী আছিল, ভাষা শিক্ষাৰ কাৰণে তাতকৈ ডাঙৰ অৱলম্বন একোৱেই হ'ব নোৱাৰে। সংস্কৃত সাহিত্যৰ ছাত্ৰ হিচাপে গীতা-ভাগৱতবপৰা আৰম্ভ কৰি কালিদাস-ভৱভূতিলৈকে বহু গ্ৰন্থৰে অজস্ৰ শ্লোক তেওঁৰ কণ্ঠস্থ আছিল। জীৱনৰ সন্ধিয়া পৰত তেওঁ যেতিয়া বাক্‌শক্তি-ৰহিত হৈ ৰোগশয্যাত পৰি আছিল, এদিন তেতিয়া এটা আচহুৱা ঘটনা ঘটিছিল। তেওঁৰ নৰিয়াৰ বাতৰি ল'বলৈ আহি, অধ্যাপক চন্দ্ৰ কলিতাই হেনো এদিন তেওঁৰ মনোৰঞ্জনৰ অৰ্থে তেওঁৰ অতি প্ৰিয় 'ৰাসপঞ্চাধ্যায়'ৰ শ্লোক কেইটামান আওৰাই শুনাইছিল। লগে লগে শৰ্মাৰ হেৰোৱা বাক্‌শক্তি যেন প্ৰখৰ স্মৃতিৰ উদ্দীপনা শক্তি নিমিষতে সঞ্জীৱিত হৈ উঠিছিল আৰু তেওঁ অধ্যাপক কলিতাৰ কণ্ঠত কণ্ঠ মিলাই শ্লোকবোৰ আওৰাই গৈছিল।

একেই স্মৃতিশক্তিৰ প্ৰখৰতাৰ সাক্ষ্য বহন কৰি আন এদিন ঘটিছিল, একে ধৰণেৰে এটি অঘটনীয় ঘটনা। কোনোবাই তেওঁৰ পোৱনি-কোঠাত এখন

নতুন কেলেণ্ডাৰ আৰি থৈ গৈছিল। কেলেণ্ডাৰত আছিল, এখন নৈৰ এটি অতি মনোৰম দৃশ্য। শোৱাপাটীৰপৰাই সেই কেলেণ্ডাৰখনত চকু থৈ শৰ্মাই হেনো হঠাৎ আত্মহাৰা হৈ চিঞৰি উঠিছিল: "এইখন ৰাইডক নৈ। তাহানি কোচবিহাৰত থাকোঁতেই দেখিছিলোঁ।" পৰিয়ালৰ সকলোৱে সেয়া ৰোগীৰ কণ্ঠই ভ্ৰম বলকিছে বুলিয়েই ধৰি লৈছিল। কোনোবা এজনে বহি থকাৰপৰা উঠি কেলেণ্ডাৰখনৰ ওপৰত এনেয়ে এবাৰ চকু ফুৰালেগৈ। হঠাৎ তেওঁৰ চকু থিৰ হৈ গ'ল। ছবিখনৰ তলত দেখোন কণ কণ ছপাৰ আখৰত লিখি থোৱা আছে—'ৰাইডক নদী'। কোন কাহানিবাই তেওঁৰ মনৰ 'ছবি তোলা পেৰা'ত বন্দী হৈ ৰোৱা নৈখনৰ সেই সাঁচতীয়া ছবিখনে জীৱনৰ শেষ সীমান্ততো তাহানিখনৰ সঁজাল সৌৰৱণীৰে জিলিকি আছিল। অনুমান কৰিবলৈ টান নহয়, তেওঁৰ ভিতৰৰ কবিমানুহজনৰ কাৰণে প্ৰকৃতিৰ একো-একোটি দৃশ্যপটৰ আকৰ্ষণ কি গভীৰ আৰু নিবিড় আছিল!

বহুদিন ধৰি ৰোগশয্যাৰ লগত সখী পাতি থকাৰ অন্তত ১৯৬১ চনৰ ৪ চেপ্তেম্বৰ সোমবাৰৰ দিনা আবেলি ৪ বাজি ২৩ মিনিট যোৱাৰ লগে লগে দুৰ্গেশ্বৰ শৰ্মাদেৱৰ জীৱন-ৰবি অস্তমিত হয়। কবিৰ কামনা মনত পেলাই তেওঁৰ গুণমুগ্ধ দেশবাসীয়ে কামাখ্যাৰ নামনিত ব্ৰহ্মপুত্ৰৰ বালিত তেওঁৰ শেষ শয়নৰ ঠাই নিৰূপণ কৰিলে। তেওঁৰ নশ্বৰ দেহা অতি আলফুলকৈ চিতাৰ বিছনাত তুলি দিয়া হ'ল। প্ৰায় প্ৰত্যেকৰে মনৰ ভিতৰ ৰেঙাই গ'লহি কবিৰ প্ৰাৰ্থনাই—

"জুইকুৰা লাহে লাহে চিতাত লগাবা
একেবাৰে নিদিবা জলাই;
গা'ৰ চিন থাকেমানে মোক খুখুচিবা
কিজানিবা মই দুখ পাওঁ।"

আশা আছে, যেতিয়া তেওঁৰ জন্মশতবাৰ্ষিকী উদ্‌যাপিত হ'ব, তেতিয়া তেওঁৰ দেশবাসীয়ে কবি-নাট্যকাৰগৰাকীৰ অন্ত এটি মনোবাঞ্ছাও পূৰণ কৰিব। সেই মনোবাঞ্ছা অন্ত একো নহয়—তেওঁৰ শেষ শয়নৰ ঠাইখিনিতে এখন শিলৰ ফলকত লিখি দিব লাগিব, এজনা ধৰ্মাধিকাৰৰ এজোলোকা প্ৰশংসাবিহুলি আশীৰ্বাদৰ এটি সংস্কৃত স্তবক।[৩]

৩. জীৱন-কাহিনী অংশটো প্ৰস্তুত কৰা হৈছে, কবিপুত্ৰ অধ্যাপক পৰমেশ্বৰ শৰ্মাই যুগুতাই দিয়া টোকাৰ আধাৰত। —সম্পাদক।

## ॥ কাব্যসাধনাৰ মূল্যায়ন ॥

কবি দুৰ্গেশ্বৰ শৰ্মা অসমীয়া কাব্য-ইতিহাসৰ এক অনুপম ব্যতিক্ৰম। কোনো কোনো কবি আছে, যিসকলৰ কাব্যত ফুটি উঠিছে—ভাববস্তুৰ পৰিপূৰ্ণ গভীৰতা। আৰু আন কিছুমান কবি আছে, যিসকলৰ ৰচনাত প্ৰকাশ পাইছে—সৌন্দৰ্যৰ মধুৰতম ব্যঞ্জনা। অসমীয়া কাব্যসাহিত্যৰ ক্ষেত্ৰত এই দুই বিশিষ্ট প্ৰবাহৰ দুটি তৰংগশীৰ্ষ হ'ল, নলিনীবালা দেৱীৰ 'পৰম তৃষ্ণা' আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ 'মাধুৰী'। প্ৰথম কবিতাটো যদি এটি উজ্জ্বল নিটোল ফল, দ্বিতীয়টো তেনেহ'লে এপাহি সুনম্ৰ শেৱালি ফুল। এটিৰ আছে ভাবনাৰ দীপ্তি আৰু যুক্তিৰ দৃঢ়পিনদ্ধতা; আনটোৰ আছে আবেগৰ সুৰভি-নিৰ্যাস আৰু ব্যঞ্জনৰ ইন্দ্ৰধনুচ্ছটা। অসমীয়া কাব্য-ইতিহাসৰ দীঘল বাটত এনে কবিতা এটিও পাবলৈ নাই, য'ত এই সকলোবোৰ গুণৰে সুষম সমাবেশ ঘটিছে। দুৰ্গেশ্বৰ শৰ্মাই একমাত্ৰ কবি, যাৰ কবিতাত ফুল আৰু ফল উভয়ৰে যুগপৎ উন্মীলনৰ একান্তবিৰল নিদৰ্শন পোৱা যায়। খুব সম্ভৱ তেওঁৰ 'কিবা যেন নাই নাই' কবিতাটি সেই মিলিত প্ৰবাহৰ শীৰ্ষতৰ তৰংগ-স্বৰূপ। তদুপৰি, ইতিহাসৰ একান্ত স্বনিৰ্ভৰ বিচাৰ-দৃষ্টিতো কবি দুৰ্গেশ্বৰ শৰ্মা অনন্য ব্যতিক্ৰম। অসমীয়া কাব্য-জগতত দ্বিতীয় এগৰাকী কবি নাই, যাৰ কাব্য-পৰিক্ৰমা আৰম্ভ হৈছে 'জোনাকী'ৰ পাতত আৰু ওৰ পৰিছে 'ৰামধেনু'ৰ বুকুত। অতি বিস্ময়ৰ কথা, এই কবিজনাৰ কাব্যসম্পদ সম্পৰ্কে যিদৰে আলোচনা হ'ব লাগিছিল, সেই আলোচনাৰ সূত্ৰপাত আজিও নহ'ল। মাথোন ইমানখিনিয়েই কোৱা হৈছে; তেওঁ আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদত বিশ্বাসী, তেওঁৰ কবিতাত ভাবৰ দাৰ্শনিকতা আছে, আৰু তেওঁৰ ভাষাত শব্দৰ আশ্চৰ্য কোমলতা আছে!

অথচ, কত কথাই যে কোৱা হোৱা নাই: জন্মান্তৰবাদত বিশ্বাসী এই কবিজনাৰ জীৱনৰ প্ৰতি অপৰিসীম মমতাবোধ আছে, জীৱনক ভালপোৱা এই কবিজনৰ কবিতাত পৰকালৰ সাহসিক প্ৰভৃতি আছে, কল্পনা-মাধুৰীৰ বাগেৰে বঞ্চিত ইন্দ্ৰিয়াতীত জগতখনৰ চিত্ৰৰূপময় বৰ্ণনা আছে, পাৰ্থিব ৰূপৰসৰ অনিন্দ্যসুন্দৰ ঐন্দ্ৰজালিক মায়ামণ্ডিত চিত্ৰণ আছে, প্ৰয়োজন অনুযায়ী

শব্দ নির্মাণৰ বিচক্ষণ সৃষ্টিক্ষমতা আছে, ছন্দশিল্পৰ নানা অভিনৱ ৰূপসজ্জা আছে, আৰু অসমীয়া চনেট-সাহিত্য বিৱৰ্তনৰ ইতিহাসত বিশিষ্ট দানৰ স্বাক্ষৰ আছে! তেওঁৰ প্ৰথম কাব্য-সংকলন 'অঞ্জলি'ৰপৰা পৰৱৰ্তী কাব্য-সংকলন 'নিবেদন'লৈ সম্পূৰ্ণ দহ বছৰৰ ব্যৱধান। আৰু এই দহোটা বছৰ মাথোন জন্মান্তৰবাদৰ গৰিমা কীৰ্তন কৰি একে ঠাইতে বৈ থাকিবলৈকে তেওঁ কাব্য-ভাৰতীৰ পূজাত নিমগ্ন নাছিল। 'নিবেদন'তো তেওঁ বহুত নতুন কথা ক'লে, ভালেমান নতুন সুৰ শুনালে আৰু গভীৰতৰ জীৱন-জিজ্ঞাসাৰ আভাস দিলে। তাৰ পাচতো আৰু কুৰি বছৰ ধৰি তেওঁ কাব্যৰ সাধনা কৰিলে। কিন্তু, এই সময়খিনিত ৰচিত বহুতো কবিতা বিভিন্ন আলোচনীৰ পাততে হেৰাল, বহুতো কবিতাৰ পাণ্ডুলিপি পুনৰুদ্ধাৰৰ আশা বিলীন কৰি জীৰ্ণ হৈ গ'ল। মাথোন পঁচিশটা কবিতা নানা আলোচনী আৰু বিক্ষিপ্ত পাণ্ডুলিপিৰ মাজৰপৰা সংগৃহীত হ'ল। 'অঞ্জলি' আৰু 'নিবেদন'ৰ লগত সংগতি ৰাখি এই কবিতামুঠিৰ নাম থ'লোঁ—'উপাসনা'। কাৰণ, সেইবোৰ কবিতাৰ সৰহভাগৰে বিষয়বস্তু হৈছে, জীৱনৰ গধূলি লগনত কবিৰ মহাজীৱন-বন্দনা। কোনো বিষাদৰ সুৰ নাই, কোনো অনাৱশ্যক অলংকৰণৰ আড়ম্বৰ নাই। আছে মাথোন ছুটিৰ শেষত ঘৰলৈ উভতি যোৱাৰ আকাংক্ষা; জীৱন-প্ৰবাহৰ শেষ মোহনাত উপনীত হৈ মহাসাগৰৰ বিশাল বুকুত হেৰাই যোৱাৰ আকুতি!

॥ ২ ॥

তেওঁৰ প্ৰথম কাব্য-সংকলন 'অঞ্জলি' প্ৰকাশ হ'বৰ সময়ত, তেওঁ মাথোন পঁচিশৰ ডুৱাৰদলি গচকিছেহে। মুঠ তিনি কুৰি ওঠৰটা কবিতাৰ অৰ্ঘ্য সজাওঁতে তেওঁৰ কমেও অন্ততঃ পাঁচ বছৰ লাগিছিল। ভাষান্তৰত ক'বলৈ হ'লে, 'অঞ্জলি' তেওঁৰ প্ৰথম-যৌৱনৰ সৃষ্টি। যদিও প্ৰায় সকলোবোৰ কবিতা যৌৱনৰ আৱেগ-অনুৰাগেৰে ৰঞ্জিত হৈ আছে, তথাপি সিবিলাকৰ অপূৰ্ব ৰূপতিকুশলতা, সংযত প্ৰকাশভংগী আৰু ভাৱবস্তুৰ দৃঢ়পিনদ্ধতা মন কৰিবলগীয়া। ক'তো অকণো অনাহক উচ্ছ্বাস নাই, অক্ষম শিথিলতা নাই, আৰু বান্ধোন নোহোৱা আৱেগৰ আপোন-পাহৰা নাচোন নাই।

তেওঁৰ প্ৰেমৰ কবিতাসমূহত কবি-প্ৰিয়তমাৰ দুটা স্বকীয়া ৰূপ ফুটি উঠিছে।

কোনো কোনো কবিতাত আছে, ধৰা দি হঠাতে নোহোৱা হোৱা এগৰাকী দেহময়ী নাৰী। তেওঁ জানিবা,

গছৰ আগত থকা কোনেও নোচোৱা
আলসুৱা নিচেই কোমল,
চুবল'ই হাত নিলে জঁয় পৰি যোৱা
অতি কুমলীয়া কুঁহিমল। [অপ্সৰী]

আৰু কেতিয়াবা তেওঁৰ আচাৰ-আচৰণত ফুটি উঠে, মাটিৰ পৃথিৱীৰ যিকোনো তেজ-মঙহৰ নাৰীৰ স্বভাৱ। চকুৰ ভাষাৰে তেওঁ অন্তৰৰ সাঁচতীয়া কথা কয়। কবিৰ কাণেও ওঠত ফুফুটা কথাৰ কাকলি শুনিবলৈ পায়। এনেবোৰ ভাৱেৰেই সিঁচৰতি হৈ আছে: 'হিয়া', 'জাগৰণ', 'অপ্সৰী', 'আশাৰ সপোন', 'দুৰাশা', 'আক্ষেপ', 'লাজুকী' প্ৰভৃতি এমুঠি কবিতাত। মুঠতে, তেওঁৰ মনৰ 'ছবি তোলা পেৰা'টোত বন্দী হৈ আছে, এজনী দেহধাৰিণী নাৰীৰ নানা মোহময় বিভিন্ন মূৰ্তি।

আন এমুঠি প্ৰেমৰ কবিতা আছে, য'ত কবি-প্ৰিয়াৰ এক অতনু ৰূপ ফুটি উঠিছে। তেওঁৰ 'লাহৰী', 'তুমি দেৱ-পাৰিজাত' আৰু 'কবি-প্ৰিয়া' এই ধৰণৰ কবিতা। তেওঁৰ ৰূপটো এনেকুৱা,

দেখা নাই, শুনা নাই, তুমি এটি মোৰ
হৃদয়ৰ নজনা বাসনা,
মনেৰে ধুনায়া কৰা, মনেৰেই সজা
তুমি মোৰ পবিত্ৰ কল্পনা। [লাহৰী]

যদিও সেই কল্পনা-পটত ভাহি উঠা কবি-প্ৰিয়া এক অশৰীৰী ছায়ামূৰ্তি, তথাপি তেওঁ বাস্তৱৰে প্ৰতিসৰণ। কাৰণ, সেই নেদেখা প্ৰিয়াই কথা কওঁতে 'চকুযুৰি মাটিল'ই পৰে' আৰু হাঁহিলে তেওঁৰ কপোলত 'ধুনীয়া ফুল……ফুলি পৰে নানা বৰণেৰে'। এইখিনিতে এষাৰ কথা বিশেষভাৱে উল্লেখযোগ্য। কথাষাৰ হ'ল, কবিৰ তৰুণ বয়সত তেওঁৰ কাব্যচিন্তাত ইংৰাজ কবি ৱৰ্ডচৱৰ্থৰ এটি স্পষ্ট প্ৰভাৱ পৰিছিল। 'লুচি' কবিতাৰ অনন্যসুন্দৰ অনুবাদ 'সাদৰী'য়েই তাৰ অকলশৰীয়া সাক্ষী নহয়। 'লাহৰী' আৰু বিশেষকৈ 'তুমি দেৱ-পাৰিজাত' কবিতা দুটিত সেই প্ৰভাৱৰ চিটিকনি ফৰিংফুটা হৈ

আছে। এই দুটি কবিতাত তেওঁ এনে এক কবি-প্ৰিয়াৰ ছবি আঁকি উলিয়াইছে, যি কবি-প্ৰিয়া একান্তৰূপে প্ৰকৃতিৰেই পালিতা-কন্যাস্বৰূপ। উল্লেখযোগ্য যে, তেওঁৰ 'তুমি দেৱ-পাৰিজাত' কবিতাটি দৰাচলতে 'সাদৰী'ৰেই প্ৰথম প্ৰস্তুতি। কাৰণ,

শুনি জৰণাৰ গীত
তোমাৰ কোমল চিত
উঠিছিল পৰিছিল
ঠেৰে ঠেৰে তাত;
তোমাৰ সুফুৰা নাই
পৰ্বতীয়া বাট।
সক নৈৰ ওপৰত,
চন্দ্ৰমাৰ পোহৰ
ৰূপালী কিৰণ পৰা
দেখিছিলা তাত;
শিলে ধৰি ফেন তোলা
শুনিছিলা মাত।

এই চৰণকেইটা কবি ৱৰ্ডচৱৰ্থৰ

The stars of midnight shall
To her ; and she shall lean her ear
In many a secret place
Where ri vulets dance their wayward round,
And beauty born of murmuring sound
Shall pass into her face.

চৰণকেইটাৰে চিন-নিচিন প্ৰতিধ্বনি। 'জাহ্নবী'তো ঠিক তেনেকৈয়ে কবি-প্ৰিয়াক প্ৰকৃতিৰ আপোন প্ৰতিৰূপক গঢ় লৈ উঠিবলৈ এৰি দিছে।

খুব সম্ভব, তেওঁৰ 'গিৰি-কুমাৰী' কবিতাটি 'সাদৰী'ৰ পাচত ৰচিত। এই কবিতাটিতো প্ৰকৃতিৰ শিক্ষা যে মানুহৰ পঢ়াশলীয়া শিক্ষাতকৈ অধিক ফলপ্ৰসূ—সেই ৱৰ্ডচৱৰ্থীয় চিন্তাৰ চিকুণ চিনাকি আছে। দৃষ্টান্তস্বৰূপে,

সকলোৱে বান্ধনিৰ আজোৰত পৰি
হেকৰালে কোমল প্ৰকৃতি ;
নেদেখিলে একো কথা শিক্ষা অনুসৰি
দেখিলেও নেদেখে দীপিতি।
তোমাৰ জনম-ঠাই প্ৰকৃতি-কোলাত
তেৱেঁ মাথো তোমাৰ শিপিনী ;
লোকৰ কথাত চলা সমাজতক'ই
বহুত মুখৰ হাবিয়নি।

লগতে এইষাৰ কথাও মন কৰিবলগীয়া, 'গিৰি-কুমাৰী'ৰ পাচৰপৰাই কবিয়ে নিজৰ চিন্তাৰ চাকিৰে বাট চিনি ল'বলৈ আৰম্ভ কৰিছে। কাৰণ, তেওঁৰ কল্পনা-তুলিৰ ৰেখাত ফুটি উঠা আজলী ছোৱালীজনী ইংৰাজ কবিৰ 'লুচি'তকৈ বেজবৰুৱাৰ মানস-কন্যা ডালিমীৰহে ওচৰ-লগৰী বুলি ক'ব পাৰি।

'অঞ্জলি'ৰ আটাইবোৰ কবিতাৰ ভিতৰত ওখ ভাবৰ নিদৰ্শন থকা কবিতাকেইটি হ'ল : 'জীৱন', 'বিজনি', 'ভিতৰ', 'কিবা যেন নাই নাই' আৰু 'তৰা'। 'জীৱন' নামৰ কবিতাটিত কবিয়ে ভাৰতীয় দৰ্শনৰ কেইটামান অতি নিগূঢ় তত্ত্বকথাৰ কাব্যিক ৰূপ দিছে। তেওঁৰ মতে, জীৱনৰ এক নিৰৱচ্ছিন্ন প্ৰবাহ আছে। আৰু, এই প্ৰবাহৰ লক্ষ্য হ'ল, সৃষ্টিৰ আদিতম উৎসলৈ প্ৰত্যাবৰ্ত্তন। তেওঁৰ ভাষাত,

ঈশ্বৰে মায়া মাথোঁ—তেওঁৰে সকলো,
ব্ৰহ্মাণ্ড লীলাৰ এই অমিয়া সংসাৰ ;
যিদিনা লভিমগ'ই এৰি অহা ঠাই
সিদিনাহে মায়া শেষ হ'ব আপোনাৰ।

এয়া হ'ল, বেদান্তৰ মূল চিন্তাধাৰাৰে প্ৰাঞ্জল কাব্যিক ৰূপায়ণ। ইয়াৰ লগতে তেওঁ যোগ দিছে, বৌদ্ধ আৰু জৈন দৰ্শনৰ দুটিমান সিদ্ধান্ত। জৈন বিশ্বাস মতে, দেহান্তৰৰ এক সুকৃতিদায়ক গতি আছে, যি গতিৰ লক্ষ্য হ'ল 'পুদগল'ৰ স্তৰৰপৰা 'জীৱী'ৰ স্তৰলৈ ক্ৰমাগত আৰোহন। বৌদ্ধ দৰ্শনেও একোটা বিশ্বাসকে দোহাৰিছে, এক উৰ্ধমুখী সোপানৰ কথা অৱতাৰণা কৰি। অসমীয়া কবিজনায়ো সেই কথাষাৰকেই ক'ব খুজিছে,

দীঘল জখলা এই মানুহ-জীৱন,
খোপে খোপে আমি আহিছোঁ উধাই ;
নেজানো—কিমান খোপ উঠিলেনো আৰু
পামগ'ই অনন্তৰ নিৰজন ঠাই।

যি কি নহওক, স্বীকাৰ কৰিবই লাগিব—'জীৱন' কবিতাটোত দাৰ্শনিক-তাৰ প্ৰকাশ ৰসোত্তীৰ্ণ হৈ উঠা নাই। কিন্তু, বাকী চাৰিটা কবিতাত দৰ্শন আৰু কাব্যৰ হৰগৌৰী-মিলন ঘটিছে। 'বিজনি'ৰ মূল কথাষাৰ হ'ল যুধিষ্ঠিৰৰ সেই বিখ্যাত উক্তিটো, "দুখৰ অবিহনে সুখ ক'ত ?" কিন্তু, কবিতাটো পঢ়িলে ভুলতো মহাভাৰতৰ সেই মহাসত্যটোৰ কথা মনত নপৰে। এয়া যেন নিত্যদিনৰ ঘৰ-সংসাৰত বুৰ গৈ থকা যি কোনো সাধাৰণ মানুহৰ বুকু ভেদি ওলাই অহা সহজ প্ৰত্যয়,

নিয়ৰত একো ফুলে নধৰে নধৰে ঠন
দুপৰীয়া নপৰিলে জঁয় ;
... ... ...
টোকা নাই চকুপানী এদিনো বেজাৰ পাই
তাৰ তৃপ্তি নাই মৰমতো।

কবিৰ প্ৰশ্নই এনে এক বিশ্বজনীন অভিজ্ঞতাৰ সীমা চুই গৈছে যে, প্ৰতিটো উপলব্ধিৰ অন্তৰালত বিপৰীতৰ চেতনাবোধৰ প্ৰয়োজনীয়তা স্পষ্ট হৈ পৰিছে। আঁউসী নহ'লে পূৰ্ণিমাৰ সৌন্দৰ্য নেথাকে ; বঞ্চনা নেথাকিলে প্ৰাপ্তিৰো তৃপ্তি নেথাকে। এইবোৰ ভগা-ছিগা অভিজ্ঞতাৰ ভিত্তিতেই গঢ় লৈ উঠে, মানুহৰ জীৱনবীক্ষাৰ বিশাল সৌধ!

'অঞ্জলি'তেই পাচলৈ এক মহামহীৰূহত পৰিণত হৈ উঠা এটি বিশেষ উপলব্ধিৰ গজালি লাহে লাহে সাৰ পাই উঠা যেন লাগে। কবি শৰ্মাৰ কবিতাত সদায় পোৱা যায়—ধুনীয়া-ধুনীয়া বস্তুবোৰ নিলগৰপৰা চাবৰ এটি হেঁপাহ, দূৰণিৰপৰা শুনিবৰ এটি আগ্ৰহ! 'ভিতৰ' আৰু 'তৰা' নামৰ কবিতা দুটাত তাৰে মনোৰম আভাস আছে। প্ৰথম কবিতাটোৰ আবেদন মগজুলৈ আৰু দ্বিতীয়টোৰ আবেদন হৃদয়লৈ। মাথোন দুটি চাবিশবীয়া স্তৱকেৰে নিৰ্মিত প্ৰথম কবিতাটোত অত্যন্ত নিৰলংকাৰ আখৰত কোৱা হৈছে :

প্ৰাপ্তিয়েই জীৱনৰ ট্ৰেজেডি। তেওঁৰ কবি-জীৱনৰ অন্য এটি উপলব্ধি হ'ল : নিলগৰ উপাসনাতেই জীৱনৰ সৌন্দৰ্য। এইষাৰ কথাকেই অসংখ্য মধুৰ চিত্ৰকল্পৰ সমাৱেশ কৰি ধুনীয়াকৈ পৰিবেশন কৰা হৈছে, দ্বিতীয়টো কবিতাত। মাজে মাজে নিলগৰ তৰাটো আৰু কবি-কল্পনাৰ এগৰাকী ৰূপকুঁৱৰী কোনোবা সপোনৰ সীমান্তত একাকাৰ হৈ ভুমুকি মাৰেছি,

সেইদৰে আঁতৰতে তোমাকো দেখিলে
চাই থাকিবৰ মন যায়;
ৰিণি ৰিণি সৰু মাত তোমাৰ শুনিলে
শুনিও হেপাহ নপলায়।

যেন সেই ৰূপকুঁৱৰীৰ ওঠত কঁপি উঠা অফুট বাণী আৰু তৰাটিৰ একাঁজলি নিলগীয়া পোহৰ একেটি ধ্যানৰে একেটি অভিব্যক্তি!

'অঞ্জলি'ৰ গোটেইখিনি সৌন্দৰ্য টুকি টুকি থুপ থুৱাই থোৱা হৈছে, এটি কবিতাত। সেই কবিতাটি হ'ল—"কিবা যেন নাই নাই"। কবিতাটোত কোনো প্ৰত্যক্ষ উক্তি নাই। অথচ, প্ৰতিটো চৰণতে ধ্বনিত হৈ উঠিছে, মেথ্যু আৰ্নল্ডৰ 'নামহীন বিষাদ' জাতীয় এক অকাৰণ বেদনাবোধৰ তীব্ৰ অনুভূতি। মাথোন কেইটিমান ৰেখাতে বিধৃত হৈছে, প্ৰকৃতিৰ ঐশ্বৰ্য আৰু বিশালতা। মানুহে সেই প্ৰকৃতিৰ বুকুতেই তাৰ আপোন সত্তাক বিচাৰি পায়। সিও অনুভৱ কৰে, তাৰ আপোন আত্মাত বিৰাটৰ ক্ষণিক স্পৰ্শ। কিন্তু, পাচ মুহূৰ্ততে সি অনুভৱ কৰে, সি সেই বিৰাটৰ মহিমাময় পৰশ কিদৰে হেৰুৱাই পেলালে! তাৰ নীড়হাৰা হৃদয়ে হাহাকাৰ কৰি উঠে—কিবা যেন নাই নাই! কবিতাটোৰ ভাবৰ লগত চিত্ৰণৰ স্পন্দনশীলতা আৰু ছন্দসৌষ্ঠৱৰ ব্যঞ্জনাই অনিৰ্বচনীয়ৰূপে সহযোগিতা কৰিছে, যি সহযোগিতা মাথোন মহত্তম কাব্যকৃতিতেই সম্ভৱপৰ। কবিতাটোৰ এই আংগিকৰ লগত সম্পৰ্কিত দিশটো আমি পাচত আলোচনা কৰিবলৈ থ'লোঁ।

॥ ৩ ॥

'অঞ্জলি' যদি যৌৱনৰ প্ৰথম পুৱাৰ জীৱন-বন্দনা, 'নিবেদন' তেনেহলে যৌৱনৰ বিয়লি বেলাৰ মৰণ-আৰতি। উল্লেখযোগ্য যে, 'অঞ্জলি'ৰ প্ৰথম কবিতাটোৰ নাম হ'ল—'জীৱন'; আৰু 'নিবেদন'ৰ প্ৰথম কবিতাটো অতি

ইংগিতময়ৰূপে হ'ল—'মৰণ'। খুব সম্ভব, কবিয়ে ভাবি গুণি কবিতা দুটি এইদৰে দুখন কাব্যসংকলনৰ দুৱাৰমুখত থোৱা নাছিল। এয়া মাথোন এক আকস্মিক সংযোগ! যি কি নহওক, কাব্যখনৰ অন্তভুৰ্ক্ত মৰণ সম্পৰ্কীয় কবিতামুঠিকে আশ্ৰয় কৰি এটা ধাৰণাই গঢ় লৈ উঠিছে, দুৰ্গেশ্বৰ শৰ্মাই আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদৰ বিশ্বাসকেই তেওঁৰ কাব্যৰ একমাত্ৰ উপকৰণ কৰি লৈছে। কিন্তু, দৰাচলতে তেওঁ মৃত্যুৰ প্ৰতি সদাজাগ্ৰত চেতনাৰ আলম লৈ কিছুমান সূক্ষ্মতৰ প্ৰশ্নৰহে অৱতাৰণা কৰিছে।

তেওঁ যদি একান্তৰূপে জন্মান্তৰবাদৰে কবি হ'লহেঁতেন, তেনেহ'লে তেওঁৰ কাব্যত মৰণৰ বিষাদময় ৰূপ এটা প্ৰকাশ নেপালেহেঁতেন। মৰণক তেওঁ এক অন্তহীন সমাপ্তিৰ ৰূপত কেতিয়াও গ্ৰহণ কৰিব পৰা নাই। সেয়েহে তেওঁৰ প্ৰশ্ন,

পৃথিৱীৰ গাত গজা কোমল বনত
পৰি থকা কোমল নিয়ৰ,
মৰিলে পাম নে দেখা বায়ুৰ মাজত
গহীন চলন ভাৱৰৰ। [ মৰাৰ পিচত ]

আৰু তেওঁৰ প্ৰত্যয়,

কিন্তু মোৰ দেহ হ'লে সদায় থাকিব
আনপিনে ক'লৈকো নেযায়;
হ'ব পাৰে ৰূপান্তৰ চকুৰে নেদেখা
সেইবুলি ক'তো নেহেৰায়। [ মৰণ ]

কেৱল সেয়ে নহয়, মানুহৰ দেহসজ্জা আৰু তাৰ ইন্দ্ৰিয়দ্বাৰসমূহৰ প্ৰতিও তেওঁৰ মমতা অপৰিসীম। মৰণ তেওঁৰ দৃষ্টিত এক নিষ্ঠুৰ দেৱতাস্বৰূপ, যি সদায় দেহসজ্জাৰপৰা তাৰ ইন্দ্ৰিয়বুদ্ধিক অপহৰণ কৰি নিবলৈ সচেষ্ট। কিন্তু আত্মাৰ বিভূতি দেহপিঞ্জৰত সদায় 'চন্দনবৎ'। সেইবাবে, মৰণে মানুহৰ ইন্দ্ৰিয়চেতনাতীত স্মৃতিৰ সুগন্ধি কোনোকালেই হৰণ কৰি নিব নোৱাৰে। এই বিশ্বাসৰে প্ৰতিধ্বনি শুনা যায়, এনেবোৰ চৰণত—

মৰাৰ পিচতো মোৰ মনত থাকিব
ফলে ফুলে ভৰা ধৰালৈ,

পুৱা উঠি নেদেখিলে সূৰ্য্যৰ পোহৰ
চকুযুৰি জাপ গ'লেগৈ,
গাই থকা আকাশত দেৱতাৰ গীত
নোসোমাব মোৰ কাণলৈ। [ মৰম-পাশ ]

মানুহৰ দেহসজ্জাৰ প্ৰতি কবিৰ অপৰিমেয় মমতাৰ ৰূপ স্পষ্টকৈ প্ৰতিভাত হৈছে, 'কিজানিবা মই দুখ পাওঁ' নামৰ কবিতাটিত। তেওঁৰ স্পষ্ট নিৰ্দেশ,

জুইকুৰা লাহে লাহে চিতাত লগাবা
একেবাৰে নিদিবা জলাই,
গা'ৰ চিন থাকেমানে মোক খুখুচিবা
কিজানিবা মই দুখ পাওঁ।

সহজেই ধৰিব পাৰি, অতি স্পৰ্শকাতৰ এই কবিজনাৰ দৃষ্টিত মৰণ মাথোন এক জৈৱিক নিয়ম-চক্ৰৰ অনিবাৰ্য স্বাভাৱিক ঘটনা। বহুতেই ভবাৰ দৰে 'নিবেদন'ৰ যুগত তেওঁৰ কবি-মানসত মৰণ কোনো মহাজীৱনৰ তোৰণপথৰ ৰূপত প্ৰতিভাত হোৱা নাছিল। তেওঁৰ জন্মান্তৰবাদৰ বিশ্বাসো মাথোন বস্তুৰ ৰূপান্তৰ সম্পৰ্কীয় জড়বাদী সিদ্ধান্তৰে এটি অনুসিদ্ধান্তহে আছিল। ঠিক সেইদৰে, আত্মাৰ অবিনশ্বৰতাও সেই ৰূপান্তৰ-বিশ্বাসৰে সহগ-সিদ্ধান্তৰ অধিক নাছিল। বৈদান্তিক জটিল তত্ত্বকথাৰ কোনো আভাস-প্ৰতিধ্বনি 'নিবেদন'ত দৰাচলতে একেবাৰেই নাই।

বৈদান্তিক ধ্যান-ধাৰণাৰ কিবা ছাঁ যদি ক'ৰবাত কোনোবাখিনিত পৰিছে, তেনেহ'লে মাথোন দুটা কবিতাতেই তাৰ বিণিকি-বিণিকি আভাস বিচাৰি পোৱা যাব পাৰে। এটা হ'ল, 'পৰিচয়'; আনটো 'বিশ্ব-ভাৱনা'। প্ৰথমটো কবিতাত আছে আত্মাৰ স্বৰূপ উপলব্ধিৰ চেষ্টা। তাৰে আভাস এয়া,

তেৱেঁ মই তেৱেঁ মই—পৰম আতমা—
দুদিন ইয়াতে আছোঁ বই।

এই উপলব্ধিৰ মূল উৎস হ'ল, বেদান্তৰ সেই ব্ৰহ্মজ্ঞান—যি জ্ঞানে মুক্তিৰ আস্বাদ কঢ়িয়াই আনে, 'তত্ত্বমসি' আৰু 'সোঽহম্' প্ৰত্যয়ৰ পৰম অনুভূতিৰে। 'বিশ্ব-ভাৱনা'ত জগত আৰু জীৱন সৃষ্টিৰ অন্তৰালত প্ৰচ্ছন্ন হৈ থকা বৈদান্তিক লীলাবোধৰ প্ৰতিধ্বনি এটি শুনিবলৈ পোৱা যায়,

আমি মাটিৰ পুতলা নাচিব লাগিছোঁ
কোনে নচায় নেদেখোঁ;
আমি ক'ৰবাৰ বাঁহী বাজিব লাগিছোঁ
কোনে বজায় নেদেখোঁ।

উল্লেখযোগ্য যে, বাঁহীৰ উপমাটোও বৈদান্তিক ধ্যান-ধাৰণাৰ চিনাকি উপকৰণ। সেই উপমাটোৰে খেও ধৰি ৰামানুজে ঈশ্বৰ আৰু জীৱৰ সম্পৰ্কটো উদঙাই ধৰিছে। জীৱ আৰু জগত ব্ৰহ্মৰেই উপাধিস্বৰূপ। উভয়ৰ মাজদিয়েই ব্ৰহ্ম ব্যক্ত হৈছে। জীৱ আৰু জগত এহাতে যেনেকৈ অলীক মায়া নহয়, আনহাতে তেনেকৈ স্বতন্ত্ৰ সত্তাও নহয়। উভয়েই যেন বাঁহীৰূপী ব্ৰহ্মৰেই ভিন্ন ভিন্ন ৰন্ধ্ৰৰপৰা নিঃসৃত ভিন ভিন সুৰ! হ'ব পাৰে, আমাৰ আমিত্বত বহুৰ বহুত্বৰ আভাস অতি স্পষ্ট—তথাপি বাঁহী মাথোন একেটিয়েই। সেয়েহে, কবি শৰ্মাৰ কাব্য-চেতনাত 'আমি ক'ৰবাৰ বাঁহী'! আমি মাথোন সুৰ, বাঁহীটো ক'ত কোনে বজাইছে—সেয়া আমাৰ জ্ঞানৰ অতীত।

'নিবেদন'ৰ কবিতাসমূহত ভাৰতীয় দৰ্শনৰ কোনো বিশেষ ধাৰাৰ প্ৰতি কবিৰ কোনো অবিচল আনুগত্য প্ৰকাশ পোৱা নাই। বৰং, কবিৰ ধৰ্ম অনুসৰণ কৰি তেওঁ মৌ-মাখিৰ দৰে বিভিন্ন ফুলৰপৰা কাব্যবস্তুৰ মধু আহৰণ কৰিছে। দৃষ্টান্তস্বৰূপে, 'জীৱ' কবিতাটোত সাংখ্য-দৰ্শনৰ স্পষ্ট প্ৰভাৱ পৰিছে। সাংখ্যৰ মতে, জীৱ বা পুৰুষ বহুসংখ্যক। আমাৰ কবিৰো বিশ্বাস,

বহুতৰপৰা হয় একোটি নতুন
সমভাগ মিলি সকলোৰে;
সমূহৰো একেদৰে জনম-মৰণ
বঢ়া-টুটা হয় একেদৰে।

পঞ্চবিংশতিতত্ত্বৰ সুষম সমাবেশতেই প্ৰকৃতিৰ অৱস্থান। পুৰুষৰ সংস্পৰ্শতেই প্ৰকৃতি সক্ৰিয় হৈ উঠে। সত্ত্ব, ৰজঃ আৰু তমঃ—এই তিনিটা গুণৰ সাম্য-অৱস্থাৰ হীন-ডেঢ়ি ঘটিলেই প্ৰকৃতিৰ বুকুত বিক্ষোভৰ সৃষ্টি হয়। সেই বিক্ষোভৰে পৰিণতি—বুদ্ধি, মমতা, অহংকাৰ প্ৰভৃতি জাগতিক গুণৰ আবিৰ্ভাৱ। তত্ত্বজ্ঞান নোপজালৈকে জীৱই বন্ধনৰপৰা মুক্তি লাভ কৰিব নোৱাৰে। আমাৰ কবিয়েও কৈছে,

যিহত বহিছা তুমি এখন্তেক কাল
তাৰে মোহ জন্মিছে তোমাৰ,
নোৱাৰা এৰাই যাব তাৰ মায়া-ভোল
উলটিও নেচাই এবাৰ।

শৰ্মাৰ কাব্যত সাংখ্য আৰু বেদান্তৰ বিপৰীতধৰ্মী তত্ত্বকথাৰ এক মনোৰম সমন্বয় সাধিত হৈছে, 'প্ৰতিধ্বনি' নামৰ কবিতাটো। তেওঁৰ সিদ্ধান্ত

যথাৰ্থতে যিবা আমি হওঁ বা নহওঁ
জীৱটিও প্ৰতিধ্বনি এটি পৃথিৱীত;
সম্ভাগ সকলো গুণ পুৰুষ-ইঙ্গিত
প্ৰকৃতিতে তেনে গুণ বিচাৰি নেপাওঁ।

তেওঁ স্বীকাৰ কৰি লৈছে, ব্ৰহ্ম-জিজ্ঞাসাৰ বৈদান্তিক সমিধান। হয়তো ৰামানুজে ভবাৰ দৰে জীৱৰ পৃথক সত্তা আছে। হয়তো এনেও হ'ব পাৰে, শংকৰাচাৰ্যই ভবাৰ দৰে জীৱৰ কোনো পৃথক সত্তা নাই! কিন্তু, বেদান্তৰ মূল সিদ্ধান্ত: জীৱ যে ব্ৰহ্মৰেই অভিব্যক্তি—সেই সম্পৰ্কে তেওঁৰ কোনো সন্দেহ নাই। তাৰ পাচত, তেওঁ কবিতাটিৰ আঁচুকুল বাচিছে—সাংখ্যক সিদ্ধান্তেৰে। প্ৰকৃতি অচেতন আৰু জড়। মাথোন পুৰুষেইহে গুণৰ অধিকাৰী। পুৰুষৰ সংস্পৰ্শতেই জীৱৰ জীৱন-চঞ্চলতা, যে চঞ্চলতা বেদান্তৰ পৰিভাষাত এক অনবদ্য লীলা-বৈচিত্ৰ্যৰ প্ৰকাশস্বৰূপ।

'সম্বল' নামৰ কবিতাটোত কবিৰ ভাৰতীয় দৰ্শনৰ ওপৰত থকা গভীৰ অধিকাৰৰ সুন্দৰ পৰিচয় পোৱা যায়। এই কবিতাটোত কবিয়ে কিছুমান নৈয়ায়িক প্ৰশ্নৰ অৱতাৰণা কৰিছে। তেওঁ যেন শংকৰাচৰ্যাৰ 'ব্ৰহ্মবিদ্ ব্ৰহ্মৈৱ ভৱতি' ধাৰণাটোৰেই প্ৰতিবাদ জনাবৰ প্ৰয়াস পাইছে,

যেয়ে বা নহওঁ মই, এটি কথা সোধোঁ—
পৃথিৱীৰ জ্ঞান ঠিক হয় নে নহয়?
যদি মিছা,—তেন্তে এই বিভুৰ কল্পনা
সিও মিছা, কোনে তাক সাৰ বুলি কয়?

কবিতাটোত জ্ঞানবাদৰ মৌল ভিত্তি সম্পৰ্কীয় প্ৰশ্নটোৱে শেষৰ ফাললৈ প্ৰায় ভোগবাদী দাৰ্শনিকৰ কূটতৰ্কৰ আকাৰ ধাৰণ কৰিছে, এনেকুৱা ৰূপত—

মৰিলেই মিলোঁ যদি অনন্ত জ্ঞানত,
নাই য'ত একোকে নতুন শিকিবৰ—
পৃথিবীত দুখ কৰা কাম একো নাই
কাম নাই সঠিক-বেঠিক বাচিবৰ।

এয়া জীৱৰ প্ৰাতিভাসিক সত্তা সম্পৰ্কীয় প্ৰশ্ন। শংকৰাচাৰ্যই কৈছিল, সত্যাসত্যৰ সূক্ষ্ম জ্ঞানেই ব্ৰহ্মজ্ঞান। কবিৰ প্ৰশ্ন, পাৰ্থিৱ জ্ঞানৰ অসম্পূৰ্ণ উপকৰণেৰে জানো পৰিপূৰ্ণ আধ্যাত্মিক জ্ঞানলাভ সম্ভৱপৰ? মৰণে যদি আত্মাকেই বুটলি নিলে, তেনেহ'লে ব্ৰহ্মজ্ঞান তথা আত্মজ্ঞানৰ সাধনাৰেই বা যুক্তিযুক্ততা কোনখিনিত? কাৰণ, আত্মাৰ আধাৰস্বৰূপ 'মই'টোৰেই দেখোন মাটিৰ পৃথিৱীতে থাকি যাব! আৰু, সাংখ্যই যে ক'ব খোজে, মন আৰু বুদ্ধিয়েই অনুমানৰ উপকৰণ—সেই মন আৰু বুদ্ধি ব্যক্তিভেদে অসমান কিয়? মাথোন সেয়ে নহয়,

জীৱনৰ আদিতেই কিছুকাল মই
আছিলোঁ নে টোপনিত ভূৰ-ভং নাই,
সেইদৰে কিজানিবা মৰাৰ পিচতো
থাকোঁ কিছুকাল চেতন নেপাই।

মৰণ যদি কেৱল এক গভীৰ সুষুপ্তি নহৈ 'অন্তহীন অন্ত'ৰ দৰে অন্য কিবা হ'লহেঁতেন, তেনেহ'লে জানো মন আৰু বুদ্ধিৰ দেহৰপৰা দেহান্তৰলৈ অবিচ্ছিন্ন প্ৰব্ৰজনৰ সম্ভাৱনা থাকিলহেঁতেন। সেয়ে হোৱা হ'লে, জীৱনৰ সকলোবোৰ কামনা-বাসনা, ধ্যান-ধাৰণা আৰু সাধনা-সমাৰোহৰো দেখোন কোনো সাৰ্থকতা নেথাকিলহেঁতেন!

'নিবেদন'ত দাৰ্শনিকতাৰ পৰশ নথকা কবিতা কেইবাটিও আছে। তাৰ ভিতৰত তিনিটা কবিতা—'পেঁপা', 'বজিলা' আৰু 'গীত আৰু ছবি'—বিশেষভাৱে উল্লেখযোগ্য। 'পেঁপা' নামৰ কবিতাটো জানিবা 'অঞ্জলি'ৰ অন্তৰ্গত 'তৰা' আৰু 'ভিতৰ' কবিতা দুটাত প্ৰকাশ পোৱা ভাবনাসম্পদৰে পৰিপূৰ্ণতম ৰূপ। ইয়াতো ফুটি উঠিছে, মিলগীয়া সুৰৰ অতুলনীয় মাধুৰ্য। দূৰণিত বাজি উঠা পেঁপাটিৰ মাজেদি এক অনুভাৱ দাবে কবিক যেন তেওঁৰ যৌৱনটো ঘূৰাই দিছে। দিগন্তৰ প্ৰান্তৰেখাত মাৰ যাওঁ নে নেযাওঁকৈ থকা

His Holiness the Lalit Kamal Deb Goswami had presented me with a sloka. It is both complimentary & also a blessing on me & my soul after my death. If possible, the following epitaph on a slab should be erected on my cremation ground :—

"দুর্গৈশ্বর[illegible]ধর্ম নিরতং ধর্মার্থমগ্নচিত্তং,
শান্তং সত্যসমন্বিতং হরিপদং ভক্ত্যা চ প্রীতিভাজিনং,
সুপ্রাজ্ঞং, শরণাগতং সমদুঃখং মাতৃস্মরণাবৃত
ং, ব্রহ্মজ্ঞানিনং, রাজেন্দ্রতনয়ঃ তৎপাদপ্রণামী

— কমলদেব, গাউঁতীগোস্বামী
অধিকারী"।

It should be shown to a pundit & probably corrected

শেষ বাঞ্ছা : স্বহস্তলিখিত



কৰ্মজীৱনৰ প্ৰথম খোজটোত

ৰঙা বেলিটোৰ দৰে পেঁপাৰ মাত শুনি কবিৰ যৌৱনো জীৱন-দিগন্তত ধৰবি বৈছে—তাৰ সমস্ত ঐশ্বৰ্যসম্ভাৰ লৈ। সেই পেঁপাৰ ধ্বনিত বাজি উঠিছে 'মানুহৰ মাতে ক'ব নোৱৰা কথা' এষাৰি।

আৰু 'ৰঙিলা'! এইটো কবিতা 'অঞ্জলি'ত থকা 'প্ৰণয় বাতৰি'ৰ দৰে একেধৰণৰ মালিতা-চানেকীয়া কবিতা। খুব সম্ভৱ, দুয়োটা কবিতা অগা-পিচাকৈ লিখা। নাইবা, দুয়োটা কবিতা একেটি শিল্প-চেতনাৰে যুগল স্ফুৰণ।– 'প্ৰণয় বাতৰি'ত অৰুণ আৰু পমিলাৰ চহা জীৱনৰ নিভাঁজ প্ৰেমৰ বৰ্ণনা আছে। মাজে মাজে অৱশ্যে ৰূপকৰ আভাসো সাঙোৰ খাই আছে: যেন সেই প্ৰেম বেলি আৰু এপাহ পদুমৰে নীৰৱ সম্পৰ্কৰ ইতিকথা। আনহাতে, 'ৰঙিলা'ত আছে মাতৃ-হৃদয়ৰ দুটোপাল তপত চকু-লো। এই কবিতাটিৰ মৰ্মস্পৰ্শী বৰ্ণনাই যি কোনো পাঠকৰে হৃদয় কঁপাই যায়, চকু-লো সৰুৱাই যায়। দৰ্শনৰ গধুৰ তত্ত্বকথাই মৰণৰ যিটো ৰূপ ঢুকি পোৱা নাই, এই কবিতাটোৰ চিত্ৰল বৰ্ণনাই মৰণৰ সেই করুণ ৰূপটো হাতৰ মুঠিত থামুচি পোৱাকৈ আনি দিছেহি।

'গীত আৰু ছবি' তেওঁৰ একেটি মাথোন কবিতা, য'ত তেওঁ শিল্পৰ আদৰ্শ সম্পৰ্কে কেইটিমান সহজ বক্তব্য প্ৰকাশ কৰিছে। তেওঁৰ মতে, সকলো শ্ৰেষ্ঠ শিল্পবস্তুৰে এক সাৰ্বজনীন আবেদন থাকে। যি শিল্পবস্তু সেই গুণৰপৰা বঞ্চিত, সমালোচকৰ হেজাৰ প্ৰশংসায়ো তাক শ্ৰেষ্ঠত্ব দান কৰিব নোৱাৰে। শ্ৰেষ্ঠ শিল্পৰ শ্ৰেষ্ঠতা নিৰূপণৰ কষটি-শিল হৃদয়ৰ সঁহাৰি। অকল সেয়ে নহয়, ৰহস্যময়তাই সেই শ্ৰেষ্ঠতাৰ কেন্দ্ৰবিন্দুস্বৰূপ। সেয়েহে,

যিমানে বুবুজা হওঁ তথাপি শুনিলে
ভাল গীতে হৃদয় জগাব;
যিমানে নজনা হওঁ চকুত পৰিলে
ভাল ছবি মনত সোমাব।

শ্ৰেষ্ঠ শিল্পৰ সূক্ষ্মাতিসূক্ষ্ম ৰসবস্তু ৰসিক সমালোচকৰ ব্যতিৰেকে অন্যান্যজনৰ বাবে অৱশ্যে আংশিক উপলব্ধিৰ বস্তু হৈয়েই ৰয়। তথাপি, তেওঁলোকেও তাৰ কিঞ্চিৎ আস্বাদ অনুভৱ নকৰাকৈ নেথাকে। শ্ৰেষ্ঠ শিল্পৰ আবেদন শঙ্খৰ ভিতৰৰ দৰে—যি 'য'তে পৰে সু'তে গজে, বিভিন্ন আকাৰ—তাই বুজি

দীঘল-তাণ্ডব" ! শিল্পৰ দক্ষতা নিৰ্ভৰ কৰে, সহজতম বিষয়বস্তুকো সৌন্দৰ্যগুণেৰে অভিষিক্ত কৰি পৰিবেশন কৰিব পৰাতেই। সেয়েহে,

সদায় চকুৰে দেখা গছ পাতটিও
ছবিটিত ভাল হৈ পৰে,
সদায় কাণেৰে শুনা সৰু কথাটিও
গীত হ'লে প্ৰাণ টানি ধৰে।

এইবাৰ কথাকেই এজন ইংৰাজ কবিয়েও এজন শিল্পীৰ মুখত দিছিল,

For, don't you mark, we're made so that the love
First when we see them painted, things we have passed
Perhaps a hundred times nor cared to see ;
And so they are better, painted—better to us,
Which is the same thing [ Fra Lippo Lippi ]

অতিপৰিমিত ভাষণৰ ক্ষেত্ৰত ব্ৰাউনিং প্ৰায় অদ্বিতীয় বুলিয়েই ক'ব পাৰি। প্ৰণিধানযোগ্য যে, শৰ্মাৰ কবিতাটোত তাতোকৈয়ো তাকৰীয়া কথাৰে ব্ৰাউনিঙৰ 'ফ্ৰা লিপ্পো লিপ্পি'ৰ তাকৰীয়া কথাৰ সৰহীয়া ভাব গোটেইখিনি প্ৰকাশ কৰা সম্ভৱপৰ হৈছে। অকল সেয়ে নহয়, তাতকৈ বহু বেচি মনোৰমকৈ প্ৰকাশ কৰা হৈছে।

শৰ্মাই শিল্পবস্তুৰ অমৰত্বৰ পৰিমাপনী হিচাপে যিডাল মাপকাঠি 'গীত আৰু ছবি'ৰ ভাষাত দাঙি ধৰিছে, সেই মাপকাঠিডালৰ বিচাৰতে তেওঁৰ 'কিবা যেন নাই নাই' আৰু 'ৰাঙলা' ক্ৰমে 'অঞ্জলি' আৰু 'নিবেদন'ৰ দুটি অমৰ কবিতা, যাৰ ৰসবস্তুৰ দিগন্ত ৰসিক পাঠকৰ কাব্যচেতনাৰ 'পথা অনুসাৰে' বহল অথবা ঠেক। কিন্তু, স্বীকাৰ কৰিব লাগিব, দুয়োটা কবিতাই দুখন মুকলি দিগন্ত সকলোৰে কাৰণে উদঙাই থৈছে।

॥ ৪ ॥

শৰ্মাৰ কবি-জীৱনৰ শেষ পৰ্যায়ৰ কবিতাখিনিৰ সৰহভাগেই অতি নিৰলংকাৰ আৰু নিভাঁজ বক্তব্যধৰ্মী। 'নিবেদন'ৰ যুগত কবিৰ হৃদয় মাজে মাজে দ্বিধাৰ বতাহে কঁপাই গৈছিল। কিন্তু, 'উপাসনা' শিৰোনামাৰে গুপাই

উলিওৱা কবিতামুঠি—বিশেষকৈ তাৰ অন্তৰ্গত শেষ বয়সৰ কবিতামুঠি অবিচল বিশ্বাসৰ আদৰ্শেৰে মুখৰিত। ইবিলাকৰ ভিতৰত তেওঁৰ জীৱনৰ গধূলি-লগনৰ দুটা ভিনসুৰীয়া কবিতা আছে. য'ত তেওঁ সমাজ-জীৱনৰ সমস্যা লৈ চিন্তা কৰিছে। কবিতা দুটা হ'ল, 'ধ্বংসলীলা' আৰু 'সমাজ'। প্ৰথমটোত আছে, পৰমাণু বোমা উৎপাদনৰ প্ৰতিযোগিতাত অৱতীৰ্ণ অভিশপ্ত মানুহ জাতিৰ ভৱিষ্যতৰ বাবে এক গভীৰ উৎকণ্ঠা। দ্বিতীয়টোত আছে, কবিৰ নিজস্ব দৃষ্টিভংগীৰ সমাজ-ব্যৱস্থাৰ স্বপ্ন। তেওঁৰ মতে, মানুহৰ ধন-সম্পত্তিৰ পৰিমাণ মৈয়াই সমান কৰিব পাৰি ; কিন্তু, মানুহৰ বুদ্ধি-বৃত্তিৰ অসমান ৰূপ সমান কৰাৰ প্ৰচেষ্টা নিষ্ফল হ'বলৈ বাধ্য। চল্লিশৰ শেষ-চতুষ্কত[৪] ৰচিত এই কবিতা দুটা তেওঁৰ কাব্য-পৰিক্ৰমাৰ শেষ মাইলৰ খুটি হিচাপে তাৎপৰ্যপূৰ্ণ। এই কবিতা দুটাই এযাৰ কথা স্পষ্টকৈ উদঙাই দেখুৱায়, কবি হিচাপে তেওঁ বন্ধ জলাশয়ৰ ভাবনাত বন্দী হৈ থকা নাছিল।

'উপাসনা'ৰ বাকী যিখিনি কবিতা সময়ৰ শিথিল হিচাপত ১৯২৬ চনৰপৰা ১৯৪০ চনৰ ভিতৰত ৰচিত হৈছিল, সিবিলাকৰ মাজত তিনিটা বেলেগ ভাবধাৰাৰ প্ৰবাহ লক্ষ্য কৰা যায়। এটা প্ৰবাহত আছে, জীৱাত্মা আৰু পৰমাত্মাৰ পাৰস্পৰিক সম্পৰ্কৰ বৈদান্তিক ধাৰণাৰ অভিব্যক্তি। দ্বিতীয়টো প্ৰবাহত আছে, চিৰপ্ৰবাসী আত্মাৰ নীড়মুখী কামনাৰ প্ৰকাশ। আৰু, তৃতীয়টো প্ৰবাহত পোৱা যায়, কৰ্মবন্ধনৰপৰা বিমুক্ত আত্মাৰ ৰূপচিত্ৰণ। ইয়াৰে প্ৰথমটো প্ৰবাহৰ স্পষ্ট নিদৰ্শন পোৱা যায়, দুটা ভাবগধুৰ কবিতাত— 'তেৱেঁই মই' আৰু 'নিয়ন্তা'ত। প্ৰথম কবিতাটোৰ শিৰোনামাতেই ইয়াৰ বিষয়বস্তুৰ স্পষ্ট সংকেত আছে। 'নিবেদন'ৰ সময়ৰ দ্বিধাযুক্ত ভাবনা-পৰিমণ্ডলৰপৰা মুক্ত হৈ উঠি তেওঁ অতি সুগভীৰ প্ৰত্যয়েৰে ঘোষণা কৰিছে,

জীৱন বুলিলে দেহধাৰী মাথোঁ
একেই পৰম প্ৰাণ,
ধাৰণ কৰিছোঁ সেই মাতৰিশ্বা
উশাহৰ একেটি টান। [ তেৱেঁই মই ]

---

৪. 'ধ্বংসলীলা' প্ৰকাশিত হৈছিল, 'বাহুধেনু'ৰ ৩য় বছৰ ৬ষ্ঠ সংখ্যাত অৰ্থাৎ ১৯৫০ চনৰ জুলাই মাহত। আমাৰ বোধেৰে, এইটোৱেই তেওঁৰ জীৱনৰ শেষ কবিতা।—সম্পাদক

সেই একেথিনি কথাকেই বিচাৰি পোৱা যায়, 'নিয়ন্তা'ৰ শব্দঘনময় চৰণ-সমূহতো। অথচ, দুয়োটা কবিতাৰ মাজত বৈ গৈছে, এটা অতি গভীৰ দাৰ্শনিক তত্ত্বকথাৰ প্ৰশ্ন। প্ৰত্যেক জীৱই যদি 'তেৱেঁই মই', তেনেহ'লে দেখোন পৰমাত্মাৰ অসংখ্য কণিকাৰূপ কল্পনা কৰি ল'বলগীয়া হয়। অকল সেয়ে নহয়, সেই সকলোৰে অতীত 'মনেও নেপায় ঢুকি, কথায়ো নেপায়' ধৰণৰ এজন নিয়ন্তাও আছে, যিজনক নিশ্চয় 'তেৱেঁই মই' বুলি কোৱাৰ উপায় নাই। বেদান্তৰ এজন ভাষ্যকাৰে এই প্ৰশ্নটোৰে অৱতাৰণা কৰি কৈছিল, "কুকুৰাৰ এফাল খাবলৈ বুলি ৰান্ধি, আনফাল কণী পাৰিবলৈ থ'ব নোৱাৰি।"[৫] কেনেকৈ সম্ভৱ হ'ব পাৰে—ভগবানৰ এটি অংশ কোটি কোটি জীৱদেহত বিভক্ত প্ৰকাশিত, আৰু অন্য এটি অংশ বিশুদ্ধ স্বৰূপ সত্তাৰূপে অব্যক্ত আৰু সংৰক্ষিত? নক'লেও হ'ব, সেই অতি জটিল প্ৰশ্নৰ গ্ৰন্থিল পাক যেন এখন হীৰাৰ চুৰিকটাৰীৰে কাটি উলিয়াইছে ভক্তি-কথাৰ প্ৰবক্তা-দাৰ্শনিক, ৰাসলীলাৰ ৰূপকৰ মাজেদি। আমাৰ কবিয়েও সেইটো বাটকে গ্ৰহণ কৰিছিল 'নিবেদন'ৰ যুগত, যদিও 'নিবেদন'ৰ কবিতাসমূহত তাৰ কোনো স্পষ্ট সংকেত এৰি থৈ যোৱা নাই। এইফালৰপৰা 'উপাসনা'ৰ অন্তৰ্গত তাৎপৰ্যপূৰ্ণ কবিতাটো হ'ল, 'বাঁহী'। নক'লেও হ'ব, সময়তে চপাই থ'বলৈ পাহৰা এই কবিতাটো ১৯০৯ চনতে—'বাঁহী' কাকত ওপজা বছৰতে প্ৰকাশিত। এইটো কবিতাত আছে, ৰাধাক বাউলী কৰি তোলা সুৰৰেই স্মৃতি ৰোমন্থন কৰি বৈদান্তিক তৰ্কজালৰপৰা মুক্তিলাভৰ সেই ক্ষীণ প্ৰচেষ্টাটো,

প্ৰকৃতি বিভোল হয় বাঁহীৰ মাতত,  
দূৰণিত বাঁহী মাত স্তব্ধ আকাশত।  
শুনো যদি কেতিয়াবা নিশাৰ কালত,  
আৰু এটি বাঁহী বাজে মোৰ হৃদয়ত।

ইয়াৰ তুলনাত আগতে উল্লেখ কৰি অহা পৰৱৰ্তী কালৰ কবিতা দুটাত সহজ সন্নিধানতকৈ জটিল প্ৰশ্নৰ গভীৰতা সৰৱ হৈ উঠিছে।

দ্বিতীয়টো প্ৰবাহৰ চিন বিচাৰি পোৱা যায়, প্ৰত্যাৱৰ্তনৰ আকাংক্ষা

---

৫. "ন হি কুক্কুটাদেহ একদেশো ভোগায় পাচ্যতে একদেশস্তু প্ৰসৱায় কল্পতে।"— আনন্দগিৰি ভাষ্য, ব্ৰহ্মসূত্ৰ ১।২-৮

থকা এই কেইটা কবিতাত — 'আছোঁ বাট চাই', 'পাৰঘাটত', 'তোমাৰ লগত' আৰু 'প্ৰয়াণ'। প্ৰত্যেকটো কবিতা ভিন ভিন সময়ত ৰচনা কৰা। প্ৰথমটো ১৯২৯ চনৰ, দ্বিতীয়টো উজাই গৈ ১৯২৬ চনৰ, তাৰ পাচৰটো ভালেমান দূৰ ভটিয়াই আহি ১৯৪০-৪১ চনৰ আৰু ৰচনাকাল সঠিককৈ নিৰূপণ কৰিব নোৱৰা শেষৰটো অন্ততঃ শেষ-চল্লিশৰ। 'নিবেদন'ৰ পাতত মৰণৰ বাবে এক নিৰুপায় প্ৰস্তুতিহে প্ৰকাশ পাইছিল; সেই মৰণক জীৱনৰপৰা মুক্তি বুলি অভ্যৰ্থনা জনোৱাৰ কোনো আগ্ৰহেই নাছিল। কিন্তু, 'উপাসনা'ৰ ভিতৰুৱা এইকেইটা কবিতাত মৰণক মহাজীৱনৰ তোৰণপথ বুলি গ্ৰহণ কৰাৰ মনোভংগী এটা স্পষ্ট হৈ উঠিছে। তেওঁ লিখিছে,

ভেঁটৰ দৰে চন্দ্ৰৰ পিনে চাই
আছোঁ আহি বাটতে ওলাই।
মোৰ নিশা জোনাক হ'ব,
মধু বৰষিব।
সকলোতে শান্তি সানি
বতাহ বলিব। [আছো বাট চাই]

তেওঁৰ দৃষ্টিত, মানুহৰ এই দেহসজ্জা চিৰমুক্ত আত্মাৰ বাবে মাথোন এক আমনি লগা প্ৰবাসী জীৱন-যাপন। মাজে মাজে আত্মা আকুল হৈ উঠে, তাৰ আপোন ঘৰলৈ উলটি যাবৰ কাৰণে,

প্ৰবাসত থাকি
আমনি লাগিছে,
ঘৰমুৱা হ'বলৈ
মনে বিচাৰিছে। [প্ৰয়াণ]

উত্তৰি যোৱাৰ মুহূৰ্তটোৰ ছবিখন তেওঁ বিভিন্ন কবিতাত বিভিন্ন ধৰণে আঁকিছে। ক'ৰবাত হয়তো পাৰঘাটৰ নাৱৰীয়াক খাটনি ধৰিছে, নিশা নৌ-হওঁতেই খেয়া-নাও মেলি দিব লাগে! ক'ৰবাত হয়তো গাড়ী আহি তেওঁৰ জপনামুখতে বৈছেহি। ভিতৰৰ কোনোবা যাত্ৰীয়েই চিঞৰি কৈছে, নিৰুদ্দেশৰ পথিকজনে হাতত টোপোলা-টুপলি লৈ বেলি কৰাৰ কোনো সকাম নাই! আৰু, ক'ৰবাত হয়তো ৰেল-ভ্ৰমণৰ সহযাত্ৰীৰ উঠা-নমা নিৰিখি থাকোঁতেই

সময় উকলি গৈছে। কোনোবা পলকত তেওঁ নিজেও নামি যাব। এই গৈ থকাটোৱেই যে চিৰ-ভ্ৰাম্যমান আত্মাৰ জীৱন-পৰিক্ৰমা, তাৰো এটি ইংগিত দি যাবলৈ কবিয়ে পাহৰা নাই।

এই সম্পৰ্কত 'তোমাৰ লগত' নামৰ কবিতাটি বিশেষভাৱেই উল্লেখনীয়। এই কবিতটোত মুক্তিৰ পৰম মুহূৰ্তটোৰ এটি অপৰূপ বৰ্ণনা পোৱা যায়। সেই শুভ মুহূৰ্তত তেওঁ নিজকে ভগবানৰ হাতত তুলি দিবৰ কাৰণে সাজু হৈ আছে। যি মুহূৰ্তলৈকে ভগবানে তেওঁক বুটলি নলয়, ভগবানৰ অনন্ত হৃদয় মুকলি কৰি জীৱাত্মাক তেওঁৰ মাজত বিলীন হৈ যাবলৈ নিদিয়ে, তেতিয়ালৈকে তেওঁ প্ৰতীক্ষা কৰিয়েই ৰ'ব,

দেখা নিদি মোক ভিতৰৰে পৰা
যাবল'ই যদি কোৱা।
একোকে নেমাতোঁ উলটি আহিম
বাটেদি আগেযে যোৱা।

মুক্তিৰ প্ৰতি এটি মধুৰ নিৰ্লিপ্তি, মুক্তিদাতা ভগবানৰ প্ৰতি এক মধুৰ অভিমানৰ অনুভূতি গোটেইটো কবিতাতে বিৰিঙি-বিৰিঙি প্ৰকাশ পাইছে। এই অভিমান, এই অনীহা—মুক্তিত নিস্পৃহ ভক্তি-ভাৱৰেই যে মনোৰম প্ৰকাশ, সেইবাৰ কথা নক'লেও হ'ব। কবিয়ে বিশ্বাস কৰে, মুক্তিৰ আনন্দ কোনো ঐকান্তিক সাধনাৰ ফলপ্ৰাপ্তি নহয়—ভগবানৰ অসীম কৰুণাৰহে পৰিণতি।

মুক্তিৰ স্বৰূপচিত্ৰণ যিকেইটি কবিতাত আছে, তৃতীয়টো প্ৰবাহৰ সেই কবিতাকেইটি হ'ল: 'মুক্ত মানৱ', 'পৰকাল' আৰু 'মহানিৰ্বাণ'। উত্তৰ-চল্লিশৰ ৰচনা প্ৰথমটো কবিতাত আছে, সূক্ষ্মদেহী মুক্ত আত্মাৰ এটি অপৰূপ বৰ্ণনা। সেই আত্মা দেহপিঞ্জৰৰপৰা নিষ্ক্ৰান্ত হৈ বতাহৰ সুৰভিৰ দৰে নিখিল-ব্ৰহ্মাণ্ডত বিয়পি পৰিব। তেওঁৰ আশ্বাস,

অস্ত যোৱা সূৰ্য্যৰ লগত,
নিতে মোক দেখা পাবা,
দিগন্ত বিয়পা সাগৰখনিৰ
লিপাৰেদি মোক চাবা।

হয়তো সেই দেহহীন আত্মাক পৰিপূৰ্ণ মুক্ত মুক্তি ক'ব নোৱাৰি। কাৰণ,

সেই আত্মাৰ স্বতন্ত্ৰ অস্তিত্ব শুভ্ৰ নিখিলৰ মাজত সম্পূৰ্ণৰূপে বিলীন হৈ নেযায়। ইয়াৰ তুলনাত ১৯২৭ চনতেই ৰচিত তেওঁৰ 'পৰকাল' শিৰোনামাৰ কবিতাটোত প্ৰকাশ পোৱা মুক্তিৰ স্বৰূপ স্পষ্টকৈ পৰিপূৰ্ণতৰ। তেওঁৰ ভাষাত,

সকলো দেশত সকলো বেশত
যেনে বা যিহতে গতি,
কোনো সলনিয়ে নোৱাৰে লুকাব
তোমাতেই মোৰ থিতি।

সেই মুক্তি দেশ আৰু কালৰ বন্দীত্বৰ অতীত। যি অনাদিৰ বুকুৰপৰা জীৱবন্ধনৰ আদিতম যন্ত্ৰণাৰ আৰম্ভণি, সেই অনাদিৰ বুকুতেই 'অন্তহীন অন্ত' ঘটিলেহে মুক্তিৰ প্ৰকৃত স্বৰূপোপলব্ধি সম্ভৱ হ'ব পাৰে। তেওঁৰ শেষ-বয়সৰ কবিতা 'মহানিৰ্বাণ'ত সেই মুক্তিৰ স্বৰূপ অতি মধুৰ ৰূপত বৰ্ণিত হৈছে,

নিজে নিজে মই লুকাই পৰিম
পানীত পমিব চেনি
নোৱাৰিম মই তত্তকে ধৰিব
হেৰাই গ'লো নো কেনি।

উপনিষদত আছে, জীৱনৰ আচল স্বৰূপটোৰ এটা অতি সুন্দৰ উপমামণ্ডিত ব্যাখ্যা: জীৱন আনিব এপিয়লা নিমখীয়া পানী। সেই পানীৰ পিয়লাত নিমখৰ অস্তিত্ব মাথোন অনুমানহে কৰিব পাৰি, প্ৰত্যক্ষদৰ্শন লাভ কৰিব নোৱাৰি। কঠোপনিষদৰ সেই উপমাটোকে ওলোটাই লৈ আমাৰ কৱিয়ে মুক্তিৰ বৰ্ণনা দিছে: মহাজীৱনৰ বিশাল সমুদ্ৰত দেহময় জীৱনৰ এমুঠি চেনিৰ অস্তিত্ব হেৰাই নোহোৱা হোৱাটোৱেই মুক্তি!

'উপাসনা'ৰ তিনিওটা ভাৱধাৰাৰ প্ৰত্যন্তত আছে, 'আশ্ৰম' নামৰ অকলশৰীয়া কবিতাটো। ইয়াৰ ভাৱবস্তু অলপ বেলেগ ধৰণৰ। ইয়াত তেওঁ মাটিৰ পৃথিৱীতে এনে এখন শান্তিময় ঠাই আৱিষ্কাৰ কৰিছে, য'ত পৰকালৰ সকলোখিনি অমেয় সম্পদ থুপ খাই আছে। 'অঞ্জলি'ত তেওঁ নৈসৰ্গিক দৃশ্যশোভাৰ মাজত জীৱনৰ সান্ত্বনা বিচাৰিছিল। 'নিবেদন'ত তেওঁ কিছুমান অতিপ্ৰাকৃতিক ছায়ামূৰ্তিৰ মাজত পৃথিৱীৰ অনিৰ্বচনীয় বিস্ময়ৰ সন্ধান পাইছিল। তেওঁৰ সেইখন পৃথিৱীত জলকুঁৱৰী, ৰথিনী, যুৱা-ভাওৰীয়া,

অপেশ্বৰী আদি নানা কাল্পনিক উপদেৱতা-উপদেৱীৰ শোভাযাত্ৰা অতি তাৎপৰ্যপূৰ্ণ। শেষ বয়সৰ কবিতাখিনিত ভুমুকি মাৰি গৈছিলহি, পৃথিৱীৰ প্ৰশান্তিৰেই এটি নতুন দিশে। তপোবন অথবা ঋষিৰ আশ্ৰম তেওঁৰ কবি-কল্পনাত ৰূপান্তৰিত হৈ পৰিছিল, এক অনন্ত মধুৰতাৰ দ্বীপ হিচাপে। তেওঁৰ ভাষাত,

আশ্ৰমতে দুয়ো পুৰী একেলগে পায়
দুয়ো লোক মিলনৰ স্থান,
যি থানৰ উৰাদিহ বিচাৰি বিচাৰি
হাৰ মানে মানুহৰ জ্ঞান।

এয়া কোনো বাস্তৱ আশ্ৰমৰ চিত্ৰপট নহয়। বৰং ক'ব পাৰি, ই তেওঁৰ কল্পলোকৰ এখন মধুৰ চিত্তপট! 'অঞ্জলি'ত আছিল, জীৱনৰ প্ৰতি এক সুগভীৰ মমতাৰ ভাব। 'নিবেদন'ত ভুমুকিয়াই গৈছিলহি, মৰণ সম্পৰ্কে এটা সংশয়ৰ ভাবনাই। 'উপাসনা'ৰ কবিতাখিনিত বেঙাই যাবলৈ লৈছিল, মোহমুক্তিৰ এক নিৰঞ্জন প্ৰশান্তিয়ে। তাৰে এমুঠি জিলিঙনি পোৱা যায়, জীৱনৰ সমস্ত কলৰোলৰ আঁতৰত থকা নিৰ্জন আশ্ৰমৰ এই বিমুগ্ধ প্ৰশংসাত।

॥ ৫ ॥

এতিয়ালৈকে শৰ্মাৰ কবিতাৰ মাথোন ভাবগত দিশটো সম্পৰ্কেই আলোচনা কৰা হৈছে। ইয়াৰ পাচত তেওঁৰ কাব্যৰ ৰূপগত দিশটোৰো এটি চমু আলোচনা যুগুতাই উলিয়াবলগীয়া হয়। উল্লেখযোগ্য যে, কবিৰ প্ৰতিটো পৰ্যায়ৰে কাব্যৰ ৰূপগত দিশৰ কিছুমান নিজস্ব সাধাৰণ বৈশিষ্ট্য পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে, 'অঞ্জলি'ৰ কবিতাসমূহ যিমান সুমধুৰ, পাচৰ দুটা পৰ্যায়ৰ কবিতাখিনি তাৰ তুলনাত কিছু নিৰস; 'নিবেদন'ৰ কবিতাবোৰ যিমান স্পন্দনশীল, বাকী দুটা পৰ্যায়ৰ তাৰ তুলনাত যথেষ্ট নিশ্চল; ঠিক তেনেকৈয়ে 'উপাসনা'ৰ কবিতাবোৰ যিমান প্ৰাঞ্জল, তাৰ উজনি পৰ্য্যায়ৰ কবিতাখিনি সেই তুলনাত অলপ যেন অনচ্ছ-ব্যঞ্জনাময়!

'অঞ্জলি'ৰ ভাষা ঘৰুৱা জীৱনৰ নিত্যদিনৰ ভাষা। সেই ভাষাৰ উৎকৃষ্ট নিদৰ্শন পোৱা যায়, 'সান্দৰী'ত। দৃষ্টান্তস্বৰূপে,

শেলুৱা শিলত গজা ফুল বননীয়া
আধাআধি চকুৰ আঁৰত,
ধুনীয়া তৰাৰ দৰে একোটি যেতিয়া
তিৰবিৰ জ্বলে আকাশত।

চিনিবলৈকে টান হৈ পৰে, স্তৱকটো যে বিদেশী কবিতা এটাৰ ভাঙনিহে! কাৰণ, ইয়াত তেওঁ যি ভাষা প্ৰয়োগ কৰিছে, সেই ভাষাত আছে প্ৰতিটো দিনৰ ঘৰুৱা জীৱনৰপৰাই বুটলি অনা 'তোৰ মুখৰ মোৰ মুখৰ মাত-কথা'ৰ কাকলি। অথচ, তেওঁৰ কবি-কল্পনাৰ যাদু-পৰশত সেই মাত-কথাৰে প্ৰতিটো শব্দ ভাবিব নোৱৰাকৈ উমাল আৰু সঁজাল হৈ উঠিছে। তেওঁৰ কবিতাত শব্দৰ এনে এক অপূৰ্ব মোহময়তা অনুভৱ কৰা যায়, যি মোহময়তা শব্দৰ প্ৰয়োগ সম্পৰ্কে অত্যন্ত সতৰ্ক কবিৰ কাব্যতো কাচিৎ হে অনুভূত হয়। থোৰতে ক'ব পাৰি, তেওঁৰ কবিতাৰ শব্দচয়ন যদিও নিৰহ-নিপানী ঘৰুৱা ভাষাৰ, সিবিলাকৰ বিন্যাস কিন্তু অত্যন্ত পৰিশীলিত ৰূপৰ।

শৰ্মাৰ 'অঞ্জলি'ত মাজে মাজে এনে কিছুমান চৰণ লগ পাই যাওঁ, যিবোৰ চৰণৰ অৰ্থব্যাপকতাই যিকোনো পাঠককে অবাক কৰি তোলে। তেনেকুৱা ভাবনাসমৃদ্ধ স্তৱক এটিলৈ আঙুলিয়াই দেখুৱাব পাৰি,

গ'ল নিশা শুনোঁ মই কুলিৰ মাতত
তাকে শুনি থাকোঁতেই টোপনি আহিল;
শেহনিশা সাৰ পাই শুনো আকাশত
বাজি আছে কুলি মাত, টোপনি নাহিল। [ শেহনিশা ]

শৰ্মাৰ কবিতাত অনতিভাষণৰ কথা বহু সমালোচকেই উল্লেখ কৰিছে। কিন্তু, এয়া অনতিভাষণৰ নিদৰ্শন বুলি ক'লেই যথেষ্ট নহয়। এই স্তৱকটো পাঠ কৰিলেই দুটা জাপানী টংকা-কবিতালৈ মনত পৰি যায়। তাৰে এটা হ'ল,

Though the purity
Of the moonlight has silenced
Both nightingale and
Cricket, the cuckoo alone
Sings all the night. [ Anonymous ]

আনটো,

A cuckoo calls,
When I look there is only
The waning moon
In the early dawn.

[ Fujiwara No Sanesada ]

মাথোন অনতিভাৱণে ব্যঞ্জনাৰ এই বিৰাট ব্যাপকতা কেতিয়াও সম্ভৱ কৰি তুলিব নোৱাৰে। বিপৰীতমুখী দ্যোতনাৰ সমাৱেশেহে সেই ব্যাপকতা দান কৰি কাব্যৰ অৰ্থক সমৃদ্ধ কৰি তোলে। শৰ্মাৰ কবিতাত কিছুমান বাচকবনীয়া স্তৱক অৰ্থঘনময় হৈ উঠাৰ মূলতে আছে, এনে ধৰণৰ বৈপৰীত্যৰ সহ-সংস্থাপন ৰীতি।

'নিবেদন'ত শব্দৰ এই চুম্বকত্ব কিছু ক্ষুণ্ণ হৈ অহা যেন লাগে। অৱশ্যে, তাৰ কাৰণো আছে। 'প্ৰতিধ্বনি', 'বিশ্ব-ভাৱনা' আদি কবিতাসমূহৰ ওপৰত এবাৰ চকু ফুৰালেই সেই কাৰণটোৰ স্পষ্ট আভাস পোৱা যায়। মাটিৰ মানুহৰ জীৱন যে নেদেখা কোনোবাজনৰ জীৱনৰে প্ৰতিধ্বনি, সেই সহজ কথাষাৰকে ক'বলৈ প্ৰথমোক্ত কবিতাটোত কবিয়ে সম্পূৰ্ণ পাঁচোটা স্তৱকৰ বিনিময়ত পাহাৰে ঘেৰি থোৱা এখন নদীয়েদি শিঙা বজাই আহি থকা এখন জাহাজৰ ছবি আঁকি উলিয়াছে। 'অঞ্জলি'ৰ যুগত কবিয়ে এই গোটেইখিনি কথা হয়তো' এটি মাথোন উপমাৰেই সামৰি পেলালেহেঁতেন। 'বিশ্ব-ভাৱনা' নামৰ দ্বিতীয়টো কবিতাৰ ক্ষেত্ৰতো পুতলা-নাচৰ কাহিনী ক'বলৈ গৈ সম্পূৰ্ণ চাৰিটা স্তৱক ব্যয় কৰিছে। ইয়াৰপৰা সহজে এই এই সিদ্ধান্তটোলৈ আহিব পাৰি, 'নিবেদন'ৰ কবিতাসমূহ বহুদূৰ পৰ্যন্ত চিত্ৰধৰ্মী হৈ পৰিছে। ইয়াত ৰূপণ তুলিৰ ৰেখাময় ব্যঞ্জনাতকৈ অৰূপণ হাতৰ বৰ্ণময় উচ্ছলতাহে অধিক গুৰুত্বপূৰ্ণ স্থানত প্ৰতিষ্ঠাত হৈ উঠিছে।

'উপাসনা'ৰ কবিতামুঠি চিত্ৰধৰ্মীও নহয়, গীতধৰ্মীও নহয়—বৰং বক্তব্য-ধৰ্মী। ইবিলাকৰ ভাষা সমাসে-অনুপ্ৰাসে যেনেকৈ অলংকৃত নহয়, ছবিয়ে-উপমায়ো তেনেকৈ উচ্ছলিত নহয়। সহজ, সৰল আৰু অনাড়ম্বৰ ভাষাৰে অন্তৰৰ উপলব্ধিসমূহ ব্যক্ত কৰাৰ প্ৰতিয়েই কবিৰ সমস্ত প্ৰয়াস। প্ৰৌঢ় বয়সৰ কাব্য-ফচলৰ গুণ সকলো কবিৰ ক্ষেত্ৰতেই এনেকুৱা। তথাপি, যাৰ কাব্য-সাধনাৰ বহুখিনি সময় শব্দক লৈ খেলা কৰোঁতেই ব্যয়িত হয়, তেওঁ

ইচ্ছা কৰিলেও কবিতাৰ ভাষাক কাব্যগুণৰহিত কৰিব নোৱাৰে। তাৰে চিন পোৱা যায় এনেবোৰ স্তৱকত,

আয়তন গ'ল কাল খেণ গ'ল
দুয়োটি একেটি হ'ল,
ঘূৰোঁতে ঘূৰোঁতে সকলো হেৰাল
মইটোহে মই ৰ'ল। [ ঋষি ]

নক'লেও হ'ব, বৈজ্ঞানিক ধ্যান-ধাৰণাৰ দুৰূহ তত্ত্বকথাৰ এনে কাব্যিক ৰূপায়ণ অতি কম কবিৰ ৰচনাতেই পৰিলক্ষিত হয়। সেইবাবেই, তেওঁৰ কাব্যত বিজ্ঞান আৰু দৰ্শনৰ এনে মধুৰ আলিংগন সম্ভৱপৰ হৈ উঠিছে।

উল্লেখ কৰি অহা হৈছে, শৰ্মাৰ কাব্যৰ এটা বিশেষ গুণৰ বিষয়ে। তেওঁ অতি তাকৰীয়া কথাৰে সৰহীয়া ভাব প্ৰকাশ কৰাত আমাৰ কবি-সকলৰ মাজত প্ৰায় অদ্বিতীয়। নক'লেও হ'ব, ই তেওঁৰ কাব্যৰ মাথোন ভাবগত দিশটোৰ লগতেই সম্পৰ্কিত নহয়, ৰূপগত দিশটোৰ লগতো সম-পৰিমাণে সম্পৃক্ত। তেওঁৰ কাব্যত শব্দৰ ব্যাপক দ্যোতনাসৃষ্টিৰ বিশেষ ভংগীটো পোৱা যায়, চিনাকি শব্দৰ আচহুৱা ৰীতিৰ প্ৰয়োগত। দৃষ্টান্তস্বৰূপে,

১। নোৱাৰোঁ নোৱাৰোঁ ক'ব—বিদ্যুতৰ দৰে
কিবা এটি চিৰিঙে হিয়াতে।
[ আশাৰ সপোন : অঞ্জলি ]

২। চিন্তাই খৰোৱা প্ৰাণ বঁহীয়ে শঁতায়।
[ বাঁহী : উপাসনা ]

এনেবোৰ চৰণত এনে কিছুমান শব্দ আছে, যিবিলাকৰ প্ৰয়োগ ব্যাকৰণৰ ধৰা-বন্ধা নিয়মৰ ভিতৰুৱা নহয়—কিন্তু সেই প্ৰয়োগ অপূৰ্ব ব্যঞ্জনাময়। আমাৰ চিনাকি ইংৰাজ কবিসকলৰ মাজত শব্দচয়নৰ এই বিশেষ ভংগীটো দেখা যায়, কীট্‌ছৰ কবিতাত। উদাহৰণস্বৰূপে,

**I saw their starved lips in the *gloam***
**[ La Belle Dame Sans Merci ]**

আৰু,

**Of *beechen* green, and shadows numberless**
**[ Ode to a Nightingale ]**

কীৰ্টছৰ এনেবোৰ চৰণত শব্দৰ অভিনৱ ৰীতিৰ প্ৰয়োগ সম্পৰ্কে সমালোচক-সকলে যি উচ্ছ্বসিত প্ৰশংসা কৰিছে, শৰ্মাৰ কাব্যৰপৰা উৎকলিত চৰণ-সমূহো একেই প্ৰশংসাৰ অধিকাৰী।

স্বীকাৰ কৰিব লাগিব, কবি শৰ্মা সময়ৰ ৰেখাৰে যিমানে ভটিয়াই আহিছিল, তেওঁৰ কাব্যৰ এই বিশিষ্ট গুণটোৰ প্ৰকাশো সিমানে টুটি আহিবলৈ লৈছিল। উল্লেখযোগ্য যে, ওপৰত দৃষ্টান্তৰূপে দাঙি ধৰা 'উপাসনা'ৰ চৰণটো এনে এটা কবিতাৰ, যিটো কবিতা ৰচিত হৈছিল সুদূৰ ১৯০৯ চনতে। যি কি নহওক, তেওঁৰ শেষ বয়সৰ কবিতামুঠিত কবি-গৰাকীয়ে বিনা দ্বিধাই অজস্ৰ 'অকাব্যিক' শব্দক কবিতাৰ চোতাললৈ সুৰাগুৰি তুলি আনিছিল। শব্দৰ এই 'অকাব্যিকতা' সম্পৰ্কে তেওঁৰ কবি-হৃদয়ৰ সংশয় 'নিবেদন'ৰ যুগতেই অন্তৰ্হিত হৈছিল। 'নিবেদন'ত তেওঁ নিঃসংকোচে লিখি গৈছিল,

হৃদয়ৰ কেমেৰাত যিটি সাঁচ আছে
সেই সাঁচ চিৰস্থায়ী ৰ'ব। [ বিদেশী ]

অথচ, 'অঞ্জলি'ৰ পাতত সেই একেষাৰ কথাকেই লিখিছিল বিদেশী ভাষাৰ শব্দৰ ছাঁ নপচকাকৈ—ঠিক এনে ধৰণেৰে,

মোৰ এই বুকুখনি ছবিৰ ভঁৰাল,
ছবি তোলা পেৰা,—তত্তালিকে বয় এটি
হিয়াত পৰিলে ছাঁয়া—মনমোহা চাব। [ হিয়া ]

তেওঁ যেন চেষ্টা কৰিছিল, 'কেমেৰা'টোক 'ছবি তোলা পেৰা'লৈ ৰূপান্তৰিত কৰিহে কাব্যৰ উপযোগী উপকৰণ কৰি ল'বৰ কাৰণে! আনহাতে, 'উপাসনা'ৰ অন্তৰ্গত শেষ বয়সৰ কবিতাখিনিত শব্দৰ বিশুদ্ধতা ৰক্ষা কৰাৰ বাবে সেই সজাগ পহৰাৰ কোনো আভাসেই পাবলৈ নাই। ইবিলাকৰ ভাষাই আহি 'গদ্যৰ পদূলি গচকিছেহি। মাথোন ভাষাটোৱেই নহয়—খুব সম্ভৱ, ছন্দয়ো।

॥ ৬ ॥

ছান্দসিক আদৰ্শৰ ফালৰপৰা চালেও শৰ্মাৰ কবি-জীৱনৰ তিনিওটা পৰ্যায়ৰ প্ৰত্যেকৰে নিজস্ব কিছুমান বৈশিষ্ট্য পৰিলক্ষিত হয়। 'অঞ্জলি'ৰ

কবিতাসমূহ গতানুগতিক যতিপ্ৰান্তিক ৰূপৰ ঘনপিনদ্ধ ছন্দৰ। পয়াৰ আৰু ত্ৰিপদীৰ বিভিন্ন ৰূপেই ইয়াৰ প্ৰায়বোৰ কবিতাৰ প্ৰকৰণ। অৱশ্যে, ৮. ৬. ১০ বিন্যাসৰ ত্ৰিপদীসমূহ শৰ্মাৰ নিজস্ব সৃষ্টি। আৰু, তেওঁৰ ভাববস্তুৱে সদায় তাৰ আপোন ঘৰ বিচাৰি পাইছিল, এই বিশেষ ছন্দসজ্জাতেই। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে এই ছন্দসজ্জাৰ লগত এটা দূৰণিবটীয়া সম্পৰ্ক বিচাৰি পোৱা যায়, চৰ্যাপদৰ কিছুমান দোহাজাতীয় ৰচনাৰ অনতিস্পষ্ট ছন্দৰূপত।

'কিবা যেন নাই নাই' কবিতাটিৰ ছন্দবৈশিষ্ট্য অকল তেওঁৰ নিজৰ কাব্যৰ নহয়, সমগ্ৰ অসমীয়া কাব্যজগতৰ ইতিহাসতে অদ্বিতীয়। ইয়াৰ সাঁচটো হ'ল, অপূৰ্ণপদী ছবি ছন্দসজ্জাৰ। ছবিৰ ৮. ৮. ১০ বিন্যাসকে তেওঁ ৮. ৮. ৭ ৰূপকল্পত ন গঢ দি লৈছে, এইদৰে—

সন্ধিয়াৰ চাকিশাৰী পুখুৰী পানীত পৰি
দীঘলীয়া নাচিছে

কিন্তু, এয়া হ'ল—বাহিৰৰপৰা দেখা পোৱা স্থাপত্যৰূপটোহে। প্ৰথম দুটা পদৰ চলন সমমাত্ৰিক ভংগীৰ। দৰাচলতে, ইহঁত দুয়োটাই যুগ্মপৰ্বৰ ৰূপতহে অষ্টমাত্ৰিক। শেষ পদটোৰ চলন বাহিৰৰপৰা চকুৱে দেখাৰ দৰে সপ্তমাত্ৰিক ৰূপৰ আধাৰত বিধৃত নহয়। ইয়াত ছবি ছন্দসজ্জাৰ ৬. ৪ ৰূপকল্পৰ প্ৰতিধ্বনি স্পষ্ট হৈ ৰৈছে। দুয়োটা পৰ্বৰে সীমান্তত মৌনমাত্ৰাৰ অস্তিত্ব এনেদৰে অনুভূত হয়,

দীঘলীয়া ০ ০। নাচিছে ০

সেয়েহে, গোটেই পদটো দুবাৰকৈ অপূৰ্ণতাৰ স্পন্দনেৰে স্পন্দিত হৈ উঠে। 'কিবা যেন নাই নাই' কবিতাটোৰ ভাববস্তুত যি অপূৰ্ণতাৰ মধুৰ বেদনানুভূতি আছে, ছন্দই যেন সেই বেদনানুভূতিক দুগুণে ফটফটীয়াকৈ তুলি ধৰিছে। তেওঁ যদি এগৰাকী অতি ছন্দকুশল কবি নহ'লহেঁতেন, তেওঁৰ কবিতাৰ ছন্দত যতি আৰু গতিৰ এই অনন্যসুন্দৰ সহযোগ নিশ্চয় এনেকুৱাকৈ সম্ভৱ হৈ নুঠিলহেঁতেন।

ঠিক তেনেকৈয়ে, 'ফুলক' নামৰ কবিতাটোত এক অপূৰ্ব ৰূপৰ মিশ্ৰ ছন্দসজ্জা পৰিলক্ষিত হয়। ইয়াৰ প্ৰথম স্তৱকটোৰ বিন্যাস অসমীয়া ছন্দৰ ইতিহাসত আৰু আন ক'তোৱেই বিচাৰি পাবলৈ নাই। স্তৱকটোৰ ছন্দোবিন্যাস এনে ধৰণৰ,

কালি | সন্ধিয়া বেলিকা |
পাতৰ মাজত থকা | সক | কলিটি   ২ ‖ ৬ | ৮ | ৫
আজি | দেখিলোঁ এতিয়া
ৰূপে ভৰা ফুলি থকা | সক হাঁহিটি   ২ ‖ ৬ | ৮ | ৫

ইয়াৰ প্ৰথম ছত্ৰটোত আছে, ৬. ৬ ৰূপকল্পৰ দুলড়ী ছন্দসজ্জাৰ দুটা পৰ্বৰ সলনি দুই মাত্ৰাৰ পৰ্বপ্ৰান্তিকৰ ৰূপত এটা ভগ্ন পৰ্ব আৰু এটা ছয় মাত্ৰাৰ পূৰ্ণ পৰ্ব। দ্বিতীয় ছত্ৰটো জানিবা এটি পয়াৰৰ অসম্পূৰ্ণ চৰণ, কথমপিহে সম্পূৰ্ণ হৈ উঠিল। প্ৰথম ছত্ৰটো গতিৰ তৰলিত প্ৰবাহেৰে যেনেকুৱাকৈ প্ৰবহমান, দ্বিতীয়টো ছত্ৰ সমমাত্ৰিক ভংগীৰ ধীৰ পদক্ষেপেৰে তেনেকুৱাকৈ স্থাণুধৰ্মী। নক'লেও হ'ব, দুটা বিপৰীত আদৰ্শৰ ভংগী মিলি ইয়াত ছন্দই ৰূপ লভিছে, তৰংগিত ভাস্কৰ্যবস্তুৰ। তাৰ লগতে যোগ হৈছে, অসম্পূৰ্ণ পয়াৰৰ অপূৰ্ব শিঞ্জনমাধুৰ্য। কবিতাটোৰ পৰৱৰ্তী স্তবক তিনিটাত আছে, যতিপ্ৰান্তিকতা আৰু প্ৰবহমানতাৰ অনুপম যুগলবন্দী।

'অঞ্জলি'ৰ মুঠ তিনি কুৰি ওঠৰটা কবিতাৰ ভিতৰত আছে, দহোটা চনেট। ১৯১০ চনৰ আগতেই ৰচিত এই চনেটকেইটা অসমীয়া কাব্য-সাহিত্যৰ আপুৰুগীয়া সম্পত্তি। হেম গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' অসমীয়া সাহিত্যৰ প্ৰথম নিভাঁজ পেট্ৰাৰ্কীয় আৰ্হিৰ চনেট; আৰু পদ্মনাথ গোহাঞি-বৰুৱাৰ 'কবিতা' হ'ল নিখুঁত চেক্সপীয়েৰীয় আৰ্হিৰ চনেট। দুৰ্গেশ্বৰ শৰ্মাৰ সীতা-স্বয়ম্বৰৰ সাঁচটো চেক্সপীয়েৰৰ, ৰংথিনি মিহলি ধৰণৰ। ইয়াৰ প্ৰথম দুটা চতুষ্কৰ মিল-বিন্যাস চকাচন্দাকৈহে আছে। গোটেইখিনি মিলি ইয়াৰ ৰূপটো দুয়োবিধ চনেটৰপৰা সমানে দূৰৈত। ঠিক তেনেকৈয়ে, 'মানুহ (২)' কবিতাটোৰ গঠনবিন্যাস চেক্সপীয়েৰৰ, কিন্তু মিল-বিন্যাস পেট্ৰাৰ্কীয়। মিলৰ আদৰ্শ যদিও আবেষ্টিত ( enclosing ) ৰূপৰ, তথাপি পেট্ৰাৰ্কৰ দৰে ইয়াৰ অষ্টক অংশটোত মাথোন ক | খ | খ | ক ৰীতিৰ মিল নাই। তাৰ সলনি আছে, ক খ খ ক | গ ঘ ঘ গ ৰীতিৰ ভিন ভিন দুযোৰা মিল। তদুপৰি ইয়াৰ ষড়কটো পেট্ৰাৰ্কৰ আদৰ্শত দুটা ত্ৰিপংক্তিকৰ সমাৱেশ নহয়। ফলত, চেক্সপীয়েৰীয় চনেটৰ যুগ্মকটো অতি স্পষ্ট ৰূপত প্ৰতিভাত। 'শেহনিশা' নামৰ চনেটটোত আকৌ চেক্সপীয়েৰীয় আদৰ্শৰ একান্তৰ মিল যেনেকৈ নাই, পেট্ৰাৰ্কীয় আদৰ্শৰ আবেষ্টিত মিলো তেনেকৈ নাই। তাৰ সলনি, ইয়াৰ

গোটেইটো দ্বাদশিকা ( douzain ) স্তৱকক গাঁথি থৈছে, অবিচ্ছিন্ন মিলৰ আভাসে। সাংকেতিক ৰূপৰ খেও ধৰি ব্যাখ্যা কৰিবলৈ হ'লে, ক'ব পাৰি —ইয়াৰ মিল-বিন্যাস ক খ খ ক | গ ক ক গ | ঘ ক ক ঘ | চ চ ৰূপকল্পৰ। যদিও এই সকলোবোৰ অভিনৱত্ব অসমীয়া চনেটৰ ৰাজ্যত মাথোন এজন কবিৰ অকলশৰীয়া সাধনাৰ সফল সমাপ্তিৰ দৃষ্টান্ত, তথাপি এয়া মাথোন চনেটৰ বহিৰংগৰহে পৰিচায়ক। মূল কথাষাৰ হ'ল, গোহাঞিবৰুৱাৰ বিশুদ্ধ চেক্সপীয়েৰীয় চনেটতো যিটো বস্তুৰ নাটনি, সেই আদৰ্শ ৰসবস্তুৰ সন্ধান শৰ্মাৰ কবিতাতে প্ৰথমবাৰৰ কাৰণে পাওঁ। সেই আদৰ্শ ৰসবস্তুৰ উমান দিছে, বিদেশী ছান্দসিকে এইদৰে, "চেক্সপীয়েৰীয় চনেট জানিবা এচটা পকা-অঙঠাৰ দৰে তপত লো, যাক শেষ যুগ্মকটো পাবৰ পৰত গধুৰ হাতুৰীৰে চূড়ান্ত কোবটো নোশোধোৱালৈকে নিয়াৰিৰ ওপৰত থৈ গঢ় দি থকা হয়।"[৬] শৰ্মাৰ চনেটসমূহত স্তৱকৰপৰা স্তৱকলৈ আহি থাকোঁতে ঠিক এইখিনি বস্তুকেই পোৱা যায়। ভাৱবস্তুৰ জুইৰঙা সমলখিনিক ছন্দৰ নিয়ঁাৰিত থৈ কবি-কল্পনাৰ হাতুৰীৰে শেষ কোবটো শোধাই দিয়াৰ পাচতহে চনেটে তাৰ পৰিপূৰ্ণ গঢ়টো লাভ কৰে।

'নিবেদন'ৰ কবিতাসমূহৰ প্ৰধান ছন্দবৈশিষ্ট্য হ'ল, সিবিলাকত থকা মুক্ত-বন্ধৰ গতি। 'অঞ্জলি'ৰেই দুটিমান কবিতাত ছেগা-চোৰোকাকৈ ইয়াৰ আভাস পোৱা গৈছিল। 'নিবেদন'ত কবি-প্ৰতিভাৰ স্বচ্ছন্দ ৰূপটোৰ প্ৰকাশ ঘটিছে, তেনেকুৱা মুক্তবন্ধৰ ছন্দসজ্জাসমূহতে। 'জলকুঁৱৰী' কবিতাটো তাৰে সুন্দৰতম নিদৰ্শন। এই কবিতাটোৰ চৰণসমূহ যদিও যতিপ্ৰান্তিক ৰূপৰ, তথাপি পৰ্বসমূহ অসমান আৰু নানা বিচিত্ৰ ছন্দবন্ধৰ আভাসযুক্ত। এইখিনিতে উল্লেখযোগ্য, নিবেদন'তো কবিৰ প্ৰতিভাই ৮. ৬. ১০ গঢ়ৰ ত্ৰিপদীকেই আপোন বুলি গ্ৰহণ কৰিছে। কিন্তু তাৰে কেইটিমান কবিতাত স্তৱকৰ ৰূপকল্প যুগ্মকৰ আধাৰত বিন্যস্ত নহয়—ত্ৰিপংক্তিকৰ আধাৰতহে বিন্যস্ত। অসমীয়া ছন্দত ত্ৰিপংক্তিক-চৰণাশ্ৰয়ী স্তৱকসজ্জা অতি বিৰল। তাৰে নিদৰ্শন,

---

৬. The Shakespearian sonnet is like a red-hot bar being moulded upon a forge, till—in the closing couplet—it receives the clinching blow from the heavy hammer.—Saintsbury, George : A History of English Prosody, Vol. II, page 60.

মৰাৰ পিচতো মোৰ মনত থাকিব
ফলে ফুলে ভৰ। ধৰালৈ,
পুৱা উঠি নেদেখিম সূৰ্য্যৰ পোহৰ
চকুযুৰি জাপ গ'লেগৈ,
গাই থকা আকাশত দেৱতাৰ গীত
নোসোমাব মোৰ কাণলৈ। [ মৰম-পাশ ]

মুঠতে, নিবেদন'ত ছন্দৰ বান্ধোনতকৈ চিন্তাৰ বিচিত্ৰতাহে অধিক প্ৰণিধান-যোগ্য।

'উপাসনা'ৰ কবিতাখিনি ভাষাৰ ফালৰপৰা যেনেকৈ মসৃণতাবৰ্জিত, ছন্দৰ ফালৰপৰাও তেনেকৈ ধ্বনিমাধুৰ্যহীন। অৱশ্যে বিজুলীৰ ৰেখাৰ দৰে দুটি-এটি অপৰূপ মধুৰ চৰণে চিকমিকাই নোযোৱাকৈ থকা নাই। কিন্তু সামগ্ৰিক-ভাবে ক'বলৈ হ'লে, ইবিলাকৰ ছন্দৰ বান্ধোন যিদৰে শিথিল, স্পন্দনো সেইদৰে জড়িমাপূৰ্ণ। নিৰূপিত মাত্ৰাৰ পৰিৱৰ্তে, এই পৰ্যায়ৰ প্ৰায়বোৰ কবিতাতে পৰ্বসমূহৰ ৰূপায়ণত ধ্বনি-সম্প্ৰসাৰণৰ প্ৰয়োজন অনুভূত হয়। দৃষ্টান্তস্বৰূপে,

ধানটোৱে পতি বেলেগ কণ০
মানুহে পতি০ মন
নিজৰ নিজৰ সাধ্য মতে০
বিদ্যা বুদ্ধি ধন। [ সমাজ ]

নকলেও হ'ব, মৌনমাত্ৰাযুক্ত পৰ্বসমূহত ধ্বনি-সম্প্ৰসাৰণ অপৰিহাৰ্য হৈ উঠে। ঠিক তেনেকৈয়ে, কিছুমান কবিতাত ঠাইবিশেষে ধ্বনি-সংকোচনৰো প্ৰয়োজন হয়। তাৰে আভাস থকা এটি দৃষ্টান্ত,

সাগৰে বোলে পানীৰ টোপাল
একেই আমাৰ বংশ
তুমিয়ে ময়ে একেই মাথোন
নহওঁ কোনো কাৰো অংশ। [ তেবেঁই মই ]

নক'লেও হ'ব, মাত্ৰাবৃত্ত অথবা যৌগিক ৰীতিৰ ছন্দত শব্দপ্ৰান্তিক বৰ্ণ দলৰ সংশ্লিষ্ট ৰূপ ধ্বনি-সংকোচনৰ অবিহনে অসম্ভৱ।

আচলতে কবি-জীৱনৰ শেষ প্ৰান্তত স্থিৰ হৈ কবিগৰাকীয়ে ছন্দ-



সতীর্থ কেইগৰাকীমানৰ লগত

( বাওঁফালৰপৰা ) জ্ঞানদাভিৰাম বৰুৱা দুৰ্গেশ্বৰ শৰ্মা অম্বিকাগিৰী ৰায়চৌধুৰী সূৰ্য্যকুমাৰ ভূঞা
আৰু ৰঘুনাথ চৌধাৰী



পৰিয়ালৰ মাজত

বাওঁফালৰপৰা ( থিয় হৈ ) . দুজন আত্মীয়, পুতেক ৺নিৰ্মলেশ্বৰ শৰ্মা পুতেক শ্যাৰিক শৰ্মা জীনাতি জীৱন বৰুৱা ডঃ ৰাঘৱেন্দ্ৰ ৰাও পুতেক পৰমেশ্বৰ শৰ্মা,
পুতেক আনন্দেশ্বৰ শৰ্মা জোঁৱায়েক ৺দুলাল বৰুৱা এজন আত্মীয়।
(চকীত বহি ) নাতিনী ৰমা গোস্বামী বোৱাৰী ৰেণু দেৱী বোৱাৰী অণিমা দেৱী ৺দুৰ্গেশ্বৰ শৰ্মা, সহধৰ্মিণী ৺সাবিত্ৰী দেৱী বোৱাৰী মণি দেৱী
জীয়েক ৺পাৰ্বতী বৰঠাকুৰ জীয়েক হীৰা বৰুৱা। ( মজিয়াত আৰু কোলাত বহি ) নাতি-নাতিনীহঁত—নাম অঞ্জনা ৩মা পৱন বৰুৱা, অঞ্জাল।

সৌকর্যতকৈ ভাৱগভীৰতাৰ ওপৰতহে বেছি গুৰুত্ব আৰোপ কৰিবলৈ লৈছিল। একালে তৎসম শব্দৰ অধিকতৰ প্ৰয়োগ আৰু সেই শব্দসমূহৰ কষ্ট সুশৃংখল মাত্ৰাবৃত্তসুলভ বিশিষ্ট ভংগী আৰু আনকালে ধ্বনি-সম্প্ৰসাৰণৰ যুগল নৃত্য— দুয়োটা মিলি ইবিলাকৰ ছন্দসংগীতক লৌকিক ৰীতিৰ স্বৰবৃত্ত যেনেকৈ হ'বলৈ দিয়া নাই, পৰিশীলিত কণ্ঠৰ বিশুদ্ধ মাত্ৰাবৃত্তও তেনেকৈ হ'বলৈ দিয়া নাই। তাৰ সলনি, এই মুঠি কবিতাৰ ধ্বনিৰূপত বিচাৰি পোৱা যায়, মুক্তক ৰূপে অনতিনিৰূপিত গদ্যছন্দৰ আভাস। অৱশ্যে, নিৰূপিত ছন্দবন্ধৰ প্ৰতি থকা গভীৰ অনুৰাগে সেই ছন্দক ৰবীন্দ্ৰনাথৰ 'নৱজাতক' অথবা 'জন্মদিন'এৰ গদ্যছন্দৰ পৌৰুষব্যঞ্জনাও লাভ কৰিবলৈ দিয়া নাই। তথাপি, ইবিলাকৰ মৰ্মস্পৰ্শিতা ৰবীন্দ্ৰনাথৰ শেষ বয়সৰ কবিতাসমূহৰ গদ্যছন্দৰ ৰূপেই সমানে সুতীব্ৰ আৰু লক্ষ্যভেদী।

## ॥ নাট্যপ্ৰতিভাৰ মূল্যায়ন ॥

নাট্যকাৰ হিচাপে তেওঁৰ খ্যাতিয়ে যদিও দুৰ্গেশ্বৰ শৰ্মাৰ বিপুল কবি-খ্যাতিক চেৰাই যোৱাৰ প্ৰশ্নই নুঠে, আনকি তাৰ সীমাৰেখাও চুই যোৱাৰ প্ৰশ্ন নুঠে, তথাপি অসমীয়া নাট্যসাহিত্যৰ বুৰঞ্জীত তেওঁৰ নাম স্বয়ংসম্পূৰ্ণ সফলতাৰ আধাৰতেই প্ৰতিষ্ঠিত। তাৰান্তৰত ক'ব পাৰি, তেওঁ যদি জীৱনত কোনো কবিতাই নিলিখি মাথোন নাটককেইখনহে লিখি থৈ গ'লহেঁতেন, তেনেহ'লে কিজানি তেওঁ অসমীয়া সাহিত্যৰ জগতত এগৰাকী বিশিষ্ট নাট্যকাৰ ৰূপেই স্বীকৃত হ'লহেঁতেন। অৱশ্যে এইবাৰ কথাও একেটা উপাহতে কৈ থ'ব লগীয়া হয়, তেওঁৰ নাটক সম্পৰ্কীয় ধ্যান-ধাৰণাৰ গোটেইখিনি কবিকাৰৰ পৰিচিত খাতেদিয়েই প্ৰবাহিত আছিল।

যি কি নহওক, সংখ্যাৰ ফালেৰে অতি তাকৰীয়া হ'লেও, তেওঁ আমাৰ বাবে দান কৰি থৈ গৈছে—সবিশেষ উল্লেখযোগ্য সাহিত্য-কলোত্তীৰ্ণ অথচ মঞ্চ-সফল নাটক। তাৰে দুখন মহাকাব্যৰ কথাবস্তুনিৰ্ভৰ—'পাৰ্থ-পৰাজয়' আৰু

'বালী বধ'। বাকী দুখন চন্দ্ৰশীয়েৰীয় নাটকৰ অসমীয়া ৰূপান্তৰ—'চন্দ্ৰাৱলী' আৰু 'পদ্মাৱতী'। ইয়াৰে পোনৰ তিনিখন ছপাপুথিৰ ৰূপত প্ৰকাশিত হৈছিল, ১৯০৯ চনৰপৰা ১৯১২ চনৰ ভিতৰত। সিবিলাকৰ আচল ৰচনা-তাৰিখ এমূৰে ১৯০৭ চনতকৈ উজনিৰ নহয় আৰু আনমূৰে ১৯১০ চনতকৈ ভটিয়াই নহয়। বাহ্যিক আৰু আভ্যন্তৰীণ সাক্ষ্য প্ৰমাণৰ ভিত্তিত ধাৰণা হয়, তেওঁৰ অপ্ৰকাশিত নাটক 'পদ্মাৱতী'ৰো ৰচনা-তাৰিখ একেছোৱা সময়ৰে ভিতৰৰ। থোৰতে ক'বলৈ হ'লে, এই চাৰিওখন নাটক তেওঁৰ জীৱনৰ সেই বিশেষ সময়ছোৱাৰে সৃষ্টি, যেতিয়া তেওঁ 'যোৰহাট অসমীয়া নাটঘৰ'ৰ লগত সক্ৰিয় সহযোগী হিচাপে সংশ্লিষ্ট হৈ আছিল। এইখিনিতে এইষাৰ কথাও কৈ থ'ব পাৰি, অভিনেতাৰ ভূমিকাত অৱতীৰ্ণ হৈয়েই কিজানি তেওঁ ভাল মৌলিক অসমীয়া নাটকৰ প্ৰয়োজন অনুভৱ কৰিছিল। এনেকৈয়ে কোনোবা এটা সময়ত সমুখৰ পাদপ্ৰদীপৰ পোহৰত পোৱা অভিনেতা-জীৱনৰ অভিজ্ঞতাৰেই পঢ়া-কোঠালিৰ ভিতৰলৈ গৈ নাট্যকাৰ-জীৱনৰ পাতনি মেলিছিল। নক'লেও হ'ব, যিহেতু ৰ গমঞ্চৰ লগত তেওঁৰ পৰিচয় যথেষ্ট অন্তৰংগ আছিল, সেইকাৰণেই তেওঁৰ কেয়োখন নাটকেই সমকালীন বহুতো নাটকৰ তুলনাত আংগিকৰ ত্ৰুটিৰপৰা প্ৰশংসনীয়ভাৱে মুক্ত। তেওঁৰ কোনোখন নাটকৰ ক'তোৱেই সংলাপৰ ভাষাই উজুতি খোৱা নাই, দৃশ্য-পৰিকল্পনাত আঁৰ লগা নাই, আৰু কোনো চৰিত্ৰ প্ৰয়োজনৰ অতিৰিক্ত হৈ ওলমি থকা নাই।

শৰ্মাৰ চাৰিওখন নাটকৰ এটা উমৈহতীয়া গুণবৈশিষ্ট্য হ'ল, প্ৰত্যেকখনৰে প্ৰধান চৰিত্ৰসমূহৰ মুখত দিয়া সংলাপৰ ভাষা। মাথোন পাৰ্শ্ব-চৰিত্ৰবোৰৰ বাহিৰে আন সকলোবিলাকৰে সংলাপ ছিন্ন অমিতাক্ষৰ ছন্দৰূপত আৰোপিত। সকলোৱে জানে; তেওঁৰ সমকালীন প্ৰায়বোৰ অসমীয়া নাট্যকাৰেই তেওঁলোকৰ নাটকসমূহত কাৰোবাৰ মুখত গুৰুগম্ভীৰ বচন দিবলগীয়া হ'লেই, বাংলা নাট্যজগতৰ সুবিখ্যাত নাট্যকাৰ গিৰিশচন্দ্ৰ ঘোষে প্ৰৱৰ্তন কৰা এইটো ছন্দৰূপকেই বাচি লৈছিল। নক'লেও হ'ব, অমিত্ৰাক্ষৰ ছন্দৰ দৰে ইয়াৰ ছন্দস্পন্দত ছেদ আৰু যতিৰ বিৰোধ থাকিবলৈ নাই। কিন্তু অমিতাক্ষৰ ছন্দৰ দৰে ইয়াৰ গতিকে নিয়ন্ত্ৰিত কৰাৰ প্ৰয়োজন অনুভৱ নহয়। ভাৱৰ গতিয়েই ইয়াৰ ছন্দৰো গতি; আৰু ভাৱৰ যতিয়েই ইয়াৰ ছন্দৰো যতি।

লেয়ে, এই ছন্দত ছত্ৰসমূহৰ দৈৰ্ঘ্য অনিৰ্দিষ্ট আৰু অসমান। যি কি নহওক, অসমীয়া ভাষাত ইয়াৰে পোনৰ খোজটো দিছিল, চন্দ্ৰধৰ বৰুৱাই ১৯০৪ চনত—তেওঁৰ 'মেঘনাদবধ' নাটকৰ সংলাপমালাত। খুব সম্ভৱ, ঠিক তাৰ পাচৰে ওপৰা-ওপৰিকৈ পেলোৱা খোজকেইটাই দুৰ্গেশ্বৰ শৰ্মাৰ। সেইহিচাপে, এই দুগৰাকী কবি-নাট্যকাৰৰ সফল প্ৰচেষ্টাৰ গুণতে এইবিধ ছন্দ-সংলাপ অসমীয়া নাটকৰ ঘৰুৱা সম্পত্তি হৈ পৰিছে।

॥ ২ ॥

তেওঁৰ জীৱনৰ প্ৰথম নাটকখন হ'ল, 'পাৰ্থ-পৰাজয়'। ইয়াৰ কথাবস্তু সংগৃহীত হৈছে, 'মহাভাৰত'ৰ অশ্বমেধ পৰ্বৰপৰা। মুঠ উঠৈলশটা দৃশ্য পাঁচোটা অংকত বিন্যস্ত হৈ পৰিবেশিত হৈছে। সেইখিনি পৰিসৰতে নাট্যকাৰে লুপ্তবীৰ্য মধ্যম-পাণ্ডৱৰ জীৱনৰ এটি তাৎপৰ্যপূৰ্ণ অধ্যায় নাটকৰ ৰূপত চিত্ৰিত কৰি উলিয়াইছে। অশ্বমেধ যজ্ঞৰ ঘোঁৰা লগত লৈ অৰ্জুনৰ মণিপুৰ ৰাজ্যত পদাৰ্পণ, পুত্ৰ বভ্ৰুবাহনৰদ্বাৰা পিতৃ-অভ্যৰ্থনাৰ প্ৰস্তুতি, অৰ্জুনৰ গুচৰত বভ্ৰুবাহনৰ অপমান, পিতা-পুত্ৰৰ যুদ্ধ আৰু পিতাৰ মৃত্যু, শ্ৰীকৃষ্ণৰ সহায়ত সঞ্জীৱনী মণি সংগ্ৰহ আৰু পাৰ্থৰ পুনৰ্জীৱন প্ৰাপ্তি, আৰু অৱশেষত পিতা-পুত্ৰৰ মিলন—এইখিনি ঘটনাৰ আধাৰতে নিৰ্মাণ কৰা হৈছে, নাটকখনৰ মূল কাহিনী।[৭] নক'লেও হ'ব, সেই সময়ৰ ৰীতি অনুযায়ী গোটেইখন 'মহাভাৰত' অথবা 'ৰামায়ণ' মহাকাব্যকেই নাটকীয় ৰূপ দিয়া প্ৰচেষ্টাৰপৰা এইখন নাটক এক উল্লেখযোগ্য ব্যতিক্ৰম। তদুপৰি, চেক্সপীয়েৰীয় নাটকৰ আৰ্হিত মূল কাহিনীৰ প্ৰত্যন্তত উপস্থাপন কৰা হৈছে, গংগাৰ প্ৰতিশোধগ্ৰহণৰ এটি উপকাহিনী। নাট্যকাৰগৰাকীয়ে মূল কাহিনীৰ ক্ষেত্ৰত যিদৰে মহাকাব্যৰ ঘটনাৱলী নিষ্ঠাৰে লৈতে নাটকৰ মাধ্যমলৈ ৰূপান্তৰিত কৰিছে, উপকাহিনীটোৰ ক্ষেত্ৰত সেই একে ধৰণৰ মূলৰ প্ৰতি আনুগত্য প্ৰদৰ্শন কৰা নাই। বৰং, ইয়াত কল্পনাৰ চিটিকনি সৰহীয়াকৈ পৰিছে।

নাটকখনৰ গাঁথনি সম্পৰ্কে আলোচনা কৰিবলৈ হ'লে, পোনতেই আৰম্ভণী দৃশ্যটো ভুঁহিয়াই চাবলগীয়া হয়। ইয়াত চিত্ৰিত হৈছে, নায়ক বভ্ৰুবাহন আৰু তেওঁৰ মহিষী প্ৰভাৱতীৰ দাম্পত্য-জীৱনৰ এটি প্ৰণয়মধুৰ একান্ত মুহূৰ্ত।

---

৭. দ্ৰ: অশ্বমেধপৰ্ব, অধ্যায় ৭৯-৮১।

দৃশ্যটোৰ নাটকীয় সাৰ্থকতা এইখিনিতেই, নাটকখনৰ নায়কগৰাকী যে সুক্ষ্ম ৰুচিবোধ আৰু পৰিশীলিত মনোভংগীৰ অধিকাৰী—সেই কথাবাৰ অতি ফটফটীয়াকৈ তুলি ধৰা হৈছে। লগতে এইবাৰ কথাবো এটি স্পষ্ট ইংগিত দাঙি ধৰা হৈছে, ৰাজধৰ্ম সকলো সময়তে সুখী জীৱন-যাপনৰ অনুকূল নহয়। সেয়েহে, বভ্রুবাহনৰ মুখত এইষাৰ উক্তি,

গান শুনি পাহৰোঁ থন্তেক মাথোঁ।
ৰাজ্যৰ ভাঙৰ চিন্তাবোৰ,
মাৰ গ'লে মোহিনী সংগীত
সেই ভাৱবোৰে
পুনু আহি মন মোৰ কৰে অধিকাৰ।
নাই মোৰ হিয়াৰ মাজত
এগছিও সৰু তাঁৰ বতাহতে বজা,—
যুঠে তাত বাহিৰৰ একো প্ৰতিধ্বনি।

সেই সুখ-স্বপ্নত বিভোৰ হৈ থাকোঁতেই ফুলনিৰ মালীয়ে দি গ'লহি, এটা দুশ্চিন্তাৰ বোজা কঢ়িয়াই অনা অমংগলৰ বাতৰি—অশ্বমেধ যজ্ঞৰ ঘোঁৰা ফুলনিত প্ৰবেশ কৰিছে! স্বীকাৰ কৰিবলগীয়া হয়, নাটকখনৰ উন্মোচনী দৃশ্যটো প্ৰকৃততেই অমোঘ লক্ষ্যসন্ধানী। খুব সম্ভৱ, এই বিষয়ত নাট্যকাৰ শৰ্মাৰ সন্মুখত আছিল, চেক্সপীয়েৰীয় নাটকৰ আদৰ্শ। যি কি নহওক. দৃশ্যটোৰ নাটকীয় গাম্ভীৰ্য ক্ষুণ্ণ কৰিছে, পুণ্ডৰীকৰ তৰল হাস্যৰসৰ. যোগান ধৰা স্বগতোক্তিটোৱে। সেই স্বগতোক্তিটো কেৱল যে ৰসভংগৰ উপকৰণ সেয়ে নহয়, নাটকখনৰ গঠনবিন্যাসো ত্ৰুটিপূৰ্ণ কৰি তোলাত ই সহায় কৰিছে। কাৰণ, চৰিত্ৰটোৰ ভূমিকা বিচ্ছিন্ন—ইয়াৰ প্ৰৱেশৰ আগ-মুহূৰ্তত মঞ্চ সম্পূৰ্ণৰূপে শূন্য হৈ পৰে। ফলস্বৰূপে, পুণ্ডৰীকৰ চৰিত্ৰটোৱেই নাট্যকাৰে বাহিৰৰপৰা জাপি দিয়া চৰিত্ৰৰূপে প্ৰতীয়মান হয়।

নাটকখনৰ নিৰ্মাণশৈলীত এই বিশেষ ত্ৰুটিটো কেইবাবাৰো পৰিলক্ষিত হয়। ৩য় অংকৰ ২য় গৰ্ভাংকত ওপৰা-ওপৰিকৈ কেইবাবাৰো ৰংগমঞ্চ শূন্য হৈ পৰে। অৱশ্যে, এই দৃশ্যটোত ৰণক্ষেত্ৰৰ দ্ৰুত সঞ্চৰণশীল ৰূপটো সেই ৰংগমঞ্চৰ পৌনঃপুনিক শূন্যতাইহে যোগান ধৰিছে। অকল সেয়ে নহয়, গংগাৰ অতিলৌকিক প্ৰভাৱৰ ফলস্বৰূপেই যে কুৰুক্ষেত্ৰবিজয়ী পাণ্ডৱৰ সৈন্যবাহিনী

নিৰ্বীৰ্য হৈ পৰিছিল আৰু নিৰ্বীৰ্যতা বিভিন্ন স্তৰত প্ৰতিফলিত হৈছিল—সেই কথাষাৰো এই ত্ৰুটিপূৰ্ণ শূন্য ৰংগমঞ্চইহে উদঙাই ধৰিছে। অনুৰূপে, ৪ৰ্থ অংক ১ম গৰ্ভাংকতো ৰংগমঞ্চ ক্ষণিকলৈ শূন্য হৈ পৰাৰ পাচত গংগাদেৱীৰ প্ৰৱেশ ঘটিছে আৰু তেওঁৰ স্বগতোক্তিয়ে অৰ্জুন আৰু বৃষকেতুৰ মস্তক-অপহৰণৰ সিদ্ধান্ত সম্পৰ্কে দৰ্শকক জানিবলৈ দিয়ে। দৰাচলতে, এই ধৰণৰ কেইবাটাও ক্ষণিকলৈ শূন্য হৈ পৰা ৰংগমঞ্চৰ অনিবাৰ্য দৃশ্যই এষাৰ কথাৰ সঙ্কেত দিয়ে যে, তেওঁৰ সমকালীন নাট্যধাৰণাত ই ত্ৰুটি হিচাপে পৰিগণিত হোৱা নাছিল। এইখিনিতে তেওঁ নাট্যকাৰ হিচাপে নিজৰ কালৰ ধ্যান-ধাৰণাৰ বন্দী আছিল।

ওপৰে ওপৰে চাই গ'লে ধাৰণা হয়, নাটকথনৰ নিৰ্মাণ-শৈলীত থকা এটি ডাঙৰ ত্ৰুটি প্ৰকাশ পাইছে—৩য় অংক ৩য় গৰ্ভাংকটোৰ নাটকীয় ৰূপ পৰিকল্পনাত। ধাৰণা হয়, কোনো কাৰণ নথকাকৈয়ে মুখত এটি গীত আৰু এটা দীঘলীয়া স্বগতোক্তিৰ সৈতে এগৰাকী অন্ধ মালিনীৰ চৰিত্ৰ অৱতাৰণা কৰা হৈছে। অতি ঐশ্বৰ্যময় কাব্য-সম্পদেৰে চহকী এই দৃশ্যটোৰ মিল আছে। 'শোণিত-কুঁৱৰী' নাটকৰ ৩য় অংক ১ম দৃশ্যটো অতি কঠোৰ ভাষাৰে সমালোচনা কৰাৰ কথা এই সন্দৰ্ভত স্মৰণযোগ্য। দৰাচলতে, চিত্ৰলেখাৰ অতি কবিত্বপূৰ্ণ উক্তিৰে ভৰপূৰ সেই দৃশ্যটোৰ দৰে 'পাৰ্থ-পৰাজয়'ৰ এই দৃশ্যটোও নাটকথনৰ বাবে আৱশ্যকীয় পৰিমণ্ডল সৃষ্টিৰ ক্ষেত্ৰত সমানে গুৰুত্বপূৰ্ণ। অন্ধ মালিনীৰ এই উক্তিটো,

দেখা নাই জন্মাবিধি,  
চকুযুৰি মোৰ  
অন্ধ কৰি প্ৰজিলে বিধিয়ে।  
মাথোঁ মই সূৰ্য্যৰ ৰ'দত  
গম পাওঁ দেহত উত্তাপ,—  
আৰু যেন অন্তৰত  
কিবা এটা কৰে ফুলোঁ ফুলোঁ।

নাটকথনৰ সেই দৃশ্য উপভোগ কৰাৰ পাচতো স্মৃতিৰ পটত উজ্জ্বল হৈ ৰৈ যায়। কাৰণ, এজনী সাধাৰণ অন্ধ মালিনীয়ে যি সুস্থ দৃষ্টিভংগীৰে জীৱনৰ চৰম দুৰ্ভাগ্যকো বিধাতাৰ অমেয় আশীৰ্বাদ বুলি গ্ৰহণ কৰিব পাৰে, সেই দৃষ্টিভংগীটোৱেই যে চিত্ৰাংগদা আৰু উলুপীৰ বাবে সান্ত্বনাৰ একমাত্ৰ উপকৰণ—

সেই কথাবাৰৰ ইংগিত আগতীয়াকৈ কঢ়িয়াই আনিছে। অৱশ্যে, স্বীকাৰ কৰিবলগীয়া হয়, চিত্ৰলেখাৰ তুলনাত অন্ধ মালিনীৰ কবিত্বপূৰ্ণ স্বগতোক্তিৰ মাধুৰ্য যেনেকৈ কিছু নিষ্প্ৰভ, ঠিক তেনেকৈ চৰিত্ৰটোৰ এটা মাত্ৰ দৃশ্যত আত্মপ্ৰকাশ নাট্যশিল্পৰ বিচাৰত সম্পূৰ্ণৰূপে স্বাভাৱিক গুণবিশিষ্ট নহয়।

চৰিত্ৰাংকনৰ ক্ষেত্ৰত নাটকখন বৈশিষ্ট্যহীন বুলি ক'লেও সত্যৰ কোনো অপলাপ নহয়। চিত্ৰাংগদাৰ চৰিত্ৰটোত মানসিক আত্মদ্বন্দ চিত্ৰিত কৰাৰ অৱকাশ প্ৰচুৰ আছিল, অথচ নাট্যকাৰে তাৰ কোনো সুযোগেই গ্ৰহণ কৰা নাই। বভ্ৰুবাহনৰ চৰিত্ৰটো তুলনামূলকভাৱে মানসিক দ্বন্দবোধেৰে তৰংগিত হৈছে যদিও, সি সম্পূৰ্ণৰূপে বিকশিত হৈ উঠা নাই। আনকি ৩য় অংক ৫ম গৰ্ভাংকত যিটো স্বগতোক্তিত হেমলেটৰ বিখ্যাত 'To be or not to be'-ৰ গভীৰ আত্মদ্বন্দ্ব প্ৰতিধ্বনিত হৈ উঠিছে, সি কাব্য-গুণেৰে চহকী যেন লাগিলেও নাটকীয় ব্যঞ্জনাৰপৰা বঞ্চিত। বভ্ৰুবাহনৰ সেই স্বগতোক্তি,

*জীৱনৰ কোনো কাৰ্য্য হ'ব নে নহয়?*
পাপৰ বিষম অস্ত্ৰাঘাত
সহ্য কৰি জীৱন-ৰণত
আত্ম-সমৰ্পণ কৰা
হ'ব নে সাধুৰ কাম?
নাই, নিজে মই যুদ্ধ সাজ পিন্ধি
বিপদক পৰাজি ৰণত
কৰোঁ যদি দুখৰ নিৰ্মূল,
আহিব নে পুনু মোৰ শান্তিৰ টোপনি?

যদিও কবিতা হিচাপে প্ৰশংসনীয়, তথাপি সেই প্ৰবল হৃদয়াবেগৰ উপযোগী পৃষ্ঠভূমি দৃশ্যটোত ৰচিত নোহোৱাৰ বাবে, ই কেৱল কথাৰ ফেনিল উচ্ছ্বাসত পৰিণত হৈছে।

উল্লেখযোগ্য যে, নাটকখনৰ দুটা পাৰ্শ্ব-চৰিত্ৰ মন্ত্ৰী আৰু ধৰ্মদাসৰ চিত্ৰণ তুলনামূলকভাৱে উজ্জ্বল হৈছে। বভ্ৰুবাহনে যেতিয়া ৰাজকবিক অৰ্জুনৰ অভ্যৰ্থনাৰ উপযোগীকৈ কবিতা ৰচনা কৰি আনিবলৈ আদেশ দিছে, তেতিয়া মন্ত্ৰীৰ বিদ্ৰূপমিহলি স্বগতোক্তিত হৃদয়ৰ গভীৰ ... অসীম ব্যথা বাজি উঠিছে,

স্বাধীনতা যাব,
পাণ্ডৱৰ বশৱৰ্ত্তী হ'ব,
এনে সময়ত,
এনেকুৱা নতুন দিনত
নেথাকিলে নতুন কবিতা
বুৰঞ্জীৰ শোভা নেবাঢিব।

মূঠৰ ওপৰত, মন্ত্ৰীৰ চৰিত্ৰটোৱে নাটকখনৰ কাহিনীবস্তুৰ লগত সম্পৰ্কিত এটা বিশিষ্ট দৃষ্টিকোণৰ ওপৰত সুন্দৰ আলোকসম্পাত কৰিছে।

গোটেইখন নাটকৰ আটাইতকৈ উজ্জ্বল দিশটোৰ পিনে আঙুলিয়াবলগীয়া হ'লে, আঙুলিয়াব লাগিব ইয়াৰ পৰিমণ্ডল ৰচনাৰ অদ্ভুত কৃতিত্বৰ পিনে। সেই পৰিমণ্ডল ৰচিত হৈছে এই সকলোবোৰ উপাদানেৰে—গভীৰ অৰ্থব্যঞ্জক নাট্যশ্লেষ, নিয়তিৰ অমোঘ নিৰ্দ্দেশৰ ওপৰত বিশ্বাস আৰু কেইটামান অনিন্দ্যসুন্দৰ সপোন-দৃশ্যৰ পৰিকল্পনা। ১ম অংক ২য় গৰ্ভাংকত বৃষকেতুৰ সদম্ভ উক্তি উদঙাই ধৰে, কুৰুক্ষেত্ৰবিজয়ী বীৰৰ আসন্ন ভাগ্যবিপৰ্যয়ৰ যন্ত্ৰণাৰ তীব্ৰতা—

কাৰ সাধ্য চুৰ কৰি নিয়ে
ভুবনবিজয়ী পাণ্ডৱৰ ঘোঁৰা!
নিজে ভগৱন্ত যাৰ ৰথৰ সাৰথি
তাৰ কোনে বিপদ আচৰে?

বৃষকেতুৱে নেজানে, কুৰুক্ষেত্ৰ যুদ্ধৰ অন্তত অৰ্জুনৰ সেই বীৰত্ব যে ইতিপূৰ্বে লুপ্ত হৈ গৈছে, ভগৱানৰ আপোন হাতৰ সাৰথ্যবৃত্তিৰপৰা যে অৰ্জুন ইতিমধ্যেই বঞ্চিত হৈ পৰিছে! হয়তো সমগ্ৰ মহাভাৰতৰ সাৰাংশটোৱেই সেইটো—মানুহ কেৱল ভগৱানৰ উদ্দেশ্য সাধনৰ নিমিত্ত। অৰ্জুন যিদৰে কৌৰৱপক্ষ নিশ্চিহ্ন হৈ যোৱাৰ নিমিত্ত, বভ্ৰুবাহনো সেইদৰে অৰ্জুনৰ তৃতীয়বাৰ 'মৃত্যু'ৰ নিমিত্ত!

নাট্যকাৰে গংগাৰ মুখেদি সেই 'মৃত্যু'ৰ কাৰণ নিৰ্দ্দেশ কৰিছে দুটা: ভীষ্ম হত্যাৰ অন্যায় ৰীতি আৰু প্ৰবীৰৰ প্ৰতি ছলনাত্মক আচৰণ। উল্লেখযোগ্য যে, মহাভাৰতত উলুপীৰ মুখেদি কেৱল প্ৰথমটো কাৰণহে

সবিস্তাৰে বৰ্ণিত হৈছে। যদিও গংগাৰ প্ৰতিশোধমূলক ছলনা সম্পূৰ্ণৰূপে নাট্যকাৰৰ কল্পিত কাহিনী, তথাপি গংগাৰ অৱতাৰণাই নাটকখনত জলদেৱীসকলৰ সহায়ত ২য় অংকৰ ৩য় গৰ্ভাংক আৰু ৪ৰ্থ অংকৰ ১ম গৰ্ভাংকত দুটি অতি মনোৰম সপোন দৃশ্যৰ ৰচনা সম্ভৱপৰ আৰু যুক্তিসিদ্ধ কৰি তুলিছে। তদুপৰি, গংগাৰ অৱতাৰণা কৰিয়েই নাট্যকাৰে এই নাটকখনত নিয়তিৰ হাতত মানুহৰ জীৱনৰ অভ্ৰান্ত দৈৱদশা উদঙাই দেখুৱাবলৈ সক্ষম হৈছে। ৫ম অংকৰ ২য় গৰ্ভাংকত পুনৰ্জীৱন লাভ কৰি উঠি অৰ্জুনে চিত্ৰাংগদাৰ ওচৰত দোষ স্বীকাৰ কৰিছে,

মোৰ প্ৰিয় ভাৰ্য্যা চিত্ৰাংগদা
আছিলোঁ পাহৰি মই গংগাৰ শাপত।

সেই পূৰ্বনিৰ্দিষ্ট পৰিণতিৰ কথা বভ্ৰুবাহনে যেন বহু আগেয়েই উপলব্ধি কৰিছিল। সেয়েহে, তেওঁৰ মুখত উচ্চাৰিত হৈছিল,

দুষ্মন্তয়ো পাহৰি পেলালে
দুৰ্বাসাৰ শাপৰ কাৰণে
পুণ্যময়ী নিজৰ ঘৰিণী,
শকুন্তলা ঋষিৰ কন্যাক।

যি কি নহওক, নাটকখনৰ অন্তিম দৃশ্যত গংগাৰ মুখত বৰ্ণিত হৈছে, পিতা-পুত্ৰৰ মাজত সংঘটিত সেই নিদাৰুণ সংগ্ৰামৰ এটি মহত্তৰ কাৰণ,

কিন্তু হ'লে যথাৰ্থতে
কৰিছিলোঁ সকলো কামকে
পাণ্ডৱৰ হিতৰ কাৰণে।
নিমিলিলে হেজাৰ বিধিনি
অশ্বমেধ নহয় পূৰণ।

তেনেহ'লে, সেই তুমুল সংগ্ৰাম জানি-শুনি কৰা মাথোন এক বিৰাট অপচয়ৰ বাহিৰে একোৱেই নহয়! সেই অপচয়ৰ স্বৰূপ উদঙাই দেখুৱাইছে, পুণ্ডৰীকে তাৰ স্বভাৱসুলভ ধেমেলীয়া উক্তিৰে: "ঘোঁৰা এটাৰ বাবে হতশ্ৰী হোৱাইতৰ ইমান খোৱা-কামোৰা!"

এনেকুৱা এটা গম্ভীৰ অৰ্থব্যঞ্জক পৰিস্থিতিলেৰে, 'হেমলেট' নাটকৰ

কেইবাটাও সংলাপৰ সুন্দৰ প্ৰতিধ্বনিৰে আৰু বিদূষকৰূপী পুণ্ডৰীকৰ মুখত তৰল পৰিহাসময় অথচ লক্ষ্যসন্ধানী উক্তিমালাৰে এই নাটকখন অনায়াসে এখন ভাল সুখপাঠ্য ট্ৰেজেডী হৈ উঠিব পাৰিলেহেঁতেন। কিন্তু, নাট্যকাৰ-গৰাকী পৌৰাণিক নাটকৰ গতানুগতিক ধাৰণাৰ বন্দী হৈয়েই ৰৈ গ'ল!

॥ ৩ ॥

'বালী বধ' দুৰ্গেশ্বৰ শৰ্মাৰ দ্বিতীয়খন পৌৰাণিক নাটক। প্ৰথম প্ৰকাশনৰ তাৰিখলৈ চালে, এইখন তেওঁৰ তৃতীয় নাটক—'চন্দ্ৰাৱলী'ৰ পৰৱৰ্তী। কিন্তু, দুয়োখনৰ নাটকীয় গাঁথনিৰ ধৰণ, চৰিত্ৰাংকনৰ পদ্ধতি আৰু সংলাপৰ ভাষা-শৈলী ৰিজাই চালে কটকটীয়াকৈ ওলাই পৰে—এইখন কোনো প্ৰকাৰেই 'চন্দ্ৰাৱলী'তকৈ পিচৰ কালৰ ৰচনা হ'ব নোৱাৰে। থোৰতে ক'বলৈ হ'লে, এইখন নাটকত চৰিত্ৰসৃষ্টিতকৈ কাহিনী-ৰূপায়ণৰ প্ৰতি যিদৰে অধিক মনোনিৱেশ কৰা হৈছে, সেয়া চেক্সপীয়েৰৰ লগত নাট্যকাৰগৰাকীৰ পৰিচয় গভীৰ হৈ অহাৰ পাচৰ ঘটনা বুলি ভাবিবলৈ টান লাগে। যি কি নহওক, 'পাৰ্থ-পৰাজয়'ৰ দৰে এইখন নাটকো উনৈশটা গৰ্ভাংকৰ সৈতে পাঁচোটা অংকত বিন্যস্ত হৈ পৰিৱেশিত হৈছে। অৱশ্যে, এইখন নাটকত অতিৰিক্ত ৰূপত এটি প্ৰস্তাৱনা দৃশ্যও আছে। আনহাতে, এইখন নাটকৰ গাঁথনি আগৰখনতকৈ বেচি নিকপ্‌কপীয়া, চৰিত্ৰসমূহ আভ্যন্তৰীণ অসংগতিৰপৰা তুলনামূলক ভাৱে অধিক মুক্ত, আৰু গোটেইখন নাটকৰ গতিপ্ৰবাহ প্ৰশংসনীয়ৰূপে সাৱলীল।

নক'লেও হ'ব, 'বালী বধ'ৰ মূল কাহিনী 'ৰামায়ণ'ৰপৰা সংগৃহীত। নাট্যকাৰে সেই কাহিনীটোৰ আধাৰত কোনো চৰিত্ৰৰ উজ্জ্বলতা বঢ়াবৰ কাৰণে কোনো উপকাহিনীৰ অৱতাৰণা কৰা নাই। অৱশ্যে, এইদৰে কোনো উপকাহিনী সংযোজিত নকৰাটোৱেই আটাইতকৈ সমীচীন হৈছে। লগতে এইযাৰ কথাও স্বীকাৰ কৰিবলগীয়া হয়, নাটকখনৰ কাহিনীটো ৩য় অংক ৬ষ্ঠ গৰ্ভাংকত বালীৰ অপমৃত্যু সংঘটনৰ পাচতেই ওৰ পৰিছে। তাৰ পাচৰ অংক দুটাৰ ঘটনাৱলী নাটকীয় যুক্তিৰ আধাৰত প্ৰতিষ্ঠিত নহয়। ফলস্বৰূপে, পাচৰ অংশটোৰ গতিপ্ৰবাহে যদিও ক'তো উজুতি খোৱা নাই, তথাপি সি অভাবিতৰূপে মন্থৰ হৈ পৰিছে। তদুপৰি, অন্ত এটা প্ৰয়াসো

মুখামুখি হ'বলগীয়া হয়, নাটকখনৰ নায়ক আচলতে কোন? যদিও নাট্যকাৰে যোগান ধৰা চৰিত্ৰ-পৰিচয়ৰ পৃষ্ঠাটোৰ ওপৰত চকু ফুৰালে ধাৰণা ওপজে, ৰাম কেৱল এটি প্ৰাত্যন্তিক পাৰ্শ্ব-চৰিত্ৰহে, তথাপি বিষয়-বস্তুৰ ফালৰপৰা কাহিনীটোৰ প্ৰধান কৰ্তাপুৰুষজন অন্য কোনো নহয়—তেওঁৰেই। আনকি, নাটকৰ আধাৰতো ৰামৰ চৰিত্ৰটোৱেই আৰম্ভণিৰপৰা শেষলৈকে নায়কৰ ভূমিকা পালন কৰিছে। খুব সম্ভৱ, নাট্যকাৰে নিজে এইখন নাটকৰ ঘটনাৱতক গঢ় দিবলৈ লৈছিল দুজন নায়ক থকা নাটকৰ আদৰ্শত, যিটো আদৰ্শৰ কথা কোনো কোনো সমালোচকে কল্পনা কৰিছে চেক্সপীয়েৰৰ 'জুলিয়াছ চীজাৰ'ৰ ক্ষেত্ৰত।[৮] কিন্তু, নাটকখনত দৰাচলতে কোনো দ্বৈত নায়কৰ আদৰ্শ প্ৰতিফলিত হোৱা নাই। সেই বিষয়ে, অনাৱশ্যক বাগ্‌বিস্তাৰৰ অৱকাশ নাই।

'ৰামায়ণ'ৰ সমগ্ৰ কাহিনীৰপৰা বিচ্ছিন্ন ৰূপত ৰামৰ জীৱনৰ কিছুমান কাৰ্যকলাপ বিবেচনা কৰিবলৈ ল'লেই ধাৰণা হয়, যেন তেওঁৰ ঐশ্বৰিকতাৰ মোহৰ মাৰিয়েই সিবিলাকৰ সন্দেহাতীত অধাৰ্মিকতাক নীতিধৰ্মৰ পাৰপত্ৰ প্ৰদান কৰা হৈছে। তেনেকুৱা তৰ্কসাপেক্ষ ধৰ্মাচৰণৰ সুন্দৰতম দৃষ্টান্তটো হ'ল অন্যায় যুদ্ধত বালীৰ নিধন। কথাষাৰ স্পষ্ট হৈ আছে, বালীয়ে ৰামৰ বিৰুদ্ধাচৰণ কৰা নাছিল। তদুপৰি, ৰামে বালীক হত্যা কৰিছিল নিৰ্ভেজাল গুপ্তঘাতকৰ দৰে। মূল 'ৰামায়ণ'ত মৰণোন্মুখী বালীৰ ভৎৰ্সনা শুনি ৰামে তেওঁৰ অন্যায় আচৰণৰ সমৰ্থনত একাধিক যুক্তিৰ অৱতাৰণা কৰিছে। প্ৰথম যুক্তিটো হ'ল, ভাতৃবধুগামী বালী লোকবিৰুদ্ধ পাপকৰ্মত লিপ্ত হৈছিল। সেই পাপকৰ্মৰ একমাত্ৰ প্ৰতিবিধান প্ৰাণদণ্ড। প্ৰশ্ন উঠে, সুগ্ৰীৱৰ ক্ষেত্ৰত একেই পাপকৰ্ম একেজন দণ্ডবিধায়কে কোন যুক্তিৰে উপেক্ষা কৰিছিল? তদুপৰি, বালীৰ পাপকৰ্মৰ প্ৰতিবিধান তেওঁ কোন অধিকাৰেৰে সম্পাদন কৰিছিল? বিধাতাৰ মনুষ্যৰূপী প্ৰতিনিধিত্বৰ অধিকাৰত নে বৰণীয় ক্ষত্ৰিয়কুলজৰ ৰাজধৰ্ম পালনৰ অধিকাৰত? দ্বিতীয় যুক্তিটো ঔদ্ধত্যমিহলি নিৰুপায় আচৰণৰ

৮. প্ৰকৃতপক্ষে, সমালোচক ব্ৰেড্‌লীয়েই অভ্ৰান্ত কথাষাৰ কৈছে: নাটকখনৰ একমাত্ৰ নায়ক ব্ৰুটাচ—যি ব্ৰুটাচৰ চৰিত্ৰ অংকিত হৈছে, ভৱিষ্যত হেমলেটৰ পেন্সিল-স্কেচ্চৰ ৰূপত।—সম্পাদক।

ব্যাখ্যাস্বৰূপ: "যিহেতু মই সুগ্ৰীৱৰ মংগলসাধনৰ অংগীকাৰত আৱদ্ধ, গতিকে মই সেই অংগীকাৰৰ মৰ্যাদা ৰাখিবই লাগিব।" প্ৰশ্ন উঠে, এয়া জানো অধিমিশ্ৰ পক্ষপাতিত্বপূৰ্ণ আচৰণ নহয়? তৃতীয় যুক্তিটোত আছে, নামোল্লেখহীন শাস্ত্ৰবাক্যৰ দোহাই: "ৰাজদণ্ড লভি দণ্ডিত অপৰাধী হয়, পাপমুক্ত। কিন্তু ৰজাই যেতিয়া সেই দণ্ডবিধান নকৰে, তেতিয়া তেওঁ নিজেই পাপলিপ্ত হয়।" সন্দেহ নাই, যুক্তিটোত মৰণপথৰ পথিক বালীৰ প্ৰতি সাৰশূন্য সান্ত্বনাৰ সুৰ এটাও ফুটি উঠিছে। যিয়েই কি নহওক, এই সকলোবোৰ যুক্তিতৰ্কজালৰ মিলিত প্ৰভাৱেও ৰামৰ চৰিত্ৰক গ্লানিমুক্ত কৰিব পৰা নাই। এই ধাৰণাৰপৰা নিষ্কৃতি নাই: বালী বধৰ আচল কাৰণটো নিৰ্ভেজাল স্বাৰ্থপৰতা—সুগ্ৰীৱক কৃতজ্ঞতা-পাশত আৱদ্ধ কৰি মৰ্কট- বাহিনীৰ সাহায্যলাভৰ প্ৰত্যাশা।

'বালী বধ'ৰ নাট্যকাৰৰ কাৰণে আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বান এইখিনিতেই—ৰামক অনিবাৰ্যৰূপে খলনায়কলৈ ৰূপান্তৰিত হোৱাৰপৰা ৰক্ষা কৰা। দুৰ্গেশ্বৰ শৰ্মাই নাট্যকাৰ হিচাপে তেওঁৰ বিচক্ষণ প্ৰতিভাৰ স্বাক্ষৰ দান কৰিছে, সেই দায়িত্বকেই অভাবিতৰূপে সুন্দৰকৈ সম্পাদন কৰি। যদিও তেওঁ কোনো উপকাহিনীৰ অৱতাৰণা কৰা নাই, তথাপি মূল কাহিনীটোৰ গা'তে আঁউজি কেইবাটাও কাল্পনিক ঘটনাৰ সংযোজন কৰিছে। নাটকখনৰ প্ৰস্তাৱনা-দৃশ্যটোত আছে, বালীৰ অনুচিত প্ৰাৰ্থনাৰ প্ৰতি সঁহাৰি জনাই ব্ৰহ্মাৰ দ্বাৰা কেইবাটাও কপট বৰ প্ৰদান কৰা ঘটনা। ফলস্বৰূপে, ৰামৰ হাতত বালীৰ নিধন পূৰ্বনিৰ্দিষ্ট দৈৱিকৰ ৰূপত প্ৰতিফলিত হৈছে। ঠিক সেইদৰে, সুগ্ৰীৱৰ ভাৰ্যা সতীশক্তিসম্পন্না ৰুমাৰ অভিশাপেও বালী-নিধন আসন্ন কৰি তুলিছে। অকল সেয়ে নহয়, ৰুমাৰ প্ৰতি বালীৰ অশোভন কামনা প্ৰদৰ্শনেও নিৰপৰাধী বালীক বধ কৰিবৰ কাৰণে প্ৰয়োজনীয় এটা উপযুক্ত কাৰণৰ অভাৱ পূৰণ কৰিছে।

ঘটনা উপস্থাপনৰ বাবে প্ৰয়োজনীয় পৰিস্থিতি সৃষ্টিৰ ক্ষেত্ৰত নাট্যকাৰৰ বিশেষ কৃতিত্বৰ পৰিচয় পোৱা যায়, দুন্দুভি আৰু মায়াবন্তৰ প্ৰেতমূৰ্তি দুটাৰ আবিৰ্ভাৱ-দৃশ্যটোৰ মৌলিকতাপূৰ্ণ উদ্ভাৱনাত। বালী-নিধনৰ আগমুহূৰ্তত সিহঁত দুটাৰ আবিৰ্ভাৱে এহাতে যেনেকৈ দৰ্শক-হৃদয়ৰ সূক্ষ্ম তন্ত্ৰী এডালত বিস্ময়ানুভূতিৰ কঁপনি এটি তুলি বিশুদ্ধ যুক্তি-বুদ্ধিক ক্ষন্তেকলৈ নিচুকাই থয়,

আনহাতে তেনেকৈ সিহঁতৰ মুখত বালীৰ অতীত দিনৰ অপকীৰ্তি ঘোষণাই বালীৰ আসন্ন অপমৃত্যুৰ ঘটনাক অত্যন্ত ন্যায়সংগত বুলি ভাবিবৰ কাৰণে দৰ্শক-মনক প্ৰস্তুত কৰি তোলে। নক'লেও হ'ব, এখন কাহিনী-প্ৰধান পৌৰাণিক নাটকৰ ক্ষেত্ৰত প্ৰেতমূৰ্তিৰ এনে অৱতাৰণা নাট্যকাৰগৰাকীৰ চেক্সপীয়েৰ অধ্যয়নৰেই প্ৰত্যক্ষ পৰিণতি। নাট্যকাৰ শৰ্মাই ইচ্ছা কৰা হ'লে, অনায়াসে ভৱভূতিৰ নিচিনাকৈ বালীক ৰাৱণৰ সহযোগী বুলি চিত্ৰিত কৰি ৰামক সাধাৰণ আততায়ীৰ ভূমিকাত অৱতীৰ্ণ হোৱা অভিযোগৰপৰা মুক্তি দিব প্যাৰিলেহেঁতেন। সেয়ে হ'লে, এটা অতি জটিল গ্ৰন্থিপাকৰ অভাৱনীয় সহজ উন্মোচন ঘটিলেহেঁতেন। কিন্তু, শৰ্মাৰ নাট্যচেতনাত ভৱভূতিৰ ধ্ৰুপদী মনোভংগীতকৈ চেক্সপীযেৰৰ ৰমন্যাসিক মনোভংগীৰ আবেদন বহু বেচি প্ৰখৰ হৈ উঠাটো এই সন্দৰ্ভত প্ৰণিধানযোগ্য। যি কি নহওক, মূল 'ৰামায়ণ'ৰ অন্ততঃ মানুহ হিচাপে অতি দুৰ্বল মনৰ ৰামৰ চৰিত্ৰটোক যথেষ্ট চিন্তা-চৰ্চাৰ বিনিময়তহে বিন্দু-বিন্দুকৈ এক গ্ৰহণযোগ্য নায়কৰ চৰিত্ৰলৈ ৰূপান্তৰিত কৰি আনিছে। আৰু সেই ৰূপান্তৰকৰণৰ যোগান ধৰিছে, ৰামে তেওঁৰ বালী-নিধনৰ সমৰ্থনত আগবঢ়োৱা কাৰণসমূহৰ নীতিধৰ্ম-আনুকূল্যই।

উল্লেখযোগ্য যে, এইখন নাটকত ৰামে বালী-নিধনৰ কাৰণ হিচাপে 'ৰামায়ণ'ত থকা গতানুগতিক যুক্তি কেইটাৰ আশ্ৰয় লোৱা নাই।[১] সিবিলাকৰ পৰিবৰ্তে তেওঁ এটা বেলেগ ধৰণৰ সৰল আৰু সহজগ্ৰাহ্য কাৰণৰ যোগান ধৰিছে। ১ম অংক ২য় গৰ্ভাংকত ৰামৰ উক্তিত আছে,

দুৰ্বলীৰ পক্ষপাতী হ'লে
পক্ষপাতী নোবোলে জ্ঞানীয়ে;
শুনিছোঁ বালীৰ উৎপীড়ন
সেইবাবে প্ৰতিজ্ঞা কৰিছোঁ মই
বালীক নিধন কৰি
সুগ্ৰীৱক পাতিম নৃপতি।

কোনো অৱকাশ নাই, এনে এটা সহজ সিদ্ধান্তৰ ক্ষেত্ৰত ধৰ্মাধৰ্মৰ জটিল যুক্তিতৰ্কৰ। ইয়াৰ পাচত ৰাম লিপ্ত হৈছে, একাধিক আপাত-পাপকৰ্মত।

১. দ্ৰ. কিষ্কিন্ধ্যাকাণ্ড, অধ্যায় :৬-১৮।

অৱশেষত ৰামে যেতিয়া আততায়ীৰ দৰে অন্যায়ভাবে শৰ নিক্ষেপ কৰি বালীক ধৰাশায়ী কৰিলে, তেতিয়া মৰণপথৰ যাত্ৰী বালীৰ বিনয়ী অথচ মৰ্মভেদী ভৎৰ্সনাৰ সমুখীন হ'বলগীয়া হ'ল, ধৰ্মৰ স্থায়ী প্ৰবক্তা ৰাম। সেই মুহূৰ্ত্তত ৰামে আত্মপক্ষ সমৰ্থন কৰি এক অপূৰ্বসুন্দৰ যুক্তি-সোপান' গঢ়ি তুলিছে,

অযোধ্যাৰ অধিপতি পতি জগতৰ
দণ্ড দিলোঁ ৰজাৰ নামেৰে
সেই হেতু কদাপিও পাপত নপৰোঁ।

অকল সেয়ে নহয়,

জগতৰ অধীশ্বৰ মই
ৰোগ-ব্যাধি উপসৰ্গ যেনে
তেনে মোৰ বাণৰ আঘাত
ৰোগত মৰিলে নাই দোষ বিশ্ব-বিধাতাৰ।
আয়ুস টুটিল, কালৰ মুখত পৰি
হেৰুৱালা প্ৰাণ মোৰ বিশাল বাণত।
নহওঁ কদাপি দোষী,
অনৰ্থক নিন্দা কৰি মোক
আৰ্জিছা পৰম পাপ মৰণ কালত।

৩য় অংক ৬ষ্ঠ গৰ্ভাংকৰ এইখিনি কথা যে মূল 'ৰামায়ণ'ত থকা তত্ত্বকথাৰেই অত্যন্ত সুন্দৰ প্ৰতিধ্বনি, সেই কথাষাৰ গ্ৰন্থখনৰ যি কোনো সতৰ্ক পাঠকৰ কাৰণেই পৰিষ্কাৰ বুদ্ধিগম্য। মূলত আছে, ৰামৰ সেই বিদগ্ধ যুক্তি : মাংস-ভোজীবিলাকে মৃগহত্যা কৰে, যি কোনো উপায়ে। তথাপি সিহঁতক কোনো পাপে স্পৰ্শ নকৰে। ধৰ্মজ্ঞ নৃপতিসকলৰ কাৰণে মৃগয়া অত্যন্ত স্বাভাৱিক। তুমি মাত্ৰ এক সাধাৰণ শাখামৃগ। তোমাক মই যুদ্ধ অথবা অযুদ্ধ যি কোনোটো উপায়েৰে সংহাৰ কৰিব পাৰোঁ। তুমি জানি থোৱা, এই মাটিৰ পৃথিৱীত নৃপতিসকলেই হ'ল দেৱতাৰ প্ৰতিভূ। তেওঁলোকক নিন্দা অথবা হিংসা কৰাটো অনুচিত।" এয়া যেন বালীৰ সমুখত ৰামৰ বিশ্বৰূপ-প্ৰদৰ্শন। দ্বিজন একাধাৰে মানুহৰ শৰীৰী ৰূপত ক্ষত্ৰিয় নৃপতি আৰু মানুহৰ তিৰ্যক ৰূপত

স্বয়ং বিধাতা, তেওঁৰ ক্ষেত্রত সাধাৰণ মনুষ্যবুদ্ধিৰ লগত সম্পৃক্ত ধৰ্মাধৰ্মৰ প্ৰশ্ন সম্পূৰ্ণ অবান্তৰ। এই সুগভীৰ তত্ত্বকথাষাৰেই এইখন নাটকত অতি সন্তৰ্পণে নিবেদিত-ব্যাখ্যাত হৈছে। খুব কমসংখ্যক নাট্যকাৰেই ইমান প্ৰাঞ্জল ৰূপত এনেকুৱা গভীৰ তত্ত্বকথা নাটকৰ আধাৰত পৰিবেশন কৰিব পাৰে। নাটকখনৰ অন্তৰালত থকা এই তত্ত্বকথা অনুধাৱন কৰি উঠাৰ পাচত নায়ক হিচাপে ৰামৰ চৰিত্ৰৰ বিশালতা উপলব্ধি নকৰাকৈ নোৱাৰি। নাটকখনৰ পৰিপূৰ্ণ সাৰ্থকতাও এইখিনিতেই।

'বালী বধ'ৰ আন এটি সৌন্দৰ্যৰূপময় দিশ উন্মোচিত হৈছে, এই নাটক-খনৰ অপূৰ্ব কাব্যৰূপমণ্ডিত সংলাপৰ প্ৰাচুৰ্যত। উল্লেখযোগ্য যে, মূল গ্ৰন্থখনৰ ভিতৰুৱা সমগ্ৰ কিষ্কিন্ধ্যাকাণ্ডটোৱেই করুণ কাব্যৰসেৰে সেমেকি আছে। যদিও এই নাটকখনত সীতাহৰণৰ বিৰহবাষ্পাকুল ৰূপটো সবিস্তাৰে চিত্ৰিত হোৱা নাই, তথাপি গোটেইখন নাটক আৰম্ভণিৰপৰা শেষলৈকে প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ প্ৰগাঢ় প্ৰশংসাময় বৰ্ণনাৰে ভৰপূৰ হৈ আছে। আৰু তাৰেই পৰিপ্ৰেক্ষিতত উপস্থাপন কৰা হৈছে, সীতাহাৰা ৰাম আৰু ৰুমাহাৰা সুগ্ৰীৱৰ অনতিমুখৰ হৃদয়-বেদনাৰ শান্ত সমাহিত ৰূপ। এই সুন্দৰ প্ৰশান্তিৰ ভাবটোৱে উজ্জ্বলতম অভিব্যক্তি লভিছে, ৰামৰ আগমনত শবৰীৰ অভিশাপ-মুক্তিৰ দৃশ্যটোত। এই দৃশ্যটোৱে এহাতে যেনেকৈ ৰামৰ বিদগ্ধ অন্তৰত নিৰঞ্জন প্ৰশান্তিৰ প্ৰলেপ সানি দিছে, আনহাতে তেনেকৈ নাটকৰ ক্ৰান্তিপথো পৰিষ্কাৰ কৰি দিছে অত্যন্ত সফলতাৰে।

নাটকখনৰ এটি উল্লেখযোগ্য ত্ৰুটি ঘটিছে, এঠাইত কাহিনীটোৰ চোতাললৈ নিমন্ত্ৰণ কৰি অনা কৃত্তিবাসী 'ৰামায়ণ'ৰ সৰু ছাঁ এটিত। ২য় অংক ১ম গৰ্ভাংকত সন্নিৱিষ্ট লক্ষ্মণৰ ভগৱতী প্ৰাৰ্থনাৰ স্বগতোক্তিটোত পোৱা যায়, সেই অশুভবাতী ছাঁ-টো। অপ্ৰয়োজনীয় সেই স্বগতোক্তি। ই নাটকৰ ঘটনা উপস্থাপনত সহায় যে কৰা নায়েই, বৰং গোটেই নাটকখনত বিষয়বস্তুৰ যি বিশালতা আছে, তাকো কিছু পৰিমাণে ক্ষুণ্ণহে কৰিছে। নাটকখনৰ অন্য এটা ত্ৰুটি হ'ল ইয়াৰ নামকৰণ। কাৰণ, নাটকখনৰ আচল ধ্যানৰূপটো ফুটি উঠিছে, কিষ্কিন্ধ্যা-বিজয়তহে—মাথোন বালী-নিধনতে নহয়।

॥ ৪ ॥

চেক্সপীয়েৰীয় নাটকৰ অসমীয়া ৰূপান্তৰৰ ক্ষেত্ৰত দুৰ্গেশ্বৰ শৰ্মাৰ 'চন্দ্ৰাৱলী' নিঃসন্দেহে 'ভ্ৰমৰংগ'ৰ পাচৰ অন্যতম পদক্ষেপ। ১৮৮৮ চনত 'ভ্ৰমৰংগ' ছপা হৈ ওলোৱাৰ পাচত ১৯১০ চনলৈকে একুৰি দুবছৰ জোৰা দীঘলীয়া সময়-ছোৱাৰ ভিতৰত চেক্সপীয়েৰৰ অন্য কোনো অসমীয়া ৰূপান্তৰে ছপাৰ মুখ দেখা নাছিল। আনকি, অভিনীত হোৱা হাতে-লিখা চেক্সপীয়েৰীয় নাটক বুলিবলৈয়ো আছিল মাথোন এখন—বোধনাথ পটংগীয়াই লিখি উলিওৱা 'হেমলেট'ৰ ভাঙনি, 'চন্দ্ৰবীৰ'। অৱশ্যে, 'ভ্ৰমৰংগ'ৰ লেখক চাৰিজনৰ এজন গুণ্ডানন বৰুৱাযো 'মাৰ্চেণ্ট অব ভেনিচ'ৰ অসমীয়া ভাঙনি এটি সম্পূৰ্ণকৈ লিখি উলিয়াইছিল। কিন্তু, "ইহাত সিহাত হওঁতে কিতাপখন হাতেলিখা অৱস্থাতে হেৰাল।"[১০] সেই হিচাপে, ছপা পুথিৰ ৰূপত এইখনি অসমীয়া ভাষাৰ দ্বিতীয়খন চেক্সপীয়েৰীয় নাটক। অথচ, দুয়োখনৰ মাজত সময়ৰে নহয়, সাহিত্যৰূপৰো বিৰাট ব্যৱধান। 'ভ্ৰমৰংগ' আৰম্ভণিৰপৰা শেষলৈকে নিৰহ-নিপানী গদ্যৰ ভাষাত ভাঙি উলিওৱা চেক্সপীয়েৰ। আনহাতে, 'চন্দ্ৰাৱলী' মূলৰ লগত সংগতি থকাকৈ কবিতাৰ ভাষাত বিধৃত। আনকি, মাজে মাজে মূলত যিবোৰ অংশ গদ্যৰ ভাষাত পৰিবেশন কৰা হৈছে, তেনেকুৱা অংশও কবিতাৰ ভাষাতহে যোগান ধৰা হৈছে। স্মৰণযোগ্য যে, চেক্সপীয়েৰৰ প্ৰথম পৰিচয়—তেওঁ কবি। সেইপিনৰপৰা বিবেচনা কৰিলে ক'বলগীয়া হয়, দুৰ্গেশ্বৰ শৰ্মাৰ হাততেই অসমীয়া নাটকৰ ৰাজ্যত চেক্সপীয়েৰৰ অসমীয়া ৰূপান্তৰে প্ৰথমবাৰৰ কাৰণে তাৰ বাঞ্ছিত ৰূপটো বিচাৰি পালে।

'চন্দ্ৰাৱলী' যিহেতু 'এজ ইউ লাইক্ ইট'ৰ ভাঙনি, সেইবাবে অসমীয়া নাটকখনৰ গুণাগুণ আলোচনা কৰাৰ আগতে মূলখনৰ বৈশিষ্ট্য সম্পৰ্কে থোৰতে দুটিমান কথা কৈ ল'বলগীয়া হয়। সেয়ে নহ'লে, 'চন্দ্ৰাৱলী'ৰ ৰেহা লগোৱা সমালোচনা এটি দাঙি ধৰিবলৈ টান হ'ব। নাটকখনৰ প্ৰথম বৈশিষ্ট্য হ'ল, ইয়াৰ ৰস-ৰূপৰ গভীৰতাতকৈ নাট্যৰূপকল্পনাৰ বিশালতাৰ আপেক্ষিক

---

১০. হৰিপ্ৰসাদ বৰুৱা: প্ৰকাশকৰ নিবেদন, 'ভ্ৰমৰংগ', ২য় তাঙৰণ, পৃঃ ১৩।

প্ৰাধান্য। উল্লেখযোগ্য যে, চেক্সপীয়েৰৰ আন কোনোখন নাটকতে এইখনৰ দৰে পাৰ্শ্ব-চৰিত্ৰসমূহৰ ওপৰত ইমান বেচি গুৰুত্ব প্ৰদান কৰা হোৱা নাই। প্ৰত্যেকৰে চৰিত্ৰৰ অনুপুংখ চিত্ৰিত হৈছে পৰিপূৰ্ণ মনোযোগেৰে। বিপৰীতৰ পৰিপ্ৰেক্ষিতত স্থাপন কৰা হৈছে, মুখ্য আৰু পাৰ্শ্ব নিৰ্বিশেষে প্ৰতিটো চৰিত্ৰ। বিপৰীতধৰ্মী জীৱনৰীতি আৰু জীৱনবোধৰ অভিঘাতত উজ্জ্বল হৈ উঠিছে, প্ৰত্যেকৰে চাৰিত্ৰিক বৈশিষ্ট্য। ৰাজপাৰিষদ আৰু ভেৰাৰখীয়া, দাৰ্শনিক আৰু বিদূষক, বিশ্বাসঘাতক ভাতৃ আৰু পৰম-অনুগত পুৰাতন ভৃত্য—এই ধৰণৰ বিপৰীতধৰ্মী অনেক চৰিত্ৰৰ অপূৰ্ব সমাবেশ ঘটিছে, এই নাটকত। আৰু, এই সকলোবোৰ চৰিত্ৰৰ বৈপৰীত্যবোধক চেৰাই গৈছে, প্ৰত্যেকৰে প্ৰণয়-নিবেদনৰ নিজস্ব ৰীতি-নীতিৰে চাৰিযোৰা প্ৰেমিক-প্ৰেমিকাৰ বৈপৰীত্যবোধৰ বিচিত্ৰতাই। মুঠৰ ওপৰত, চৰিত্ৰৰূপায়ণৰ বিস্তৃতি আৰু বৈচিত্ৰ্য নাটকখনৰ আটাইতকৈ তাৎপৰ্যপূৰ্ণ দিশ। ইয়াৰ লগতে মণিকাঞ্চন-সংযোগ ঘটিছে, পটভূমিৰ বৰ্ণাঢ্য বৈচিত্ৰ্যৰ। নগৰ আৰু অৰণ্য, ৰাজসভা আৰু মুক্ত প্ৰান্তৰ, প্ৰাসাদ আৰু কুটিৰ—এই ধৰণৰ বিপৰীতধৰ্মী বিচিত্ৰ পটভূমিত উপস্থাপিত হৈছে, নাটকখনৰ ঘটনাৰাজি। এইদৰে ঘটনাৱলী আৰু চৰিত্ৰপুঞ্জৰ ঐশ্বৰ্যময় বৈচিত্ৰ্যৰ সমন্বয়তে গঢ় লৈ উঠিছে, গোটেইখন নাটকৰ এক অপৰূপ বিশালতা।

দুৰ্গেশ্বৰ শৰ্মাই চেক্সপীয়েৰৰ এই নাটকখনৰ অসমীয়া ৰূপ দিওঁতে 'ভ্ৰমৰংগ'ত অনুসৃত আৰ্হিকেই গ্ৰহণ কৰিছে। নাটকৰ পৰিবেশ যিমান দূৰলৈকে পৰা যায়, দেশীয় পৰিবেশৰ লগত খাপ খুৱাই চিত্ৰিত কৰিছে; চৰিত্ৰবোৰৰ নাম-ধাম সলাই সিহঁতক অসমীয়া ৰংগমঞ্চৰ উপযোগী কৰি লৈছে; আৰু, অযথা জটিল উপকাহিনী সংযোজনৰ প্ৰৱণতা বাদ দিবৰ প্ৰয়াস পাইছে। এতিয়া আমাৰ অন্বেষণৰ প্ৰধান বিষয় হ'ল, অসমীয়া অনুবাদকে ক'ত ক'ত কেনে ধৰণেৰে মূলৰপৰা আঁতৰি আহিছে।

'চন্দ্ৰাৱলী'ৰ ভাৱৰীয়া-তালিকাখনৰ ওপৰত চকু ফুৰালেই গম ধৰিব পাৰি, মূলৰ বিবিধ চৰিত্ৰকেইটাক বাদ দি বাকী কুৰিটা চৰিত্ৰৰ ভিতৰত দুটা চৰিত্ৰ অসমীয়া নাটকখনলৈ সুমুওৱা হোৱা নাই। পুৰুষ-চৰিত্ৰটো হ'ল, গাঁৱলীয়া ডেকা William ; আৰু নাৰী-চৰিত্ৰটো হ'ল, Phebe। প্ৰথমটো Audreyৰ প্ৰেমত পৰি ওপৰতে হাবাথুৰি খাইছিল। দ্বিতীয়টো চৰিত্ৰৰ

ভূমিকা হৈছে, নাটকখনৰ তৃতীয়টো প্ৰেমৰ কাহিনীৰ নায়িকাৰূপে—Silviusৰ প্ৰেমিকা। বাকী চৰিত্ৰবোৰৰ চিনাকি তলত দিয়া ধৰণৰ :

Duke ধৰ্মপাল—ৰজা
Frederick বিশ্বপাল—ৰজাৰ ভায়েক
Oliver জনাৰ্দন ⎫
Jaques দামোদৰ ⎬ Sons of Sir Roland বীৰভদ্ৰ মন্ত্ৰীৰ পুতেক
Orlando পুষ্কৰ ⎭
Charles পিঙ্গৰ—এটা মাল
Touchstone ধনঞ্জয়—বিদূৰক
Amiens গদাপাণি ⎫
Jaques পুৰন্দৰ ⎭ ৰাজবিষয়া
Adam সুৰথী ⎫
Dennis স্বৰূপ ⎭ জনাৰ্দনৰ ভৃত্য
La Beau পৰশু —বিশ্বপালৰ ভৃত্য
Sir Oliver Martext সনাতন—পণ্ডিত
Corin জয় ⎫
Silvius বিজয় ⎭ Shepherds কিৰাত
Rosalind ( Ganymede ) চন্দ্ৰাৱলী ( সুবাহু )
Celia ( Aliena ) হেমাঞ্জলি ( মেনকা )
Audrey বহুলী —গাঁৱলীয়া গাভৰু

উল্লেখযোগ্য যে মূল নাটকখনত Jaques বোলা একেটা নামৰ দুটা স্বকীয়া চৰিত্ৰ আছে। অসমীয়া নাট্যকাৰে সিহঁতৰ কাৰণে দুটাকৈ একেবাৰে স্বকীয়া নাম থৈ, পাঠক-দৰ্শকক ভালেখিনি খেলিমেলিৰপৰা ৰক্ষা কৰিছে। আন এটি উল্লেখনীয় কথা হ'ল, উৎস-নাটকখনৰ তুলনাত অসমীয়া ৰূপান্তৰিত নাটকখনৰ পাত্ৰ-পাত্ৰীসমূহৰ প্ৰায়বোৰ নামেই যেন বহু সময়ত সিহঁতৰ চাৰিত্ৰিক বৈশিষ্ট্যকেই উদঙাই ধৰিব খোজে! ধৰ্মপাল আৰু বিশ্বপাল, সুৰথী আৰু স্বৰূপ প্ৰভৃতি চৰিত্ৰসমূহৰ নাম আৰু কামৰ মিলৰ কথা এবাৰ গমি চালেই কথাষাৰ কটকটীয়া হৈ পৰে।

'চন্দ্ৰাৱলী'ৰ লগত 'এজ ইউ লাইক্ ইট'ৰ আটাইতকৈ তাৎপৰ্যপূৰ্ণ বৈসাদৃশ্যৰ আভাস পোৱা যায়, দুয়োখন নাটকৰ দৃশ্যাৱলীৰ সংখ্যাগত আৰু বস্তুগত তাৰতম্যত। মূল নাটকখনত আছে, পাঁচোটা অংকত বিন্যস্ত সৰ্বমুঠ বাইশটা দৃশ্য। তাৰ বিপৰীতে 'চন্দ্ৰাৱলী'ত সন্নিৱিষ্ট হৈছে, উনৈশটা গৰ্ভাংক। অসমীয়া ৰূপান্তৰকৰণত বাদ যোৱা মূল নাটকৰ দৃশ্য কেইটা হ'ল : ২য় অংক ২য় দৃশ্য, ২য় অংক ৫ম দৃশ্য আৰু ৩য় অংক ৫ম দৃশ্য। পোনৰ দৃশ্যটোত আছে, Frederick-এ তেওঁৰ দুজন বিষয়াক Rosalind আৰু Celiaক বিচাৰি আনিবলৈ আদেশ কৰা পৰিস্থিতিটো। মূল নাটকৰ এই দৃশ্যটোত এজন বিষয়াই সন্দেহৰ ইন্ধন যোগাইছে, Orlando-ৰ প্ৰৰোচনাতেই Rasalind আৰু Celia নিৰুদ্দিষ্ট হৈছে। গতিকে, Frederick-এ খঙৰ ভমকত দ্বিতীয় এটা নিৰ্দেশ দিছে : Orlando-ক বিচাৰি নেপালে, ককায়েক Oliver-কেই ধৰি আনিবলৈ। স্বীকাৰ কৰিব লাগিব, ভাওনিৰ সময়ত এই দৃশ্যটোৰ পৰিবৰ্জনে জনাৰ্দনৰ নন্দন বনত প্ৰবেশৰ ঘটনাটো মাথোন খেয়ালী মনৰ পৰিণতি যেন কৰি থৈছে। দ্বিতীয় দৃশ্যটোত আছে, Amiens আৰু Jaques-ৰ দুই বিপৰীত মনোভংগীসূচক এক কৌতুকময় সংলাপ। যদিও চেক্সপীয়েৰীয় নাটক হিচাপে দৃশ্যটোৰ গুৰুত্ব যথেষ্ট, তথাপি অসমীয়া নাটকখনত ইয়াৰ পৰিবৰ্জনে ঘটনা-প্ৰবাহৰ কোনো ক্ষতিসাধন কৰা নাই। বৰং, ই ঘটনাৰ সাৱলীল গতিক খৰতৰহে কৰি তুলিছে। শেষৰ দৃশটোত আছে, Silvius আৰু Phebe-ৰ ৰসময় আলাপ। উল্লেখযোগ্য যে, অসমীয়া নাট্যকাৰে এই তৃতীয়টো প্ৰণয়ঘটনাৰ উপকাহিনীৰে নাটকখন অনাৱশ্যকীয়ভাৱে ভাৰাক্ৰান্ত কৰি তুলিব খোজা নাই।

অকল পৰিবৰ্জনেই নহয়, অসমীয়া নাটকখনৰ কিছুমান দৃশ্যৰ পৰিমিত সংকোচনো সাধন কৰা হৈছে। ইয়াৰ ভিতৰত উল্লেখযোগ্য দৃশ্য চাৰিটা হ'ল : ৩য় অংক ২য় দৃশ্য, ৪ৰ্থ অংক ১ম দৃশ্য, ৪ৰ্থ অংক ৩য় দৃশ্য, আৰু ৫ম অংক ২য় দৃশ্য। প্ৰথমোক্ত দৃশ্য দুটাত থকা লঘু পৰিহাসময় সংলাপখিনি সম্পূৰ্ণৰূপে বৰ্জন কৰা হৈছে। ফলস্বৰূপে, প্ৰথমটো দৃশ্যই দাঙি ধৰা Rosalind চৰিত্ৰৰ মোহময় দিশটো উপভোগ কৰাৰপৰা অসমীয়া পাঠক-দৰ্শক বঞ্চিত হৈছে। আনহাতে, দ্বিতীয়টো দৃশ্যই উদঙাই দেখুওৱা Jaques-ৰ নজহা-নপমা বিষাদৰ

আচল স্বৰূপটো অসমীয়া পাঠক-দৰ্শকৰ উপলব্ধিৰ উপকণ্ঠত বৈ গৈছে। শেষৰ দৃশ্য দুটাত পৰিবৰ্জিত হৈছে, Silvius আৰু Pheboৰ প্ৰেম-কাহিনীটোৰ লগত সম্পৃক্ত সংলাপখিনি। এইখিনিতে উল্লেখ কৰি থ'ব পাৰি, চেক্সপীয়েৰে এই নাটকখনিত তিনিযোৰা প্ৰেমিক-প্ৰেমিকাৰ প্ৰেম-সম্পৰ্কীয় তিনিটা বিশেষ ভংগী চিত্ৰিত কৰিছে; আৰু সিবিলাকৰ আপোন-পাহৰা প্ৰেমৰ ভাষ্যস্বৰূপে দাঙি ধৰিছে, Touchstone আৰু Audrey-ৰ 'বাটত যি পোৱা তাকেই বুটলি লোৱাঁ' ধৰণৰ আদৰ্শেৰে অনুপ্ৰাণিত প্ৰেমৰ উপকাহিনীটো। অসমীয়া নাট্যকাৰে ইয়াৰে এটা প্ৰেমৰ কাহিনী বৰ্জন কৰাত যে এই দিশটোৰ গভীৰ ৰসোপলব্ধি ক্ষতিগ্ৰস্ত হৈছে, সেই কথাষাৰ নক'লেও হ'ব।

যদিও নাটকখনৰ কথাবস্তু চমুৱাই লোৱা হৈছে, তথাপি অসমীয়া নাট্যকাৰে যে চেক্সপীয়েৰক ভাষান্তৰিত কৰাত প্ৰশংসনীয় সফলতা লাভ কৰিছে— সেই কথা একমুখে স্বীকাৰ কৰিব লাগিব। অসমীয়া নাট্যকাৰগৰাকীয়ে আক্ষৰিক অনুবাদৰ পথ গ্ৰহণ কৰা নাই—ভাৱবস্তুহে ভাঙি উলিয়াইছে। উদাহৰণস্বৰূপে,

And this our life, exempt from public haunt,
Finds tongues in trees, books in the running brooks,
Sermons in stones, and good in every thing :

[ Act II. Sc. 1 ]

মূলৰ এইখিনি কথা অনূদিত হৈছে, এইটো ৰূপত :

গছৰ পাতত আৰু জানৰ পানীতো
শুনো কথা—পাওঁ উপদেশ,
পৰ্বতেও কয় যেন
কিবা এটি গম্ভীৰ কাহিনী ;
সকলোতে মধুময় সুখ
বৰষিছে অমৃত ধাৰেৰে। [ ২য় অংক ১ম গৰ্ভাংক ]

ভাঙনিৰ কথাখিনি মূলৰপৰা কিমান দূৰলৈ আঁতৰি আহিছে, সহজেই অনুমেয়। কিন্তু স্বীকাৰ কৰিব লাগিব—সামগ্ৰিকভাৱে মূলৰ সাৰবস্তু ভাঙনিৰ ৰূপত অকণো হেৰোৱা নাই। অৱশ্যে, ঠাইবিশেষে মূলৰ অপূৰ্ব কাব্য-

সৌন্দৰ্য ম্লান নোহোৱাকৈ থকা নাই। উদাহৰণস্বৰূপে, মূলৰ সেই স্মৰণীয় সংলাপটোৰ—

All the world's a stage,
And all the men and women merely players :
They have their exits and entrances ,
And one man in his time plays many parts,
His acts being seven ages. [ Act II. Sc. 7 ]

প্ৰভৃতি কথাখিনি অনূদিত হৈছে, এইদৰে :

অনিত্য সংসাৰখনি ভাৱনাৰ দৰে।
সাতবেলি দিওঁ দেখা আমি
সাতোটা মুখাৰে স'তে নতুন ভেশেৰে।
প্ৰথমতে চালুকীয়া ল'ৰা
মাকৰ কোলাত উঠি থকা ;
দ্বিতীয়ত শিক্ষালাভ গুৰুৰ ঘৰত ;
তৃতীয়ত নতুন প্ৰেমিক
সাংসাৰিক সুখত বিভোল ;
চতুৰ্থত জীৱন যুঁজৰ
প্ৰধান যুঁজাৰু,—
অৰ্থ-সম্পত্তিৰ আকাংক্ষা মনত,
লোভ-মোহ ধৰ্মাধৰ্ম বশ সকলোৰে ;
পঞ্চমত আদহীয়া গহীন প্ৰকৃতি,
মেল সুধি ভাঙি ফুৰে লোকৰ বিবাদ ;
ষষ্ঠত লাখুটি লোৱা
খোজেপতি থৰক-বৰক দেহ
মাতিব খুজিলে মাতো ফুফুটে মুখত ;
শেহত নতুন বাল্যকাল,
দাঁত নাই, মাত নাই,
যেনি নিয়ে সেইপিনে যায়—
যৱনিকা পৰে তভালিকে। [ ২য় অংক ৭ম গৰ্ভাংক ]

অনুবাদত যদিও কোনো আঁৰ নাই, তথাপি যেন মূলৰ জেউতি পাহিতে থাকি আহিল! অসমীয়া সংলাপটোৰ ভাষা অতি মিঠা; মূলৰ ভাষা অতি ফৰিংফুটা। পাৰ্থক্য সেইখিনিতে।

অসমীয়া নাট্যকাৰে কথাবস্তু চমুৱাবলৈ গৈ, মাজে মাজে অভিনব উপায় গ্ৰহণ কৰিছে। আমি তাৰে তিনিটা উদাহৰণ দাঙি ধৰিছোঁ। প্ৰথম উদাহৰণটো পোৱা যায়, ২য় অংক ৩য় গৰ্ভাংকত। মূল নাটকৰ ২য় অংক ৪ৰ্থ দৃশ্যত Corin আৰু Silviusৰ এটা যথেষ্ট দীঘলীয়া কথোপকথন আছে। অসমীয়া নাট্যকাৰে এই গোটেইখিনি কথাকে সামৰি এটা গীতৰ গঢ় দি জয় আৰু বিজয়ৰ মুখত দিছে। দ্বিতীয় উদাহৰণটো পোৱা যায়, ৪ৰ্থ অংক ২য় গৰ্ভাংকত। মূল নাটকত এটা গানৰ উপৰিও কিছু কথোপকথনো আছে। অসমীয়া নাট্যকাৰে মাথো গানটোহে লৈছে; আৰু অকল তাৰেই এটা সম্পূৰ্ণ দৃশ্য পূৰণ কৰিছে। মূল নাটকত এই দৃশ্যটোৰ আৱশ্যকতা সম্পৰ্কে এগৰাকী সমালোচক-সম্পাদকে লিখিছে, "এটা নতুন দৃশ্যই যেতিয়া নতুন পাৰিপাৰ্শ্বিকতাত নতুন এদল চৰিত্ৰক উপস্থাপন কৰিবলৈ লয়, তেতিয়া সদায়েই সি এক মধ্যবিৰতিৰ ধাৰণা কঢ়িয়াই আনে। * * *। আকৌ, ই আমাৰ সমুখত ইতিপূৰ্বে প্ৰেমৰ দৃশ্যবোৰে আঁৰ কৰি ধৰা নাটকখনৰ বনভূমিৰ দিশটোও উদঙাই ধৰেহি।"[১১] অসমীয়া নাট্যকাৰে দৃশ্যটোৰ সেই মৌল প্ৰয়োজনীয়তাৰ কোনো হানি-বিঘিনি ঘটোৱা নাই। কাৰণ, মূলত কথাৰ ভাষাৰ সংলাপখিনিৰ প্ৰয়োজনীয়তা আছে, Orlandoৰ এটা উক্তিৰ আধাৰতহে: "For these two hours, Rosalind, I will leave thee." [ Act IV, Sc. I. ]। উল্লেখযোগ্য যে, অসমীয়া ৰূপান্তৰত সেই উক্তিটোৰ উৎসস্বৰূপ লঘু পৰিহাসময় পৰিস্থিতিটোৱেই বৰ্জিত হৈছে। ইয়াৰ পাচত তৃতীয়টো উদাহৰণ পোৱা যায়, ৫ম অংক ১ম গৰ্ভাংকত। মূলৰ Williamৰ মুখত থকা সংলাপখিনি অসমীয়া ৰূপান্তৰত বিজয় ( Silvius ৰ মুখত দিয়া

১১. "A fresh scene, introducing another set of characters in fresh surroundings, always conveys the impression of an interval. It also brings before us again that woodland aspect of the play which has lately been overshadowed by the love-making."—*As you like It*, ed. A. W. Verity, p. 157.

হৈছে। আগতেই কৈ অহা হৈছে, William চৰিত্ৰটো অসমীয়া নাটখনত নাই। যেহেতু Silviusৰ প্ৰেমিকা Phebe-ও অসমীয়া নাটকত বৰ্জিত হৈছে,, গতিকে বিজয় ( Silvius )-এ William-ৰ ভূমিকা পালন কৰাত নাটকখনৰ কাহিনীবস্তুৱে একো হেকবাবলগীয়া হোৱা নাই। নাট্যকাৰ হিচাপে শৰ্মাৰ বিচক্ষণতা এনেকুৱা পৰিৱৰ্তনসমূহেই সৰৱে ঘোষণা কৰে। এইদৰে পৰিবৰ্জন, সংকোচন আৰু পৰিৱৰ্তনৰ থেও ধৰিয়েই দুৰ্গেশ্বৰ শৰ্মাই অসমীয়া সাহিত্য-জগতলৈ চেক্সপীয়েৰৰ অমৰ নাটকখনৰ আভাস কঢ়িয়াই আনিবলৈ যত্ন কৰিছিল।

॥ ৫ ॥

চেক্সপীয়েৰৰ নাট্যকাৰ-জীৱনৰ শেষ পৰ্বৰ ৰচনা 'চিম্বেলিন'; আৰু দুৰ্গেশ্বৰ শৰ্মাৰ শেষতম নাটকখন হ'ল, 'চিম্বেলিন'ৰ আধাৰত ৰচিত 'পদ্মাৱতী'। ইমানদিনে পাণ্ডুলিপি অৱস্থাতে লোপ পাবলৈ ধৰা এই নাটকখন 'চন্দ্ৰাৱলী'ৰ জনপ্ৰিয়তাৰ তৰংগশীৰ্ষতে ৰচনা কৰি উলিওৱা অসমীয়া নাট্যসাহিত্যৰ বুৰঞ্জীত চেক্সপীয়েৰৰ পঞ্চম নাটক। ভাষান্তৰত ক'ব পাৰি, মাজত অন্য কোনো অসমীয়া চেক্সপীয়েৰীয় ৰূপান্তৰ নোহোৱাকৈ এইখনেই 'চন্দ্ৰাৱলী'ৰ ঠিক পৰৱৰ্তী নাটক। অথচ, দুয়োখন নাটকৰ মাজত নাট্য-প্ৰতিভাৰ কি অভাৱনীয় ব্যৱধান! 'পদ্মাৱতী'ৰ ক'তোৱেই কোনো চৰিত্ৰ আৰু কোনো গল্পাংশ পৰিবৰ্জনৰ আভাস নাই। যদিও ঠায়ে ঠায়ে সংলাপৰ সংক্ষিপ্তকৰণ পোৱা যায়, তথাপি ক'তোৱেই কোনো প্ৰয়োজনীয় উক্তিৰ সাৰাংশ বৰ্জিত হোৱা নাই। আটাইতকৈ উল্লেখযোগ্য কথাষাৰ হ'ল, 'চন্দ্ৰাৱলী'ৰ দৰে ইয়াৰ সংলাপৰ ভাষা একেটা সাঁচত মৰা অমিত্ৰাক্ষৰ ছন্দৰ ৰূপত পৰিবেশিত হোৱা নাই। অমিত্ৰাক্ষৰ ছন্দৰ বৰ্ণাঢ্য ঝংকাৰ, কথাৰ ভাষাৰ প্ৰাঞ্জল স্বচ্ছতা আৰু কেইটিমান উক্তিত যতিপ্ৰান্তিক ছন্দৰ তৰলিত প্ৰবাহৰ বিৰল প্ৰয়োগ—এই তিনিটা বিভিন্ন স্তৰত সংলাপৰ ভাষাৰ বৈচিত্ৰ্যেৰে এই নাটকখন চেক্সপীয়েৰীয় ৰচনাৰ এক সৰ্বাংগসুন্দৰ অসমীয়া ৰূপান্তৰ।

'পদ্মাৱতী' যিহেতু 'চিম্বেলিন'ৰ প্ৰায়-আক্ষৰিক অনুবাদ, গতিকে ইয়াৰ উৎস-নাটকখনৰ বৈশিষ্ট্য আৰু গুণাগুণ সম্পৰ্কে কিছু কথা থুলমূলকৈ উনুকিয়াই যোৱা সমীচীন। নাটকখনৰ প্ৰধান বৈশিষ্ট্য হ'ল, ঘটনা আৰু

পৰিস্থিতিৰ অভাবিত সংখ্যাধিক্য। এই ফালৰপৰা 'চিম্বেলিন'ৰ তুলনাযোগ্য চেক্সপীয়েৰীয় নাটক আৰু মাথোন এখনহে আছে—'হেমলেট'। চিৰায়ত সাহিত্যৰূপে প্ৰশংসিত সেই নাটকখনৰ দৰেই 'চিম্বেলিন'তো সমাৱিষ্ট হৈছে, বহু ভিন্নমুখী ভিন্নৰূপী ঘটনাপুঞ্জ। এহাতে আছে, এটা যুক্তিহীন জুৱাখেলৰ কাহিনী—যাৰ অৱলম্বনত পৰিবেশিত হৈছে : ঈৰ্ষা, হত্যাৰ ষড়যন্ত্ৰ, অনুশোচনা আৰু পুনৰ্মিলনৰ আনন্দ প্ৰভৃতি নাটখনৰ ৰসবস্তুৰ এটা ক্ৰম। আনহাতে আছে, শাখিনী মাহীআই থকা এটা নিচুকণি সাধু—যাৰ অৱলম্বনত চিত্ৰিত হৈছে, এহাল হেৰোৱা সন্তানৰ পুনৰুদ্ধাৰ আৰু সিহঁতৰ কাৰণে ৰাজকীয় উত্তৰাধিকাৰ স্বত্বৰ পুনঃস্থাপন। আৰু, এই দুযোটা ভিন্নধৰ্মী গল্পৰ ঘটনা উপস্থাপন কৰা হৈছে, চেক্সপীয়েৰৰ আপোন দেশ বৃটেইন আৰু ৰোমান সাম্ৰাজ্যৰ মাজত বিৰোধৰ ঐতিহাসিক পটভূমিত। কিন্তু, আটাইকেইটা ভিন্নধৰ্মী গল্পৰ সমন্বয়তো কোনোটো চৰিত্ৰৰেই নিজস্ব বিবৰ্তন ঘটা নাই। কেৱল বৃহত্তৰ জনগোষ্ঠীৰ জীৱনেই নহয়, ব্যক্তি-চৰিত্ৰৰ জীৱনৰো ললাটলিপি ৰচনা কৰি দিছে, Jupiter-এ আপোন হাতেৰে।[১২] স্বাভাৱিকতে, গোটেই নাটকখনত চৰিত্ৰৰ ক্ৰমবিকাশতকৈ চাঞ্চল্যকৰ পৰিস্থিতিসমূহৰ ওপৰতহে অধিকতৰ গুৰুত্ব আৰোপিত হৈছে। তথাপিও, চেক্সপীয়েৰৰ চৰিত্ৰ চিত্ৰণৰ অবিসংবাদী প্ৰতিভা পৰিলক্ষিত হৈছে, Guidarius আৰু Arviragus—এই ভাতৃদ্বয়ৰ চৰিত্ৰাংকনত দুয়োৰো সূক্ষ্ম বৈশিষ্ট্য প্ৰস্ফোটনৰ বিস্ময়কৰ সফলতাত।

সকলো ফালৰপৰা বিবেচনা কৰি চাই সিদ্ধান্ত কৰিবলগীয়া হয়, 'চন্দ্ৰাৱলী' যদি 'এজ ইউ লাইক্ ইট'ৰ ছায়ানুবাদ, 'পদ্মাৱতী' তেনেহ'লে 'চিম্বেলিন'ৰ প্ৰায়-আক্ষৰিক মৰ্মানুবাদ। মূলৰ ঘটনাৱলী একোৱেই বাদ পৰা নাই। মূল আৰু ভাঙনিৰ পাত্ৰ-পাত্ৰীৰ সংখ্যাৰ যেনেকৈ তাৰতম্য ঘটা নাই, নাটকখনৰ দৃশ্যসংখ্যাৰো তেনেকৈ তাৰতম্য ঘটা নাই। মূলৰ চৰিত্ৰবোৰক কেনে ধৰণেৰে

১২. উল্লেখযোগ্য যে, 'পদ্মাৱতী'ৰ সংযোজিত অংশত Jupiter-ৰ অৱতাৰণা কৰা হোৱা নাই। আৰু, এই অংশটোতেই মূল নাটকত Jupiter-ৰ ভূমিকা চিত্ৰিত হৈছে। কিন্তু, অসমীয়া নাটকখন মূলৰ তুলনাত ইমান বেচি বাস্তৱধৰ্মী হৈ উঠিছে যে, Jupiter-ৰ অৱতাৰণাই মাথোন ৰসভংগৰহে যোগান ধৰিলেহেঁতেন। —সম্পাদক।

অসমীয়া ৰূপত সজাই-পৰাই উলিওৱা হৈছে, তাৰ আভাস তলৰ তুলনামূলক তালিকাৰপৰা ধৰিবলৈ সহজ হ'ব :

Cymbelin উদয়াদিত্য—অৱন্তীৰ ৰজা

Posthumus বীৰসিংহ—পদ্মাৱতীৰ স্বামী

Cloten চক্ৰপাণি—ভানুমতীৰ ভাগিনীয়েক

Belarius ( Morgan ) ইন্দ্ৰৰথ ( ৰঘুৰাজ )—বনবাসী ৰাজবিষয়া

Guiderius ( Polydore) ধৰ্মাদিত্য (মিহিৰ) ⎤
Arviragus ( Cadwal ) চন্দ্ৰাদিত্য ( সুধীৰ ) ⎦ উদয়াদিত্যৰ পুত্ৰদ্বয়

Philario বিক্ৰমসেন—বীৰসিংহৰ বন্ধু

Iachimo কল্যাণ—বিক্ৰমসেনৰ বন্ধু

Caius Lucius মহীপাল—উজ্জয়িনীৰ সেনাপতি

Pisanio কিংকৰ—বীৰসিংহৰ ভৃত্য

Cornelius বৈদ্যৰাজ

Queen ভানুমতী

Imogen ( Fidele ) পদ্মাৱতী ( নিকুঞ্জ )

স্বীকাৰ কৰিব লাগিব, চৰিত্ৰসমূহৰ অসমীয়া নামকৰণত মূলৰ পৰিপাটিতাৰ অকণো ঘাটি পৰা নাই। বৰং, দুই-এটা চৰিত্ৰৰ ক্ষেত্ৰত মূলতকৈয়ো সিহঁতৰ নামে-কামে অধিক পৰিমাণেহে ৰঞ্জিতা খাই পৰিছে। দৃষ্টান্তস্বৰূপে, কিংকৰ আৰু ইন্দ্ৰৰথ—নাম দুটাৰ কামৰ ধৰণলৈ আঙুলিয়াহি দেখুৱাব পাৰি।

এতিয়া চোৱা যাওক, মূলৰ লগত 'পদ্মাৱতী'ৰ সূক্ষ্ম মিল-অমিলৰ পিনলৈ। প্ৰথমতেই উল্লেখ কৰিব পাৰি, দুয়োখন নাটকৰ দৃশ্যাৱলীৰ সংখ্যা। মূল আৰু ভাঙনি দুয়োখনতে সংখ্যা দুটা হুবহু একে। কিন্তু, ইয়াৰ মাজতে অসমীয়া নাট্যকাৰগৰাকীয়ে ল'ব পৰা স্বাধীনতাখিনি লৈছে। মূলৰ ৪ৰ্থ অংক ২য় দৃশ্যটো বাকীবোৰ দৃশ্যৰ তুলনাত অতি দীঘলীয়া। শৰ্মাই দৃশ্যটো ভাঙি দুটা গৰ্ভাংকত বিন্যস্ত কৰিছে : ২য় আৰু ৩য় গৰ্ভাংক। স্বাভাৱিকতে, ৪ৰ্থ অংকত মূলতকৈ ভাঙনিত গৰ্ভাংকৰ সংখ্যা এটা বাঢ়িছে। অসমীয়া নাট্যকাৰে বাঢ়িবলৈ পোৱা গৰ্ভাংকৰ সংখ্যাটো কমাইছে, ৩য় অংক ৭ম দৃশ্যটো ভাঙনিত বাদ দি। মূলত সেই গৰ্ভাংকটোত চিত্ৰিত হৈছে, ৰোমৰ ৰাজহুৱা ঠাইত আসন্ন যুদ্ধৰ প্ৰস্তুতি সম্পৰ্কীয় বৈচিত্ৰ্যহীন দৃশ্য এটা।

আংগিকৰ ফালৰপৰা বিবেচনা কৰিলে ক'বলগীয়া হয়, দুটা অংকৰ সন্ধিস্থলত এই দৃশ্যটোৰ সংযোজনাৰে সময়-ব্যৱধানৰ আভাস দিয়াৰ প্ৰচেষ্টা অপৰিহাৰ্য মুঠেই নহয়। বিষয়বস্তুৰ ফালৰপৰাও দৃশ্যটো সাৰশূন্য আৰু ঘটনাৱলীৰ ধাৰাবাহিকতা ৰক্ষাৰ বাবে অপ্ৰয়োজনীয়। শৰ্মাই মূলৰ এই দুৰ্বল অংশটো পৰিত্যাগ কৰি চেক্সপীয়েৰ-প্ৰতিভাক অকণো আঁৱৰ কৰি ধৰা নাই।

৪ৰ্থ অংকৰ ২য় দৃশ্যটো ভাঙি উলিয়াওঁতে, নাট্যকাৰ শৰ্মাই পদ্মাৱতী ( Imogen )ৰ সংজ্ঞাপ্ৰাপ্তিৰপৰা আৰম্ভ কৰি পাচৰ অংশ এটা স্বতন্ত্ৰ গৰ্ভাংকলৈ স্থানান্তৰিত কৰি দিছে। তেনে কৰোঁতে ২য় গৰ্ভাংকৰ ৰসবস্তু যাতে ক্ষতিগ্ৰস্ত নহয়, সেই অভিপ্ৰায়েৰে গৰ্ভাংকটোৰ সামৰণি মাৰিছে, বনদেৱীসকলৰ মুখত এটি সমৱেত গীতেৰে সৈতে সিবিলাকৰ অৱতাৰণাৰে। মূল নাটকখনৰ সেই ঠাইখিনিত আছে, ধৰ্মাদিত্য ( Guiderius ) আৰু চন্দ্ৰাদিত্য ( Arviragus )ৰ মুখত এটা দ্বৈত সংগীত। উল্লেখযোগ্য যে, বনদেৱীসকলৰ অৱতাৰণাই নাটকখনত এটি অতিলৌকিক পৰিমণ্ডল সৃষ্টি কৰিছে, যি পৰিমণ্ডল মূল নাটকত সৃষ্টি কৰিছে যুদ্ধক্ষেত্ৰত বীৰসিংহ ( Posthumus )ৰ পিতাকৰ প্ৰেতমূৰ্তি আৰু ইন্দ্ৰ ( Jupiter )ৰ আবিৰ্ভাৱে। গতিকে, বনদেৱীসকলৰ অৱতাৰণাৰ ফলত ভাঙনি-নাটকখনে একোৱেই হেৰুওৱা নাই; বৰং অভাবিতৰূপে অভিনৱ সৌন্দৰ্যহে লাভ কৰিছে।[১৩] ৪ৰ্থ অংক ৩য় গৰ্ভাংকটো অসমীয়া নাট্যকাৰে আৰম্ভ কৰিছে, মূলৰ দ্বৈত সংগীতটোৰ বিষয়বস্তুকেই ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ মাজত এটা দাৰ্শনিক সংলাপৰ ৰূপ দি। উল্লেখযোগ্য যে, সংলাপৰ এই অংশটো বন্দী কৰা হৈছে, গীতৰূপময় যতিপ্ৰান্তিক ছন্দৰ আধাৰত। পৰৱৰ্তী সংলাপখিনিৰ বিষয়বস্তু মূলৰ ৪ৰ্থ অংক ২য় দৃশ্যৰ অন্তিম অংশ।

১৩. খুব সম্ভৱ পাণ্ডুলিপিৰ হেৰোৱা পাত কেইখিলাত নাটকখনৰ সামৰণি মাৰিছিল, বনদেৱীসকলৰ গীতেৰেই—যিটো কৌশল অৱলম্বন কৰা দেখা যায়, বাকী তিনিওখন নাটকৰ ক্ষেত্ৰতে। তদুপৰি, তেওঁ নিশ্চয় উপান্ত গৰ্ভাংকতো প্ৰতাপসিংহৰ প্ৰেতমূৰ্তিৰ অৱতাৰণা কৰি নাটকখন অনাৱশ্যকীয়ৰূপে চৰিত্ৰ-ভাৰাক্ৰান্ত আৰু শিথিল-গ্ৰথিত কৰা নাছিল।

—সম্পাদক

মূল নাটকৰ লগত ভাওনিৰ অন্য এটি সামান্য পাৰ্থক্য পৰিলক্ষিত হয়, ১ম অংকৰ দৃশ্য কেইটাৰ ক্ৰমবিন্যাসত। মূলৰ ২য় আৰু ৩য় দৃশ্য দুটাৰ ক্ৰম ভাওনিত সলাই লৈ পৰিবেশন কৰা হৈছে। মূলৰ ২য় দৃশ্যটোত আছে, ৰাজআলিৰ ওপৰত Cloten আৰু দুজন পাৰিষদৰ মাজত কথোপকথনৰ চিত্ৰ। পাৰিষদ দুজনৰ ১ম গৰাকী চাটুকাৰ আৰু ২য় গৰাকী স্পষ্টবক্তা। ভাওনিত এই পৰিস্থিতিটো ৩য় গৰ্ভাংকত চিত্ৰিত হৈছে। তদুপৰি সূক্ষ্ম পৰ্যবেক্ষণতে ধৰা পৰে, বিষয়া দুগৰাকীয়ে ভাওনিত ভূমিকাও সলনাসলনি কৰিছে। 'পদ্মাৱতী'ৰ ১ম গৰাকী বিষয়াহে স্পষ্টবক্তা—তেওঁৰ কথাৰ ধাৰ পানীৰ তলৰ কাঁইট, শুনোতাৰ কলিজাৰ মাজেদি সৰকি যাব পৰাকৈ চোকা। ২য় গৰাকী বিষয়া দৰাচলতে চাটুকাৰ—গৰাকীৰ মনোৰঞ্জনৰ কাৰণে তেওঁৰ কথাত পকী মজিয়াৰ ওপৰেদিও নাও চলে। যি কি নহওক, স্বীকাৰ কৰিব লাগিব—অসমীয়া অনুবাদকে চেক্সপীয়েৰ-প্ৰতিভাৰ মূল কথাষাৰৰ ভু পায়। সেয়ে, তেওঁৰ কোনো দুটা চৰিত্ৰই একেটা সাঁচত গঢ়া নহয়, লাগিলে সিহঁত যিমানেই একেটা পৰিবেশ, একেটা স্তৰ আৰু একেটা পৰিমণ্ডলত সঞ্চৰণশীল প্ৰাণী নহওক। আটাইতকৈ উল্লেখনীয় কথাষাৰ হ'ল, শৰ্মাৰ সৃষ্টিত এই দুটা চৰিত্ৰই মূলত মাথোন চিন-নিচিনকৈহে পোৱা বাস্তৱ-অনুকৃতি ভাওনিত অতি জলজল্-পটপটকৈ লাভ কৰিছে।

মূলৰ ২য় দৃশ্যটোৰ উপকৰণ হ'ল, Imogen আৰু Pisanioৰ মাজত ৰাজকাৰেঙৰ ভিতৰত হোৱা এটি অন্তৰংগ কথোপকথন। এই দৃশ্যটো ভাওনিত ২য় গৰ্ভাংকলৈ আগুৱাই অনাৰ লগতে পদ্মাৱতীৰ চৰিত্ৰটো অতিমাত্ৰা সৰলীকৃত ৰূপত দাঙি ধৰা হৈছে। মূল নাটকত থকা Imogenৰ মুখৰ সেই নাৰীপ্ৰকৃতিসুলভ আশংকামিহলি উক্তিটোৰ সকলো চিন মচি পেলোৱা হৈছে :

> I could make him swear
> The shes of Italy should not betray
> Mine interest and his honour. [ Act I. Sc. 3 ]

তাৰ সলনি একেখিনি বিষয়বস্তুৰে আগুৱাই অনা ২য় গৰ্ভাংকটোত পোৱা যায়, আলস্থলীয়া ভাৱনাৰে ভৰপূৰ ভাবেমান উক্তি। যি কি নহওক, অসমীয়া নাট্যকাৰে দৃশ্য দুটাৰ ক্ৰম সলনি কৰাৰ কাৰণটো বিচাৰি পোৱা

নেযায়। কিন্তু, মানি ল'ব লাগিব—ক্রমৰ এই পৰিবৰ্তনটোৱে নাটকখনৰ সৌন্দৰ্যৰ কোনো হীন-ডেটি ঘটোৱা নাই।

উল্লেখ কৰা হৈছে, 'চিম্বেলিন'ৰ আচল বৈশিষ্ট্য চৰিত্ৰ-চিত্ৰণৰ দক্ষতাত নহয়—ঘটনা আৰু পৰিস্থিতিৰ জটিল জটাজাল সৃষ্টিৰ কলাকৌশলতহে। এই বিষয়ত নাট্যকাৰ শৰ্মাই 'পদ্মাৱতী'ৰ ক্ষেত্ৰত নিজস্ব ভংগীৰে নাটকখনৰ উৎকৰ্ষ সাধন কৰা দেখা যায়। প্ৰথমতেই চকুত পৰে, মূলত সিবিলাকৰ নাম-গোন্ধ নথকা অথচ ভাঙনিত যোগ দিয়া কেইবাটাও গীতৰ ওপৰত। 'পদ্মাৱতী'ৰ প্ৰাপ্ত অংশটোত তেনেকুৱা পাঁচোটা গীত পোৱা যায়। গীত পাঁচোটা হ'ল : (ক) ১ম অংক ১ম গৰ্ভাংকৰ প্ৰস্তাৱনা গীত; (খ) ১ম অংক ৪ৰ্থ গৰ্ভাংকত নৰ্তকীসকলৰ নাচৰ সহযোগী গীত; (গ) ৩য় অংক ৪ৰ্থ গৰ্ভাংকত পদ্মাৱতীৰ হিয়াৰ ভাৰ পাতলোৱা গুণগুণনি; (ঘ) ৪ৰ্থ অংক ২য় গৰ্ভাংকত বনদেৱীসকলৰ গীত; আৰু (চ) ৫ম অংক ১ম গৰ্ভাংকত সেনাদলৰ মুখত সমৰসংগীত। স্বীকাৰ কৰিব লাগিব, এই সকলোকেইটা মৌলিক গীতৰ সংযোজনে নাটকখনক এক মনোহৰ চাৰুতা প্ৰদান কৰিছে।

ইয়াৰ বিপৰীতে, 'পদ্মাৱতী'ৰ কেইবাটিও চৰিত্ৰৰ মুখতো—আনকি নায়িকা পদ্মাৱতীৰ মুখতো—মূল নাটকত থকা ছন্দোবদ্ধ সংলাপৰ পৰিৱৰ্তে নিৰলংকাৰ গদ্যৰ ভাষাৰ সংলাপ দিয়া হৈছে। এনেকুৱা সংলাপসমূহত উজ্জ্বল হৈ উঠিছে, মূল নাটকৰ অপৰিচিত শাণিত শ্লেষোক্তি আৰু তীব্ৰ ঘন বাস্তৱ চেতনা। মাজে মাজে ধৰিবলৈ টান হৈ পৰে, সেইবোৰ যে মূলৰে ভাঙনি। কথাষাৰ বুজি পাবলৈ হ'লে, 'পদ্মাৱতী'ৰ ত্ৰুটিয়ান সংলাপ মূলৰ লগত ওচৰা-ওচৰিকৈ থৈ বিজাই চাব লাগিব। বিজাই চাব পাৰি,

চক্ৰপাণি। 'ভৰি-তলুৱাৰো বহতি'—গালি পাৰিলা?

পদ্মাৱতী। হয়, সাথীবাদী দি গোচৰ তৰিব পাৰ।

চক্ৰপাণি। বাৰু, বজাক জনাম।

পদ্মাৱতী। মাহীয়েৰকো ক'বি, মোক লাওৱে লাওৱে পানী খুৱাব।

[ ২য় অংক, ৪ৰ্থ গৰ্ভাংক ]

এইখিনি কথা মূলত আছে, এনে ধৰণেৰে :

Cloten : you have abus'd me.—

His meanest garment?

Imogen : Ay, I said so, sir :
If you will make 't an action, call witness to 't.
Cloten : I will inform your father
Imogen : your mother too :
She's my good lady ; and will conceive,
I hope,
But the worse of me. [ Act II. Sc. 4 ]

নক'লেও হ'ব, মূলৰ তুলনাত অসমীয়া ভাঙনি-নাটকথনৰ সংলাপখিনি বাস্তৱ জীৱনৰ বহু বেচি ওচৰৰ প্ৰতিফলন। তদুপৰি সংলাপৰ ভাষাই চৰিত্ৰ দুটাৰ আচল ৰূপ দুটাও উদঙাই ধৰিছে। থোৰতে ক'বলৈ হ'লে, অসমীয়া নাট্যকাৰে সংলাপৰ দুটা বিপৰীতধৰ্মী বৈশিষ্ট্যপূৰ্ণ ৰূপৰ মিশ্ৰণেৰে বাস্তৱিকতা আৰু ৰমন্যাসিকতাৰ অপূৰ্ব মিলন ঘটাই নাটকথনৰ মোহময় পৰিমণ্ডল ৰচনা কৰিছে।

এইখিনিতে আন এষাৰ কথা উনুকিয়াই থ'ব পাৰি। মূল নাটকথনত বৃটেইন আৰু ৰোমান সাম্ৰাজ্যৰ মাজত ঐতিহাসিক বিৰোধৰ যি তাৎপৰ্যপূৰ্ণ পৰিপ্ৰেক্ষিত ৰচনা কৰা হৈছে ভাঙনি-নাটকথনত তাৰ সামান্যতম আভাসো পাবলৈ নাই। অসমীয়া নাট্যকাৰে সেই অভাৱৰ ক্ষতিপূৰণ কৰি লৈছে, নিজস্ব বিৰল ভংগীৰে—প্ৰাচীন সংস্কৃতৰ ৰূপকথাৰ জগত কঁপাই থোৱা ইতিহাসপ্ৰসিদ্ধ দুখন নগৰী অৱন্তী আৰু উজ্জয়িনীৰ মাজত এক কাল্পনিক বিৰোধৰ অৱতাৰণা কৰি। স্বাভাৱিকতে, কোনো এক ধূসৰ অতীত যুগৰ দুখনৰ প্ৰসিদ্ধ নগৰীৰ কাল্পনিক বিৰোধৰ কাহিনীটোৱে নাটকথনৰ কাৰণে এক অতি স্মৃতিমেদুৰ ৰমন্যাসিক পটভূমি ৰচনা কৰি দিছে। আৰু, সেই সুমধুৰ কল্পনাৰঞ্জিত পটভূমিত উপস্থাপিত চৰিত্ৰসমূহৰ ভিতৰত অন্ততঃ নায়িকা পদ্মাৱতী আৰু বেচি মোহময়, আৰু বেচি স্বপ্নাকীৰ্ণ হৈ উঠিছে।

এনেটো আহিৰেই ভাঙি উলিওৱা 'পদ্মাৱতী' নাটকথন পঢ়ি উঠি যি কোনো পাঠকেই ক'ব, অসমীয়া নাট্যসাহিত্যৰ বুৰঞ্জীত চেক্সপীয়েৰীয় নাটকৰ সফল ৰূপান্তৰৰ ক্ষেত্ৰত এই নাটকথন বিংশ শতিকাৰ প্ৰথম পাদৰ এক তাৎপৰ্যপূৰ্ণ পদক্ষেপ। প্ৰাপ্ত পাণ্ডুলিপিৰ অসম্পূৰ্ণ ভাঙৰণটোকেই সমুখত লৈয়ো ক'ব পাৰি, 'পদ্মাৱতী' দুৰ্গেশ্বৰ শৰ্মাৰ নাট্যকাৰ-জীৱনৰ সৰ্বোত্তম

কীৰ্তি। তেওঁ চেক্সপীয়েৰৰ কালজয়ী প্ৰতিভাৰ সূক্ষ্মতম দিশবোৰৰ লগতো তেওঁৰ যথেষ্ট আয়াসসাধ্য আৰু অতি অন্তৰংগ পৰিচয়ৰ আভাস এটা নাটক-খনৰ পাতে পাতে ইমান মোহনীয় ৰূপত থৈ গৈছে যে, এবাৰ পঢ়ি চালেই যি কোনো পাঠকৰ মন উন্মুখ হৈ পৰে—ঠিক এইটো ৰীতিৰেই ভাঙি উলিওৱা চেক্সপীয়েৰৰ অন্যান্য ৰচনাসমূহো পাঠ কৰি চাবৰ কাৰণে। উল্লেখযোগ্য, তেওঁ চেক্সপীয়েৰৰ চিন্তা-সমুদ্ৰত এনেদৰে বুৰ গৈ আছিল যে, 'পদ্মাৱতী'ৰ বহুতো সংলাপত 'চিম্বেলিন'ৰ বাহিৰেও চেক্সপীয়েৰৰ আন নাটকৰো কিছুমান স্মৰণীয় বাক্যৰ প্ৰতিধ্বনি গুন-গুনকৈ শুনিবলৈ পোৱা যায়। ভাষান্তৰত ক'ব পাৰি, 'পদ্মাৱতী' মাথোন অন্য দেশৰ মাটিত পুনৰ্নিৰ্মিত 'চিম্বেলিন'ৰ ৰাজকাৰেংটোৱেই নহয়—চেক্সপীয়েৰৰ অমৰ সৃষ্টিৰ অন্য বহু কাব্য-অট্টালিকাৰপৰাও থহাই অনা মণি-মুক্তাৰে খচিত এক কল্পলোকৰ সুৰম্য ৰাজপ্ৰাসাদ।

সৰ্বশেষত ক'বলগীয়া কথা কেইষাৰ হ'ল: তেওঁ যদি আন কোনো নাটকেই নিলিখি, মাথোন 'পদ্মাৱতী' খনকেই লিখি থৈ গ'লহেঁতেন—তথাপি তেওঁৰ নাম অসমীয়া সাহিত্যৰ বুৰঞ্জীত সদায় সোঁৱৰিবলগীয়া হৈ ৰ'লহেঁতেন! তেনে এজন প্ৰতিশ্ৰুতিসম্পন্ন নাট্যকাৰক যদি দেশৰ অন্য কৰ্মক্ষেত্ৰই নিমন্ত্ৰণ কৰি নি, তেওঁৰ সাহিত্য-প্ৰতিভাক লাহে লাহে মচি আহিবলৈ নধৰিলেহেঁতেন, তেনেহ'লে কিজানি তেওঁ অসমীয়া নাট্যসাহিত্যক পৰিণত বয়সৰ পৰিপক্ক ৰচনাৰে আৰু বেচি সমৃদ্ধ কৰি থৈ গ'লহেঁতেন! খুব সম্ভৱ, কৰ্মব্যস্ত জীৱনত অলপ আজৰিৰ মুহূৰ্ত পোৱা হ'লে, তেওঁৰ হৃদয়-কুঞ্জত নিভৃতে বিকশিত হৈ উঠি হৃদয়তে হেৰাই যোৱা কাব্য-কুসুমৰ অমেয় সুৰভিৰে কবি হিচাপেও তেওঁ সৰ্বকালৰ অসমীয়া কাব্যমালক আমোলমোলাই ৰ'লহেঁতেন! স্বীকৃত হ'লহেঁতেন, তেওঁ আধুনিক যুগৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিক কবি বুলি! এতিয়াও তেওঁৰ জীৱনৰ মাথোন এটা অধ্যায়ৰ সৃষ্টি তেওঁৰ নাট্যসম্ভাৰ চিৰায়ত বুলি গৃহীত নহ'লেও, পৰম শ্ৰদ্ধাৰ্হ; আৰু তেওঁৰ কাব্যসম্পদ ৰমণীয়তাৰ গুণত কিছু বিৰল হ'লেও, নিঃসন্দেহে অত্যন্ত মহৎ। সেইবাবেই, তেওঁ অসমীয়া সাহিত্যৰ ৰসিক ভোক্তাৰ দৃষ্টিত অতি আদৰৰ এগৰাকী মৰমী কবি। আৰু তেওঁৰ দ্বিতীয় পৰিচয় এজন অতি সফল নাট্যকাৰ।

## ॥ উপসংহাৰ ॥

মৰমী কবি দুৰ্গেশ্বৰ শৰ্মাৰ শতবাৰ্ষিকী জন্মতিথি উদ্‌যাপিত হ'বলৈ এতিয়াও দুটা বছৰ বাকী। বিগত দিনৰ প্ৰায় সকলোকেইজন সাহিত্যনায়কৰে সম্পূৰ্ণ ৰচনাৱলীৰ কাৰণে প্ৰতিটো জন্মশতবাৰ্ষিকীৰ দুৱাৰদলিত ক্ষন্তেকলৈ হ'লেও থমক খাই ৰ'বলগীয়া হৈছিল। আমাৰ ধাৰণা, 'দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী' সেই স্বাভাৱিক নিয়মৰ এটি ব্যতিক্ৰম হ'ল। অসম সাহিত্য সভাৰ কাৰ্যকৰী সমিতি আৰু স্বনামধন্য সাহিত্যিকজনাৰ পৰিয়ালৰ আদেশ-নিৰ্দেশ আৰু উপদেশ-পৰামৰ্শ মানি ৰচনাৱলী সম্পাদনা কৰি উলিয়ালোঁ। জানো, ছত্ৰে ছত্ৰে আমাৰ ত্ৰুটি আৰু অক্ষমতা প্ৰকাশ পাইছে। সকলোখিনি ত্ৰুটি-বিচ্যুতিৰ বাবে সুধী পাঠকমণ্ডলীৰ ওচৰত মাৰ্জনা ভিক্ষা কৰিলোঁ।

আমি অতি গভীৰভাৱে ঋণৰ দায়েৰে আবদ্ধ কবিগৰাকীৰ পৰিয়ালৰ ওচৰত। গোটেই পৰিয়ালেই আমাক সকলো ধৰণেৰে সহায় কৰিছে, এই ৰচনাৱলী নিখুঁতকৈ সম্পাদনা কৰি উলিওৱাৰ বিষয়ত। অক্লান্ত পৰিশ্ৰম কৰি কবিৰ সুযোগ্য পুত্ৰ অধ্যাপক পৰমেশ্বৰ শৰ্মাই নানা তথ্য-টোকা, জীৰ্ণ পাণ্ডুলিপি, দুষ্প্ৰাপ্য কাকত-পুথি আৰু প্ৰয়োজনীয় পোহৰ-ছবিৰ যোগান ধৰি ৰচনাৱলীৰ প্ৰায় গোটেইটো জুমুথি উলিয়াই নিদিয়া হ'লে, ইয়াৰ উপকৰণৰ ভালেখিনি ঘাটি পৰিলেহেঁতেন—সুনিশ্চিত। এনেদৰে তেখেতে আমাক ঋণৰ শিকলিৰে বাৰুকৈয়ে বান্ধিলে। অসম সাহিত্য সভাৰ গুৱালকুছি অধিবেশনৰ কাৰণে নিৰ্বাচিত সভাপতি শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱা ডাঙৰীয়াই পুৰণি পুথিৰ বুকুৰপৰা 'কেতেকী'ৰ পাহৰা পাতনিখন উদ্ধাৰ কৰি যোগান ধৰিলে। তেখেতৰ শলাগ ল'বলৈ ভাষাৰে নাটনি। ভাবিব নোৱাৰাকৈ অতি তাকৰীয়া সময়ৰ ভিতৰতে ৰচনাৱলীৰ কেইটামান অংশৰ চূড়ান্ত পাণ্ডুলিপি প্ৰস্তুত কৰি দিলে, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ সহযোগী কৰ্মচাৰী শ্ৰীদেৱ গগৈয়ে; তেওঁৰো শলাগ ল'বলৈ ভাষাই নাটেগৈ।

অসম সাহিত্য সভাৰ গ'ল বছৰৰ প্ৰধান সম্পাদক জোনাব আব্দুছ ছাত্তাৰৰ ওচৰতো আমি বিশেষভাৱে ঋণী। কাৰণ, তেখেতেই আমাক আনুষ্ঠানিকভাৱে এই কাৰ্যৰ ভাৰ প্ৰদান কৰে আৰু সভাৰ বাজেটত প্ৰকাশনৰ বাবে যথেষ্ট

পৰিমাণৰ ধন আচুতীয়াকৈ ধৰি দিয়ে। চলিত যন্ত্ৰৰ প্ৰধান সম্পাদক শ্ৰীযুত লীলা গগৈৰ ওচৰতো আমি একেদৰেই ঋণী। তেখেতে বিশেষভাৱে মন-কাণ নিদিয়া হ'লে, কিজানি এই ৰচনাৱলী ইমান আটকধুনীয়া ঠগেৰে ছপা হৈ নোলালেইহেঁতেন। সদৌশেষত, আমি আমাৰ অন্তৰ-ওপচা শলাগৰ সৰাই আগবঢ়াইছোঁ, নৱজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীকালীচৰণ পাল আৰু সংশ্লিষ্ট কৰ্মীবৃন্দলৈ। কাৰণ তেখেতসকলে কলিকতাৰ বলিয়া বানৰ খুন্দা সহিও ছপাৰ কাম থমকিবলৈ নিদিলে, সময়ৰ মুৰকত আটোমটোকাৰিকৈ সজাই-পৰাই উলিয়াই দিছে।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
১৪ নৱেম্বৰ ১৯৭৮

## অন্তর্ভুক্ত গ্রন্থরাজি

**কবিতা :**

অঞ্জলি

নিবেদন

উপাসনা

**নাটক :**

পার্থ-পরাজয়

বালী-বধ

চন্দ্রাবলী

পদ্মাবতী

স্বৰ্গীয়

ৰায় জগন্নাথ বৰুৱা বাহাদুৰ ডাঙৰীয়াৰ

পবিত্র স্মৃতিৰ

উদ্দেশ্যে

এই ক্ষুদ্র

অঞ্জলি

অৰ্পণ কৰা হ'ল।

# জীৱন

দীঘল জখলা এই মানুহ-জীৱন,
খোপে খোপে উঠি আমি আছিছো উধাই ;
নেজানো,—কিমান খোপ উঠিলেনো আৰু
পাম গ'ই অনন্তৰ নিৰজন ঠাই ;
নাইবা, কিমান ওখ এই কালাধাৰ,
নতুবা নপৰে ওৰ অসীম অপাৰ।

ঈশ্বৰে মায়া মাথোঁ,—তেওঁৰে সকলো,
ব্ৰহ্মাণ্ড-লীলাৰ এই অমিয়া সংসাৰ ;
যিদিনা লভিম গ'ই এৰি অহা ঠাই
সিদিনাহে মায়া শেষ হ'ব আপোনাৰ।
জানৰ জিৰণি নই, নইৰ সাগৰ,
অনন্ত জিৰণি কিন্তু নৰ-জীৱনৰ।

সকলো মানুহে গ'ই লভিব ঈশ্বৰ,—
যিজনে সাজিছে এই মায়াৰ সংসাৰ ;
দেখা দিব নিজে তেওঁ যেতিয়া আপুনি
তেতিয়াহে পাম আমি জিৰণি আমাৰ।
একে মন, একে প্ৰাণ, একে গঢ় মিলি,
একে স্বৰ্গ সাজি দুখ নাশিব সমূলি।

# ৰিজনি

সন্ধিয়াৰ সক তৰা লাহে লাহে নিজিলিকে,
পুৱা লয় নগ'লে পৃবত,
ধাৰাসাৰ জীৱনতো একো দুখ নেথাকিলে
শান্তি গুণ নেথাকে সুখত।
পূৰ্ণিমা জোনাক নিশা মুঠে নাচি মন প্ৰাণ
আউসীয়ে নথ'লে লুকাই;
থৰালি ৰ'দত যদি নেথাকে শুকাই ধৰা
বাৰিষাই নিদিয়ে ধুৱাই।
নিমাত তাপত যদি মুগুকায় হাবি-বন
নাই শোভা বসন্ত-ফুলিত;
জনম-মৰণ গ'লে জীৱনৰ হাবিলাষ
নেথাকিব এই পৃথিবীত।
নিয়ঁৰত একো ফুলে নধৰে নধৰে ঠন
দুপৰীয়া নপৰিলে জঁয়;
সাদৰৰ স্বাৰ্থ ফেৰি নেথাকিলে মৰমত
সিও আৰু হ'ব তমোময়।
লাগ বুলি পালে যেনে একোতে নেথাকে ৰাপ,
সেয়ে—যদি পায় বিচৰাটো;
টোকা নাই চকুপানী এদিনো বেজাৰ পাই
তাৰ তৃপ্তি নাই মৰমতো।

## ভিতৰ

মনে কৰে ছিঙো যেন গছৰ গোলাপ,
ছিঙিলে সিমান কিন্তু নেলাগে সন্তোষ ;
তেনেকৈয়ে মনোহৰ বাহিৰ পদূলি,
ভিতৰ সোমালে পাবা পৰিমাণে দোষ।

বাহিৰে দেখিবা ঘৰ জক্-মক্ কৰে,
সোমাহি সোমাহি বুলি মাতিছে ঠাৰত ;
তেনেই পাহৰি যাবা পালেহি ভিতৰ,
আগৰ জেউতি আৰু নৰ'ব মনত।

## সীতা-সয়ম্বৰ

হৰধনু ভাঙি ৰামে সীতাক লভিলে,
উঠিল গৌৰব-বাণী ৰাজ-সমাজত,
জয় জয় শবদিলে অন্তেষপুৰত,
সীতাক সম্বাদ তাৰ দূতী আহি দিলে।

ভানুমতী সখীয়েকে বুলিলে বচন,—
'স্বামী পালা সীতা তুমি কত তপ কৰি,
বজ্রময় হাত দুটি ধনু ভাঙে ধৰি' ;—
শুনি হাঁহি জানকীয়ে ঘূৰালে বদন।

লাজ পাই সখীয়েকে মাতিলে আকউ,—
'কিয় কৰা সীতা দেখি, বিষাদ মনত,
নহয় ৰামৰ হাত শিলৰ নিচিনা,
যেনে লাগে তেনে হয় কাৰ্য্যৰ গুণত।

ব'হত পৃথিৱী ফাটি হয় ছিটাছিট,
কোমল পদুমো কিন্তু ব'হবে নিৰ্ম্মিত।'

# আকৌ

সংসাৰ মহিমা চোৱা কেনে বিতোপন,—
যেনি চোৱা তেনিয়েই স্বৰ্গীয় মিলন ;
ভাৱৰত বিজুলীয়ে নিজে মোহ গ'ই
কেতিয়াবা চকু মেলি চায় তলল'ই ;

টিমিকি-টিমিকি সেই চন্দ্ৰৰ পোহৰ
বিস্তাৰি নিজৰ তেনে শোভা মনোহৰ
তাকো ভেদি পৰে আহি এই জগতত,—
ইমান দুয়োৰ প্ৰেম দুয়োৰ লগত।

বাৰেপতি বাগি দিওঁ তাকেই এৰাই,
সিয়েই উলটি আহি ধৰেহি মেৰাই ;
ইমানতো নুবুজিলোঁ তাৰ দুখ-সুখ,
নেচালোঁ এবাৰো তাৰ মধুময় মুখ ;

নাহিবি নাহিবি বুলি বাৰে বাৰে কওঁ
নুশুনিলে হাক মোক ধৰিলে আকউ।

# ফুল-কুঁৱৰী

গুৱাই ফুলনিখনি ঠন ধৰি ধৰি,
দেখা দিলে ফুলে আহি বসন্ত কালত,
লাহধৰা ফুল মোৰ জোনৰ নিচিনা
প্ৰকাশ কৰিছে চোৱা নীল আকাশত।

এনেই ফুলিছ ফুল, কোনে আহি তোক
তুলি ল'ই পিন্ধিবহি গুৱনি খোপাত ?
পাৰ যদি জাপ মাৰি উঠ মূৰল'ই
তেহে ফুল মিলি তই যাবি আপোনাত।

নমস্তে বতাহ তোৰ লাৱণ্য মধুত,
সুগুণে কোনেও তই গোন্ধত অসাৰ;
জঁটলী মাৰৰ তই জঁটলা চুলিত
কেলেই লুকাই থৱ ৰূপ আপোনাৰ?

আহ হেৰ' ফুল মোৰ, নিচেই আজলী,
বহ, মোৰ কোলাখন শুৱাই পৰক,
ধৰ মোক, ধৰ তই, গোন্ধেৰে সাৰটি,
জলি থকা হিয়া মোৰ তোতেই জুৰক।

## সপোন

নীলৰ মাজেদি বিৰিঙিছে ৰঙা আহ,
মাৰ যায় সূৰ্য্যদেৱ লোহিত-মোহিত,
পশ্চিম আকাশখনি গোটেই ৰাঙলী
সজিয়া বৌলিকা, আহা, কিনো আচৰিত!

বহল পথাৰখনি যঁাহেৰে ভৰনি,
বলিছে ওপৰে তাৰ মৃদু সমীৰণ;
ৰাঙলী শ্যামলী দুয়ো ওপৰ তলত
বিস্তাৰিছে আপোনাৰ বিদায় কিৰণ।

হেঁপাহেৰে আছোঁ চাই পচিমৰ পিনে—
কতনো দুৰাশা মোৰ উদিছে মনত,
দেখিছোঁ তাতেই যেন বিশ্বৰ মূৰতি,
উদিছে ভক্তিৰ ভাৱ মোৰ হৃদয়ত।

এনে সময়তে যেন কোমল মাতেৰে
মাতিলেহি কোনোবাই আহি ওপৰত,
কোন বুলি মূৰ দাঙি নবালবিক'ই
চাওঁমানে অন্তৰ্হিত হ'ল বতাহত।

চাওঁতেই পালোঁ সাৰ, নাহিল টোপনি,
ভাবিলো ইটোনো বাৰু কেনুৱা সপোন,
মাত মাতি বতাহত কিয়নো লুকাল,
চাওঁমানে তিলমানো নৰ'ল দেখোন!

# কবি-প্ৰিয়া

নেলাগে তোমাৰ মোক একোকে, লাগেহে
চাবল'ই হাঁহিটি ওঁঠৰ,
নেলাগে মাতিব মোক শুনো যদি মই
মিঠা মাত কোমল মুখৰ।

দেখোঁ যদি বতাহত নচা ঠেৰে ঠেৰে
গোৱা যদি কুলিৰ মাতত,
সকলোতে সেও হ'ই যদি খোজ কাঢ়া
ভাৱৰৰ গহীন খোজত।

নেলাগে চাবও মোক চোৱা যদি তুমি
প্ৰকৃতিৰ ছবি সৰহীয়া,
নেলাগে কৰিব একো মোৰ বাবে তুমি
কৰা যদি কৰিবলগীয়া।

শুই উঠি চোৱা যদি সৰু সৰু তৰা
মাৰ যোৱা আকাশৰ গা'ত,
পুৱা বনৰীয়া ফুল ছিঙোতে ছিঙোতে
নিয়ঁৰত তিতে যদি হাত।

লোৱালণা ৰভৰৰ ৰ'দ পৰি যদি
বোল ধৰে নিমজ গালত,
নিৰজু ৰতাহে যদি মচি দিয়ে ঘাম
ছা দিয়ে ভাৱৰে তাপত।

কোঁচ খাই পৰে ছাঁ'টি যেতিয়া গছৰ
তুপৰীয়া থিয় ৰ'দ পাই,
দূৰণিত একেষাৰ চৰাই গীতত
থৰ লাগি থকা যদি চাই।

জিৰোবা ভাগৰ লাগি ফুলনি তলত
সৰে যদি এটি ফুলো গা'ত,—
পৰি যোৱা তাৰে যদি পাওঁ এটি পাহি
সেয়ে মোৰ দেৱ পাৰিজাত।

সন্ধিয়া নেথাকা যদি ভিতৰ সোমাই
চোৱা যদি বেলিৰ মেলানি
নিশা চোৱা ব্ৰহ্মাণ্ডৰ অতীত বুৰঞ্জী
ওপৰৰ পিনে মূৰ দাঙি।

যায় যদি উৰি চুলি, ৰিহাৰ আঁচল,
শীতল পচোৱা বতাহত,
চোৱা যদি ঘৰমুৱা গৰুৰ ঢাপলি,
গৰখীয়া এছাৰি হাতত।

বৰষুণ শুনি যদি টোপনি অহোৱা
নিঘিণোৱা থুকহি বিজুলী,
ধুমুহাত তুমি যদি যাব খোজা উৰি,
নিৰভয়ে ফুৰা বাট বুলি।

সেয়েই সকলো বিশ্ব-মিলনৰ চিন,
নেলাগে বিশেষ দেখুৱাব,
কেৱল ফুৰিবা তুমি প্ৰকৃতি জগত,
প্ৰকৃতিয়ে সকলো শিকাব।

## হিয়া

মোৰ এই বুকু খনি ছবিৰ ভঁৰাল,
ছবি তোলা পেৰা,—ততালিকে ৰয় এটি
হিয়াত পৰিলে ছঁয়া,—মনোমোহা চাব।
নহ'লে কিয়নো বাৰু সেই দিনা দেখা
এখনি আকৃতি,—ইমানৰ ভিতৰত,—
আউলিবাউলী চুলি, ফুলি পৰা ভাব,
ইহা মুখ, গাৰ ঠেও, চকুৰ ভাঙতি,
নেপাহৰোঁ,—বহি ল'লে হিয়াৰ মাজত।
দুটি এটি ৰঙা ফুল, আলসুৱা মাত,
দেখিছিলোঁ, শুনিছিলোঁ, পাহৰিলোঁ তাকো,
এতিয়াও তাৰ সেই পুৰণি চিন্তাত
আউজিলে জুৰ বা'ই ভুলায় মনকো;
মন মোৰ চ'ৰা-ঘৰ ছবিৰে সজোৱা,
তাত থকা বহু চিত্ৰ উৰি মাৰ যায়;
কিন্তু হ'লে এই ছবি একো নাই হোৱা
বহুদিন—বহুদিন, উৰিও নেযায়।

## জাগৰণ

যিদিনা পোনেই দেখোঁ,—অলপ গহীন,
আধা ফুটা আধা হাঁহি বিৰিঙে ওঁঠত,
চকুত চিনাকি খোজা পাইছিলোঁ চিন,
আছিল মাধুৰী কিবা ভৰিৰ খোজত;
নাছিল ওৰণি,—কৰা পূৰ্ণ জ্যোতিহীন
পূৰ্ণিমাতো আকাশৰ ৰাহুৰ আঁৰত,—

এতিয়া সকলো গ'ল, নতুন আকৃতি,
নৱ-সাজ, নৱ-গুণ জ্বলিছে দেহত।

কথা ক'বলৈ'কে ভয়, লাজুকী প্ৰকৃতি,—
ৰঙচুৱা ওঁঠযুৰি, ৰিহা আঁচলৰ
এমূৰ কামুৰি ধৰা, চোৱা বেঁকা কৰি
ফুলা গোলাপৰ দৰে পাতৰ আঁৰৰ,
ল'ৰা বয়সৰ ভাৱ আছিলোঁ পাহৰি,
পালোঁ ভাৱ, কিন্তু ঠাই নাই ৰাখিবৰ।

# মালতী

সন্ধিয়াৰ ৰঙা বেলি মাৰ যায় যায়,
কামাখ্যাৰ পিচ পিনে প্ৰকৃতি-কোলাত,
শোভিছে পৰ্বতে, যেনে শোভে তিৰোতাই
ফুল পিন্ধি পিচপিনে ধুনীয়া খোপাত।

নাওখনি যায় উটি সোঁতৰ লগত,
নিজৰ ছয়াটি পানীধাৰত কঁপাই,
গ'ই গ'ই নাওখনি কামাখ্যা ঘাটত
বান্ধিলেহি পৰ্বতৰ ওচৰ চপাই।

আছেহি আঁউজি বগা খুটাত ঘাটতে
মালতী, কলহ ল'ই কোমল কাষত,
উটুৱাই দিছে,—বহি চকু থ'ই তাতে—
বনৰীয়া ফুল ছিঙি সোঁতৰ লগত;
আকাশ ঢাকনি সৰি পৰিল তলত,
ওপৰ মুকলি হ'ল জল আন্ধাৰত।

# প্ৰণয়-বাতৰি

গাঁৱৰ মূৰত থকা বিলৰ মাজত,
কত ফুল ফুলে আৰু তাতে মাৰ যায়,
কোনে শুনে, কোনে কয় তাৰ ইতিহাস ?
নাচি-হাঁহি আপুনি 'লুকায় !

এদিন পাৰতে তাৰ অৰুণ পমিলা
দুয়ো সাজিছিলে মেজি ল'ৰা বয়সত ;
বয়স হ'লতো দুয়ো তাৰ পাৰতেই
বহিছিলে গধূলি জুৰত ।

সাধুকথা সাজি-পাৰি কত পমিলাক
ক'ইছিলে মৰমেৰে অৰুণে তেতিয়া,
শুনিছিলে পমিলাই শলাগি-শুলাগি
পান কৰি সাদৰী অমিয়া ।

আমনি লাগিলে দুয়ো একেটি সুৰতে,
স্বৰ্গীয় শুৱলা আৰু কোমল মাতৰ
নাই তাল, নাই মান, বিহুগীত গাই,
প্ৰকৃতিকো তোষে ওচৰৰ ।

দিনতো ঘৰত আহি দুয়ো ভাবি থাকে,
কিহেৰেনো সিজনক তুষিব পাৰিব,
কেতিয়া গধূলি হয়, বিলৰ পাৰত
দুয়ো গ'ই বহিব পাৰিব ।

নিশা পমিলাই মাথোঁ দেখে অৰুণক
সাধুকথা ক'ই থকা পাৰত বিলৰ ;
মাজে মাজে একোবাৰ সাৰটি নিজৰ
পৰিচয় দিয়া মৰমৰ !

অৰুণৰ চিন্তা মাথোঁ কেতিয়ানো আহে,
মেজি সাজিবৰ কাল বিলৰ দাঁতিত,

কেতিয়া পদুম ফুলে, বেলি-স্নুতা আনি
পমিলাৰ পিন্ধায় ডিঙিত!

দুইৰো বয়স হ'ল, চেনেহো বাঢ়িল,
কিয়নো দুইকো দুয়ো এনে ভাল পায়,
যদিও প্রেমতে কিন্তু প্রেমৰ বিলত
নামিছেনে তাকো জনা নাই।

নেজানে লেখিব প্রেম-কাব্য পমিলাই,
নেজানে লেখিব চিঠি ল-গি কথা ক'ই;
এবাৰ মুখৰ চিনে চকুৰ সঙ্কেতে
হেজাৰো চিঠিৰ কথা কয়।

অস্ত গ'ল সূর্যদেৱ পচিম পিনেদি,
পমিলা পদুম লয় পালে প্রকৃতিত,
আন্ধাৰে পেলালে ছেদ অৰুণ পমাল;
লীলা-খেলা সকলো অতীত।

আহে যায় মাঘ-বিহু আগৰ দৰেই;
ৰ'দ-কাঁচিয়লি জলে পদুম-পাতত,
ফুলৰো সুগন্ধ বয় সন্ধিয়া বায়ুত
ম'হ-যুঁজো পাতে ওচৰত।

হাবি উই-হাফলুৱে ছাটিলে তেনেই
এতিয়া সকলো চিন গ'ল তেতিয়াৰ,
অৰুণ পমিলা আহি নেভাঙে তবধ
যুগ-যুগান্তৰল'কে তাৰ।

কেৱল বিহুৰ দিনা প্রত্যেক বছৰে,
কতনো সাজত কত শত ভেশ ধৰি,
কোনে আহি স্নান কৰি, প্রকৃতি জগায়
গীত গাই প্রণয় বাতৰি!

গাঁৱৰ মূৰত থকা বিলৰ মাজত
কত ফুল ফুলে আৰু তাতে মাৰ যায়,
সুগুনে নভণে কেৱে তাৰ ইতিহাস,—
নাচি-হাঁহি আপুনি লুকায়।

## তুমি দেৱ পাৰিজাত

ফুলিলা অকলশৰে,
হাবিৰ ফুলৰ দৰে,
তুলিবৰ মনে কেৱে
নিনিছিলে হাত ;
সমাজ-বান্ধনি ব'দ
নাই পৰা গাত।

পৰ্বতৰ ওপৰত
নাচিছিলা উলাহত,
সংসাৰৰ মায়া মোহ
নাছিলে তোমাত,
বসতি ল'লাহি দেৱি,
কিয়নো ইয়াত ?

শুনি জৰণাৰ গীত
তোমাৰ কোমল চিত
উঠিছিল পৰিছিল
ঠেৱে ঠেৱে তাত ;
তোমাৰ মুকুৰা নাই
পৰ্বতীয়া বাট।

সক নৈৰ ওপৰত,
চন্দ্ৰমাৰ পোহৰত,
ৰূপালী কিৰণ পৰা
দেখিছিলা তাত ;
শিলে ধৰি কেন তোলা
শুনিছিলা মাত।

গধূলি পাৰতে ৰ'ই
গীত গোৱা অকল'ই,
প্ৰতিধ্বনি হাঁহি মাৰে
তোমাৰ কথাত ;
ভাবা যেন তোমাকেহে
দিছে কেৱে মাত।

অকল'ই গাইছিলা,
য'তে ত'তে ফুৰিছিলা,
লভিছিলা নিজা সুখ
নিজে আপোনাত ;
মন গ'লে বহিছিলা
পৰ্বতৰ ছাঁত।

কোনোবা কঠুৱা নৈয়ে
বুকত তোমাক লৈয়ে,
পলাই পৰ্বত এৰি
থ'লেহি ইয়াত ;
কিন্তু হ'লে দেখি তুমি,
—দেৱ পাৰিজাত।

# অপ্সৰা

দেখা নাই দেখা নাই এনুৱা লাৱণি
কোনো দিনে সৌন্দৰ্য্যৰ গাত ;
এনেকুৱা সুমধুৰ কোমল বান্ধনি
পোৱা নাই মোৰ আতমাত ;
গছৰ আগত থকা কোনেও নোচোৱা
আলসুৱা নিচেই কোমল,
চুবলই হাত নিলে জঁয় পৰি যোৱা
অতি কুমলীয়া কুঁহি মল।
তোমাৰ হৃদয়খনি নিচেই কোমল,
জানিছোঁ নোকোৱাকৈয়ে মই,
মুখতে চিনিব পাৰি কিমান সৰল ;
কথা ক'বল'কে লাগে ভয়।
পবিত্ৰতা সাহ লই ফুৰিছা আপুনি,
—ভয় মাথোঁ নিজেহে নিজৰ,
দেখিলেই ভক্তি হয়, মধু-মাত শুনি
ইচ্ছা মোৰ যায় পূজিবৰ।
স্বৰগৰ দেৱী তুমি বায়ু পথগামী,
ইয়ালই আহিলানো কিয় ?
তোমাৰ লাৱণি গুণ কি বুজিম আমি,—
আমি পাপ পৃথিৱীৰ জীৱ।
নোহোৱা নোহোৱা তুমি এই পৃথিৱীৰ,
নাই তুল্য তোমাৰ ৰূপৰ ;
দেৱৰো দুৰ্লভ তুমি, অমৰাৱতীৰ
এপাহি কুসুম মৰমৰ।
থোজেপতি বুজ দিয়া মৰম, সাদৰি।
কয় বহু একোখাৰ মাতে ;
সন্দেহ মনত মোৰ—আহিলা পাহৰি
অপেস্বৰী ক'ৰবাৰ বাটে !

# গিৰি-কুমাৰী

লোকে বোলে তুমি হেনো একোকে নেজানা—
আজলী সৰল স্বভাৱৰ ;
মই দেখোঁ তুমি হ'লে সকলোকে বুজা
যত কথা মোৰ অন্তৰৰ।

একোকে নেজানা যদি কিয় বা'ক আহি
ৰ'ই থাকা গছৰ তলত—
কোনেও নেদেখাক'ই মোৰ গীত শুনি
স্তব্ধ হ'ই নিৰল ভাৱত ;

লোকে হেনো দেখা নাই তোমাৰ মুখৰ
হাঁহি এটি প্ৰাণ শীতলোৱা,
মই হ'লে চাওঁ পতি সদাই দেখিছোঁ
সকলোতে হাঁহি বিৰিঙোৱা।

লোকে কয় শুনা নাই তোমাৰ মুখত
একো কথা হৃদয়ত লগা,
মোৰ দেখোঁ তুমি কোৱা প্ৰত্যেক কথাতে
গম পাওঁ হিয়াখনি জগা।

লোকে শুনা নাই হেনো তোমাৰ মুখৰ
একো গীত তালে মানে থোৱা,
মোৰ হ'লে হৃদয়ত ঘকৰা কথাও
লাগে যেন পঞ্চমত গোৱা।

সকলোৱে বান্ধনিৰ আজোৰত পৰি
হেৰুৱালে কোমল প্ৰকৃতি ;
নেদেখিলে একো কথা শিকা অনুসৰি
দেখিলেও নেদেখে দীপিতি।

তোমাৰ জনম ঠাই প্ৰকৃতি-কোলাত,
তেৰেঁ মাথোঁ তোমাৰ শিপিনী ;
লোকৰ কথাত চলা সমাজত কই
বহুত সুখৰ হাবিয়নি ।

## মনৰ কথা

চাইছিলোঁ মনে-মনে প্ৰথমে তোমাক,
নেভাবি, এদিন মোতে পৰিবা ফুলি ;
তোমাৰ ওচৰে গ'ই শুনিছিলোঁ মাত,
ভালেৰে মুখৰ কথা শুওনো বুলি ।

পিছত চিনাকি হ'লে, কত কথা ক'লোঁ,—
ফুৰিছিলোঁ দুয়ো দুখ কতনো সহি,
ইমান মনৰ কথা নক'লোঁহেঁতেন,
জনা হ'লে ক'ম বুলি সুখেৰে বহি ।

ইমান তোমাক ভাল নেপালোঁহেঁতেন
জানিলে সাঙোৰা বুলি দুইবো হিয়া ;
আকউ নিৰলে দিওঁ, তাহানিৰ মোক
প্ৰেম-পূজা ওলোটাই এতিয়া দিয়া ।

## আশাৰ সপোন

নোৱাৰিলোঁ জীৱনত বুজাব তোমাক
হৃদয়ৰ কিমান চেনেহ ;—
নোৱাৰোঁ ফুটাই ক'ব, মনে মনে হ'লে
নাই ভেদ আমি দুটি দেহ ।

তোমাৰ সুখৰ মই আনন্দ-সোঁতত
উটি যাওঁ লুকাই লুকাই ;
লাজ লাগে, ফুলোঁ মই পদুমৰ দৰে,—
ভয়,—যদি দেখে কোনোবাই।

তোমাৰ বাহিৰে যদি আৰু কাৰোবাৰ
চকুযুৰি পৰে মোৰ গাত,
—নোৱাৰোঁ নোৱাৰোঁ ক'ব—বিদ্যুতৰ দৰে
কিবা এটি চিৰিঙে হিয়াত।

তুমি মোৰ জীৱনৰ আশাৰ দীপিতি,
আছা মোৰ হিয়াৰ মাজত ;
আগবাঢ়োঁ মানে মই সেই সাহতেই
আৰু দেখোঁ তাৰে পোহৰত।

বহুত হিয়াৰ ভাৱ একোৱাৰি মাতে
আঁতৰায় তোমাৰ মুখৰ,
একোটি কামত চিন পালে মৰমৰ
সীমা মোৰ নেথাকে সুখৰ।

সন্ধিয়া পূবৰ পিনে উঠে জোনবাই
তুমি উঠা যমুনা পাৰত,—
হালি জুলি ফুৰা যেন ভাবৰৰ দৰে
ৰ'দ পৰি নীল আকাশত।

তুমি মোৰ ক'ৰবাৰ প্ৰাণ শীতলোৱা
গধূলিৰ শান্তিৰ জৰণা,—
কেনি বোৱা, কেনি যোৱা, কোন পিনল'ই,
ক'ব পৰা গুলালা নজনা!

## যৌৱন

পাৰা মানে তুলি ফুৰা গোলাপৰ কলি,
কাল-সোঁত নিতে যায় ব'ই ;
যিটি ফুল ঠন ধৰি আছে আজি ফুলি
জঁয় পৰি যাব কাইল'ই।

আকাশৰ ৰঙা বেলি উজ্জ্বল পোহৰ
উঠি যায় মানে ওপৰ'ই,
অস্ত হব লীলা-খেলা নিজ জীৱনৰ
চাপি গ'লে মাৰ যাবল'ই।

প্ৰধান কামৰ কাল প্ৰথম জীৱন,
থাকে মানে বল হৃদয়ত,
গ'লে হ'লে কেতিয়াও নহ'ব ঘূৰণ,
আৰু বেয়া বেয়াৰ পিচত।

নেথাকিবা আশা কৰি, কৰা সময়ৰ
ব্যৱহাৰ নাচি আনন্দত,
এবেলি ঘুমায় যদি চাকি হৃদয়ৰ
নজ্বলিব আৰু জীৱনত।

## মইনা

ধুনীয়া মইনা মোৰ ঢুকালা এতিয়া,
ভাবিছোঁ লুকালা হ'ব পায় বেজাৰত ;
কিহৰ বেজাৰ ?—ভৰি আছিল লগোৰা
নিজ হাতে গোঁঠা মোৰ জৰী এডালত।

মন মোহ, চকুযুৰি কিয়নো মুদিলা ?
কিযনো, কিয়নো মোক ইয়াতে এৰিলা ?
অকল'ই ফুৰিছিলা হাবিৰ মাজত,
কিয় নেথাকিলা বাক মোৰনো লগত ?
দি টোপ কতবাৰ চুমিলোঁ মুখত,—
হাবিক থকাদি কিয় নেথাকা ৰঙত !

# কিবা যেন নাই নাই

সন্ধিয়াৰ চাকি শাৰী,—
পুখুৰী-পানীত পৰি
দীঘলীয়া,—নাচিছে।

আকাশৰ ভোটা তৰা,
পৰিষদে বেৰি ধৰা
জিলিকিব লাগিছে।

দীঘল দ'লটি গ'ই,
লাহে লাহে সৰু হ'ই,
আকাশত মিলিছে।

দুখ-শোক আঁতৰাই,
মন-প্ৰাণ নচুৱাই,
জুৰ বায়ু বলিছে।

ইয়াতে সদায় দেখা,
দেখিলে মনত থকা
আচিলেই লগ পায় ;—
মনে ভাল পোৱা
ভাবিলে কেনিবা যোৱা,
কিবা যেন নাই নাই।

## সৌন্দৰ্য্য

গোলাপী গালত যাৰ মন মজি যায়,
ৰঙা ওঁঠ দেখি পৰে ঢলি
তৰাৰ জেউতি ভৰা চকু দেখা পাই,
প্ৰেম-জুই উঠে যাৰ জ্বলি ;—
যেতিয়া পুৰণি কালে সকলো ঢুকাব,
নিশ্চয় অগনি তাৰ তেতিয়া নুমাব।

মনৰ সবল ভাব অচল প্ৰাণৰ
সু-আশাই চিন্তা জুৰণিৰ
বান্ধ খোৱা দুটি মনে সমান প্ৰেমৰ
জলাব পীৰিতি অগনিৰ।
ভিতৰত নেথাকিলে ইবিলাক গুণ,
একো নাই বাহিৰত থাকে যদি ধুন।

## সংসাৰী

লোকে বোলে তুমি হেনো পৃথিবীৰ বাজ
মান্তি মোৰ নাই হ'লে তাত,
দেখিছে তোমাক লোকে আঁতৰৰ পৰা
দুৰণি-পোহৰ পৰা দেখিছে তোমাত।
নিচেই ওচৰ চাপি তোমাক দেখিছোঁ ;
ভাডি-পাতি গুণাগুণ সকলো লেখিছোঁ।
নেভাবিবা সেই বুলি মোৰ মৰমৰ
এধানিও বিঘিনি ঘটিব,
মুঠেই নকৰোঁ ভয় স্বৰ্গীয় ভাবেৰে,
মনে মোৰ সেই ভাবে ভক্তিও কৰিব।
নাই দোষ এনেকুৱা এপাহি ফুলত ;—
দেখা নাই ভয় কেৱে সুখ হৃদয়ত।

# লাহৰী

আজিল'কে দেখা নাই তোমাক লাহৰি,
কথা মাথো তোমাৰ শুনিছোঁ,
শুনিছোঁ তোমাৰ গুণ, শুনিছোঁ স্তুতি,
আৰু মই মৰম বুজিছোঁ।

আৰু হেনো কোনোবাই ক'লে মোৰ কথা
চকুযুৰি মাটিল'ই পৰে,
ধুনীয়া কতনো ফুল তোমাৰ গালত
ফুলি পৰে নানা বৰণেৰে।

অৰণ্যে মনৰ কিবা স্বৰ্গীয় বান্ধনি
আছে এটি এই জগতত,
নহ'লে কিয়নো বাৰু—নেদেখা নুশুনা—
মজোঁ মই তোমাৰ গুণত।

দেখা নাই, শুনা নাই, তুমি এটি মোৰ
হৃদয়ৰ নজনা বাসনা,
মনেৰে ধুনীয়া কৰা, মনেৰেই সজা,
তুমি মোৰ পৱিত্ৰ কল্পনা।

ফুৰা তুমি, হাঁহা তুমি, কোৱা নানা কথা,
কল্পনাৰ ওখ আকাশত;
চকুল'কো চোৱা আৰু হৃদয়ৰ কথা
কোৱা মোৰ মনৰ মাজত।

হ'ব পাৰা পৃথিবীৰ,—মোৰ উমানত
তুমি দেৱি,—বসন্ত-নগৰী :
তোমাক দেখা যে নাই, নামো শুনা নাই,
সেই গুণে বুলিছোঁ লাহৰী।

# উৰণীয়া পখী

ছয়ামযা উৰি গ'ল আকাশৰ মাজে,
বায়ুপথ ভাঙি নিলগৰ,—
কি দেখিলোঁ, কি দেখিলোঁ, ইমান ধুনীযা,
দেখা নাই এনুৱা সুন্দৰ।

যি দেখিলা, সিও যেন দূৰ আকাশত
এখনি ভাবৰৰ নোৱাৰা মনিব,
এখনি শুৱনি পাখি নিচেই তৰল
মানুহৰ নোবাৰা ধৰিব।

কত বেলি কত পৰ ৰ'লো বাট চাই
আকউ উলটি আহে বুলি,
কিন্তু হায়, গ'ল আৰু নাহিল নাহিল,
মোৰ জ্ঞান হৰিলে সমূলি।

গ'লা তুমি গুচি গ'লা নেচালা উলটি,
নেৰাখিলা একোকে মনত,
ভাবিলোঁ তোমাৰ কথা সকলো পাহৰি
গ'লোঁ যেন তোমাৰে লগত।

গ্ৰহণৰ দৰে মোৰ আৱৰি ধৰিলা
সকলো পোহৰ বাসনাৰ,
যিপিনেই চাওঁ মাথো তোমাকেহে দেখোঁ
সকলোতে ঢাকনি তোমাৰ।

যেনিয়েই যাব দিওঁ মোৰ কল্পনাক
তোমাকেহে তাতে দেখা পায়,
টানি ধৰে কিহবাই গধূৰ খোজেৰে
ঘূৰি পকি তোমাতে গুলায়।

তুমি মোৰ পূৰ্ণ আশা নীল গগনত,
তুমি মোৰ জীৱনী-জেউতি,
মাজে মাজে একোবেলি দেখা দিবা মোক,—
দিবা দেই কৰিছোঁ কাকুতি !

## দুৰাশা

"অনাঘ্ৰাতং পুষ্পং কিসলয়মলূনং কৰৰুহৈ-
ৰনাবিদ্ধং ৰত্নং মধু নবমনাস্বাদিত ৰসম্ ।"

তোমাৰ মুখৰ কথা শুনিম আশাৰে গ'লোঁ
নেমাতিলা এসাৰিও মাত,
কোনেও নমতা দেখি থৰ লাগি চাই ৰ'লোঁ
তিনি প্ৰাণী তিনিও নিমাত ।

ক'ব খোজা কথাষাৰি টিপতে লুকাব দিলা
ঠাৰতে নিদিলা উলিয়াব,
কোনোবায়ো কয় বুলি নিচেই চঞ্চল হ'লা
চকুল'কো নিদিছিলা চাব ।

তোমাৰ মনৰ কথা গম পাবল'কে মই
নিদিছিলা অইনকো ক'ব,
জানিছিলা,—কথাষাৰি মুখেৰে কোৱাতক'ই
নক'লেহে ততোধিক হ'ব ।

ক'ব নিদি ক'লা মোক ভুৱনা মাতেৰে এটি
কিবা কথা হিয়াৰ মাজত,
টিপ মাৰি হাক দিলা, বুজিলোঁ তাতেই সিটি
কিনো কথা তোমাৰ মনত ।

বুধিবে জনালা মোক, জানিলে কথাটি মই
ভাল লাগে তোমাৰ মনত,
নেলাগে নেলাগে ক'ব, পালোঁ চিন তাতোক'ই
ফুলি পৰা ধুনীয়া মুখত।

তুমিও কৰিছা আশা পাৰিছোঁ বুজিব মই
মোৰো আশা সেই পথতেই ;
দেখিলে তুমিও চোৱা, চাই থাকোঁ ময়ো ৰ'ই
মনে মনে তোমাৰ দৰেই।

মনৰ মিলতে মিল হোৱা হ'লে জগতত
নেথাকে সমানে আধা দুখ ;
তোমাক বঞ্চিত কৰি জুই জলা হৃদয়ত
নহ'ব এদিনো মোৰ সুখ।

## আক্ষেপ

"অখণ্ডং পুণ্যানাং ফলমিব চ তদ্রূপমনঘং
ন জানে ভোক্তাৰং কমিহ সমুপস্থাস্যতি বিধিঃ।"

হিয়াৰ শকতি-শেল হিয়াতে সোমাই ৰ'ল
মোক এৰি আন পথ ল'লা,
ছাঁয়াময়া আশা মোৰ কেনিবাদি উৰি গ'ল,
হৃদয়ত চিৰ দুখ থ'লা।

ইয়াতে যদিও আছা মই আৰু নেদেখিম
তোমাৰ কোমল মুখখনি,
লোকক শুনাবা কিন্তু মই আৰু নুশুনিম
মউমাত তোমাৰ লাৱণি।

সদায় সন্তোষ তুমি লোকৰ মনত দিলা,
দিলা মোক সদায় বেজাৰ ;
কেনেনো বিলাই মোৰ হ'ব তুমি অবিহনে,
নেভাবিলা কিয়নো এবাৰ ?

সংসাৰ-দুখৰ বোজা এনেয়ে নোৱাৰি ব'ব
তাতে মোৰ এয়ো এটা হ'ল ;
হিয়াৰ ভাঙৰ দুখ নোৱাৰোঁ ফুটাই ক'ব
যত কথা হিয়াতেই ৰ'ল।

কত আশা কৰিছিলোঁ একেলগে দুয়ো বহি
মনৰ সকলো কথা ক'ম,—
বুজিব নোৱৰা ভাব সকলো আছিলোঁ সহি
ভাবিছিলোঁ বুজোৱাই ল'ম।

তোমাৰ কথাই মোক থাকোঁ মানে জগতত
আন একো ভাবিব নিদিব,
ভাল কিবা দেখিলেও মোৰ শুদা হৃদয়ত
একো আৰু ভাল নেলাগিব।

আশাত নিৰাশ হ'ই জঁয় পৰা অন্তৰত
সহিব নোৱৰা হ'ল দুখ,
তোমাক বঞ্চিত কৰি জুই জলা হৃদয়ত
এদিনো নহ'ব মোৰ সুখ।

# বলিয়া

বসন্তৰ শীতল বায়ুত
হেৰুৱালোঁ জীৱনী-ৰাগিণী,
মন-প্ৰাণ নচুৱাই সন্ধিয়া বেলিকা
ব'ইছিল সুগন্ধ বাহিনী।

এখন্তেক সকলো পাহৰি
বহিছিলোঁ আনন্দ মনেৰে,
গধূৰ মনৰ বোজা আঁতৰত থই,
ভাবিছিলোঁ লোকৰ ভাবেৰে।

অকস্মাত নাচি নাচি আহি,
দেখা দিলে বলিয়া এটাই,—
সুধিলে নকয় একো, কেৱল ৰঙেৰে
সুললিত গানকেহে গায়।

"কিয়, মৰমৰ চিন নল'লা,
বহু দিন আশা কৰা, কথা নক'লা?
কতনো আলচিছিলোঁ,
কত কথা পাঙিছিলোঁ,
সকলোকে কিয় তুমি পাহৰি গ'লা?"

সুধিলেও একোকে নকয়,
গান আছে ক'ৰ খুজিলেও;
নাচে গানে ক'ব খোজা ক'ৰবাত এৰে
ক'বলই মন থাকিলেও।

বহুপৰ সুধি থাকিলত,
গান এৰি এখন্তেক ৰহি,
নিজৰ দুখৰ কথা মৰম আশেৰে,
ক'লে যিবা, হিয়া নিয়ে দহি।—

"গ'ইছিলো মোৰ বুলি ক'লোঁ,
ক'লোঁ মই তোমাৰ নাছিল;
'গুচি যা গুচি যা' মোক যেতিয়া বুলিলে,
শক্তি-শেল হিয়াত বাজিল।

"আঁতৰৰ পৰা মোৰ পিনে
চাই থাকি নোচোৱা ভাৱেৰে

কাৰোবাৰ কুমলীয়া সৰল পৰাণে
চাটি-ফুটি কৰিলে দুখেৰে।

"থিৰ ভাৱে মিঠা কথা ক'ই
নিলে মোক ছলাই ভুলাই,
আশা পূৰোৱাৰ ছলে প্ৰৱঞ্চনা কৰি
ফাটকত দিলেহি সুমাই।

"বহুদিন যদিও আছিলোঁ
নানা দুখ ভূগি নৰকত,
দুখতো নেপালোঁ দুখ, কিবাকিবি ভাবি
সেই কালো গ'ল অলপত।"

কেনেক'ই কেতিয়ানো কত
পৰিছিল নতুন পোহৰ,—
তাকো ক'লে, আৰু নানা কথা মিহলাই
পাতলালে যাতনা মনৰ।

গৈ, আহি আকৌ ক'লেহি,—
"কিয় মোক বলিয়া বুলিব,
ময়ে নে নাইবা আৰু কোনোবা বলিয়া
তাৰ মেল স্বৰ্গত সুধিব।"

গুচি গ'ল বলিয়াও, ময়ো
গম পালোঁ মনৰ মাজত,—
পুৰণি দুখৰ বোজা দুগুণ গধুৰ
বলিয়াৰো দুখৰ লগত।

## মোৰ প্ৰেম

নুভুলিবা তুমি মোৰ লাৱণী ৰূপত—
মৰমীয়া চকু দেখি ধুনীয়া মুখত,
নুভুলিবা গুণ মোৰ দেখি বাহিৰত,
নুভুলিবা এটি প্ৰেম দেখি হৃদয়ত;
সকলো ঢুকাব পাৰে পাপ পথ ল'ই—
থান থান হ'ম পিচে কৰবাত গ'ই!

সন্দেহৰ চকু থ'বা মোৰ অন্তৰত,
নমজিবা একেবাৰে মোৰ মৰমত,
ভাল পালে ভাল পাবা, তথাপি মোল'ই
সদায় নথবা প্ৰেম নিৰ্ভয় নহ'ই।

## চিত্ৰ

লুকাল বেলিটি, সৰু নাওখনি
ইপিনে দাঁতিয়ে যায়,
পচিম পিনেদি সেন্দুৰী ৰঙেৰে
ভাৰৰে পোহৰ পায়।

আছিছে একুঁচি পোহৰৰ ৰেখ
দীঘল বহল হ'ই,
নাওখনি যায় নাচি নাচি মোক
বুকুত সাৱটি ল'ই।

সেন্দুৰীয়া ৰেখ দীঘল গছৰ
নিৰ্ম্মল পাতত পৰে,
চন্দন মিহলি নিৰ্মালিৰ দৰে
বাগুলী বৰণ ধৰে।

বতাহে কৰিছে পানীৰ লগত
    ধেমালি, বিদায় জানি,
উঠি নামি যেন ঢৌ থলকত
    বায়ুক ধৰিব আনি।
বেলি যায় বুলি নৈয়ে বেজাৰেৰে
    দুখৰ উশাহ টানে,
তাৰ লগে লগে বুকুখনি কঁপি
    সন্ধিয়া পোহৰ সানে।

দেখি গ'লোঁ মই পাৰৰ মাটিত
    শাৰী শাৰী শাৰী ঘৰ,
ফুলেৰেই সজা, ফুলৰে কানন,
    এখনি ৰম্য নগৰ।
চকু দুটি মুদি ভাবৰ ভোলত
    পাৰতেই থিয় হোৱা,
বৰ্ণাব নোৱাৰোঁ যিটি দেখা পালোঁ
    বুঝিব অসাধ্য কোৱা।

দেখিছোঁ পশ্চাত পুৱা বেলি উঠা
    পানীৰ মাজৰ পৰা,
পাতৰ মাজত ফুলে জুমি জুমি
    একোটি ভুমুকি মৰা।
সোণালী ৰঙৰ এনে ছবি নাই
    সোণালী ৰদত দেখা;
চাৰিপিনে তাৰ চাৰি ভালি থকা
    সোণৰে ধুনীয়া ৰেখা।
নহয় মানুহ, এনেয়ে ছবিটি
    আধাহে হিয়াত ৰয়,
সজাগৰ মোৰ কঠুৱা ভাবত
    কেনিবাদি যায় লয়।

# লাজুকী

কি মধুৰ মনমোহা আছিলা তেতিয়া—
যেতিয়া প্ৰথমে দেখোঁ যমুনা পাৰত,
নাই কথা নাই মাত দুইৰো যদিও
কিন্তু হ'লে জনা-শুনা দুইৰো মনত।

ফুৰিছিলা য'তে ত'তে নিশঙ্ক মনেৰে,
একোকে নেথাকা চাই বেচি পৰ ৰ'ই,
মুশুনা একেটি গীত একেথৰে থাকি,
নিদিয়া দুবেলি চকু কাৰো মুখল'ই।

পোনে পোনে নিৰীক্ষণ বেঁকাবেঁকি নাই,
একোবাৰ যাব খোজা বতাহতে উৰি,
কামত উদ্দেশ্য, নাই সাধনা মনত,
সদায় ঘোৱাহি মাথোঁ একে বাটে ফুৰি।

নেভাবা সৰহ কথা, যিবা এটি ভাবা
তাকো তুমি বহু পৰ নোখোৱা মনত,
নেথাকে সৰহ বেলি, নোখোজা ৰাখিব
দেখা, শুনা, ভবা, চিন্তা মনৰ মাজত।

এইদৰে নাচি-ৰাগি গ'ল ল'ৰাকাল;
কিন্তু হ'লে বহুদিন হ'ই যোৱা নাই,
ইমান সলনি হ'ল তোমাৰ স্বভাৱ
আগৰ তোমাৰ একো চিনকে নেপায়।

এতিয়া নোলোৱা তুমি সেই ঠাইল'কো
ফুৰিছিলা তুমি য'ত শত-কোটিবাৰ,—
মানুহ দেখিলে তুমি ভয় খাব খোজা,
নোলোৱা শীতল বায়ু আহি যমুনাৰ।

এতিয়া তোমাৰ খোজ নহয় মুকলি,
ভাবা যেন,—খোজেপতি তোমাৰ ভৰিত

শত শত চকু পৰি কথাই কথাই
ধৰিব খুজিছে দায় ভাও-ভাওতিত।

নোখোজা শুনাব মাত তোমাৰ মুখৰ,
যিবিলাকে শুনিছিল আগেয়ে সদায় ;
বহুত প্ৰশ্নৰ তুমি একেটি কথাৰে
সামৰি উত্তৰ দিয়া মুখ আঁতৰাই

মাত মতা টান কথা,—চকুলো'ই চোৱা
পাহৰিলা হ'ব পায় নপৰে মনত।
ভয় কৰা,--কোনোবাই তোমাৰ কথাৰ
আলোচনা কৰে বুলি নৱ-সমাজত।

মিলি গলা প্ৰকৃতিৰে একো হানি নাই,
মই হ'লে এতিয়াও তোমাৰ কামত
পাওঁ চিন মৰমৰ, কল্পনা চকুৰে
দেখোঁ যেন কিবা এটি তোমাৰ লগত।

# হাঁহিটি

পৰিছে মনত মোৰ কিয়নো এতিয়া
তাহানিৰ হেৰোৱা হাঁহিটি ?
হেৰোৱা—নেপালোঁ মই গমকে কেতিয়া
বসুধাত ষাৰ গ'ল সিটি।

যি হাঁহিৰ ওচৰত কঠিন বাদ্ধেৰে
আছিলোঁ অচল মেৰ থাই,
জীৱনত তাত বাজে সুখৰ নামেৰে
জানিছিলোঁ আৰু একো নাই।

দুখ লাগে তেনে হাঁহি দেখিও দৈৱাৎ
সেই মুখতেহে ভাল দেখি,
এজোপাৰ ফুল ছিঙি অন্য এজোপাত
পিন্ধালেও ধুনীয়া নেদেখি।

সেই হাঁহিটিয়ে মোক জীৱন-যাত্ৰাত
কৰিছিলে বহুত সহায়,
ফুলা ফুল সৰি গ'ল প্ৰকৃতি কোলাত,
আজিও পাহৰা হ'লে নাই।

## সাদৰী

( ১ )

আছিল সাদৰী মোৰ ভৰলু সিপাৰে,—
কাৰো মাত শুনা দেশত,
নাই কেও শলাগনি দিয়ে মৰমেৰে
নাই কেও পৰে প্ৰণয়ত।

শেলুৱা শিলত গজা ফুল বনৰীয়া
আধা-আধি চকুৰ আঁৰত,
ধুনীয়া তৰাৰ দৰে একেটি যেতিয়া
তিৰবিৰ জ্বলে আকাশত।

আছিল নজনা কেৱে, নেজানে কোনোৱে
লয় পালে সাদৰী যেতিয়া,
যেতিয়া শ্মশান হায়, ল'লে সাদৰীয়ে,
মোত জুই জ্বলিল তেতিয়া।

( ২ )

সাগৰৰ সিপাৰৰ নজনা দেশত
বিদেশীৰ মাজত ফুৰিলোঁ,
স্বদেশৰ মাযাফেৰি, কল্পনা সুখত
পমি গ'ই তেতিয়া জানিলোঁ।

গ'ল যক মোৰ সেই দুখৰ কল্পনা,
নিজ দেশ নেৰোঁ কেতিয়াও ;
বাঢিব লাগিছে মোৰ চেনেহ কামনা
নিজৰ দেশত এতিয়াও।

পাইছিলোঁ পৰ্বতৰ মাজত তোমাৰ
আশা সুখ,—সঁচোৱা মনত,—
সাদৰৰ সাদৰীযে মাতেৰে উঘাৰ
বহিছিলে জুহাল কাষত।

পুনা দেখা পায় আক গধূলি লুকায়
সাদৰীৰ ফুলৰ মণ্ডপ,
ঘাঁহনি পথাৰ থনি, তোমাৰেহে চাই
সাদৰীৰ চকু গ'ল জাপ।

( ৩ )

মোহ টোপনিত পৰি সংজ্ঞা হেৰুৱাই
পাহৰিলোঁ জীৱন মৰণ ;
জানিছিলোঁ সাদৰীক মৰ্ত্য ধুমুহাই
নোৱাৰিব কৰিব পৰ্শন।

নাই গতি, নিশকতি, এতিয়া সাদৰী,
চকু-কাণ নলৰে-নচৰে,
পৃথিৱীৰ পাকেপতি ফুৰিছে বাগৰি
গছ, লতা, পৰ্বতৰ দৰে।

## প্ৰকৃতিলৈ

নৈত আহি পৰ্বতৰ নিজৰা পৰিছে,
নৈ পৰে সাগৰত গ'ই ;
মলয়াৰ জুৰ বায়ু সদাই মিলিছে
মধুৰ ভঙ্গিমা এটি ল'ই।

অকলশৰীয়া কেও নাই পৃথিৱীত,
সকলোটি স্বৰ্গীয় ডোলত
বান্ধ খাই পৰস্পৰ হ'ইছে মিলিত,
মিলোঁ ময়ো তোমাৰে লগত।

পৰ্বতে চুমিছে ওখ নীল-আভৰণ,
ঢৌক ঢৌৱে ধৰিছে সাৱটি ;
ভনী বুলি ফুলটিৰ নহ'ব এৰণ
কোনোৰূপে ঘিণালে ভাইটি।

ৰ'দো পৰে পৃথিৱীক সাদৰে সাৱটি,
চুমে চন্দ্ৰ-পোহৰে সাগৰ.
ইবোৰ মৰম-চুমা মিছা মোৰ প্ৰতি
নলভিলে তোমাৰ মুখৰ।

## প্ৰতিদান

একো প্ৰতিদান মোক নেলাগে তোমাৰ,—
নেপেলোৱা মোৰ দান যদি দলিয়াই ;
মৰমেৰে যদি মোক চোৱা এটিবাৰ
তাতে সুখ সাগৰত প্ৰাণ উটি যায় ;
হৃদয়খনিকে পাৰোঁ দিব উপহাৰ
বুজালে ল'বৰ মন মুৰ ছুপিয়াই।

যাচি দিয়া মৰমকো নললে অৰ্জুনে
অপেশ্বৰী উৰ্বশীৰ স্বৰগ-ৰাজ্যত,
কিন্তু হ'লে সুভদ্ৰাক কতনো যতনে
ক'ৰিছিলে লাভ তেওঁ এই জগতত;
হিয়াৰ বান্ধনি যদি নিলে মনে মনে
সদাই সকলো সেও গুণৰ কাষত।
নেলাগে মাত্তিব মোক তুমি সাদৰেৰে,
মাতিম তোমাক হ'লে সকলো থেনত;
নিৰ্যৰেৰে তিতি থকা ফুলটিৰ দৰে
দেখোঁ যদি চকুপানী তোমাৰ মুখত—
সকলো কৰিম, যিবা পাৰোঁ জীৱনেৰে,
নেপালেও প্ৰতিদান তোমাৰ হাতত।

# প্ৰকৃতি কোলাত

নেদেখা সুগুনা কোনো নোযোৱা দেশত,
আহিছোঁ আহিছোঁ থ'ই প্ৰাণ-পুতলীক—
কাল-টোপনিত পৰি শোৱা ভাগৰত,
জপাই দুয়োটি হাত, হিয়াৰ ৰাণীক।
পালে তাৰ শীতলোৱা চৈচনি বুলনি
ন'হব বলিয়া কোন গলি হিয়াখনি।
নিমজ, নিৰ্ভাজ যাৰ চকু-পিৰিকিনি,
ৰসাল, আনন্দময় যা'ৰ মুখখনি,
কয় যেন কত কথা কথাৰ চিয়াৰে,
নমতা মাতেৰে কোৱা নিমাত ভাবেৰে,
শুনো যেন ভাবোঁ পতি কল্পনা কাণত,—
'নাই সীমা নাই সুখ প্ৰেমৰ' সুৰত।

# পুৰণি সপোন

আৰু আহিবনে ঘূৰি সেই শুভদিন,—
যিদিনা আছিলোঁ দুয়ো কদম তলত,
গাইছিলোঁ কৃষ্ণলীলা কদম সুৱৰি,
শুইছিলোঁ মোহ গ'ই কুলিৰ মাতত।

আৰু অবিহনে সেই সুখৰ যামিনী,—
চাইছিলোঁ দুয়ো বহি পূৰ্ণিমা পোহৰ,
চাওঁতে চাওঁতে মোৰ অখিৰ চকুৰ,
ছেদ পেলালেহি আহি কঠুৰা ভাৱৰ।

নাহে নাহে হায়, আৰু সি বসন্ত কাল,
যেতিয়া আছিলোঁ দুয়ো দুয়োৰ লগত,
কেউপিনে বতাহত ফুলৰ গোন্ধত,
গ'ইছিলোঁ দুয়ো লীন পুষ্প-কাননত।

ইজনে সিজনে মিলি গাঁথিছিলোঁ মালা,
পিন্ধাই দিছিলোঁ দুয়ো দুয়োৰ গলত,
ল'ৰাৰ ধেমালি বুলি থস্তেকো নেভাবি,
খেলিছিলোঁ লুকালুকি ফুলৰ আঁৰত।

পদুমনি সৰোবৰ ফুলনি দাঁতিত,—
কৰিছিলোঁ দুয়ো তাত স্নান উলাহেৰে,
সাঁতুৰি মাজৰ পৰা মোৰ পিনে চাই,
হাঁহিছিলা আইা বুলি অতি সাদৰেৰে।

পৰেনে মনত বাৰু সেই কথা আৰু,
বিস্মৰণ হ'ল, নাই কালৰ সোঁতত?
চাপিছা ওচৰ আহি কিয় নহলেনো,
সকলো অৱশ্যে আছে তোমাৰ মনত।

স্বপ্ন যেন লাগে মোৰ এতিয়া সকলো,
তুমি যে আছিলো মোৰ,—কল্পনা মাথোন,
মনে মনে তাকে ভাবি উপভোগোঁ সুখ;
এতিয়াও দেখিছোনে আকউ সপোন ?

# বাণীদেৱী

আছেনে মনত দেবি অতীত জীৱন
গাইছিলা হিমালয়-টিঙত যেতিয়া
পুৰাৰ নিৰ্ঝৰ পাই তোমোৰা সুৰত,
নাচিছিল ঠেবে ঠেবে ফুলনি যেতিয়া ?

গ'ইছিল সূৰ্য্যদেব সুমেৰুৰ পিনে,
পৰ্বতৰ পুবফাল আন্ধাৰত থ'ই,
গাইছিলা তুমি বহি নইৰ পাৰত,
কাণ পাতি শুনিছিলে মৃগ শিশু ৰ'ই।

আন্দোলিত জলৰাশি গঙ্গাৰ বুকুত,
ডুবিছিল তাতে পৰি সূৰ্য্যৰ কিৰণ,
সোঁতৰ মাজৰ পৰা সন্ধিয়া বেলিকা,
চন্দ্ৰ উদি শোভিছিল ডুখনি গগন।

বসন্ত আহোঁতে য'ত ফুল ফুলিছিল
নতুন শোভাৰে আহি গছৰ ডালত,
সৰিছিল সেই ফুল বায়ুৰ ভৰত;
প্ৰতিধ্বনি হইছিল কু-উ-উ মাতত।

হাতত বীণাৰে স'তে ভাৰতত ভ্ৰমি,
দিছিলা জগাই ধ্বনি সকলো দেশত
যি তাঁৰৰ মাত শুনি লভিলে চেতন,
বাল্মীকিৰ তপোবনে কাব্য-জগতত।

যি বীণাৰ মাত শুনি পৰ্বতৰ গ'াৰ
আবেলি বেলিকা বহি গছৰ তলত,
গুঁথিছিলে কুশাসন মুনিৰ কন্যাই
গুণ্ গুণ্ গীত গাই গঙ্গাৰ পাৰত।

ফুলত চন্দন সানি পূজা কৰিছিল
ভাৰতী দেৱীৰ পদে সৰে ভোল গ'ই;
সহস্ৰ সুন্দৰী আহি পূজিবৰ মনে
ধূপে-দীপে আছিলেহি দুৱাৰত ৰ'ই।

যি বীণাৰ মাততেই হাবিৰ মাজত
শকুন্তলা মোহ গ'ল ৰজাৰ গুণত;
আপোনাৰ গুপ্ত মন কৰিলে প্ৰকাশ,
যক্ষযো তাকেই শুনি মেঘৰ আগত।

অশোক বনত কত দাসীৰ মাজত,—
ৰামক নেদেখি সীতা নিচেই চঞ্চল,
হাতেৰে আৱৰি মুখ লোকৰ আগত,
কৰিছিলে মন চকুপানীৰে পাতল।

কিন্তু হায়, ক'তা আৰু তোমাৰ সঙ্গীত,
কাহৰ মাতৰ দৰে ক্ষীণ গ'ল গ'ই,
নাই দেখোঁ লেশো তাৰ বায়ুৰ লগতো
একেবাৰে গ'ল গুচি মৰ্ত্য এৰি থ'ই!

লেৰেলি ফুলৰ মালা শুকাই পৰিল,
ৰস গোন্ধ মধুৰতা একো আজি নাই
তোমাৰ লগতে গ'ল সকলো মহিমা,
ওলমিল পাৰিজাত গছতে শুকাই।

## শকুন্তলা

আজিও বঞ্চিত কবি, কল্পনা ফুলনি,
আজিও ফুলিছে ফুল গা'ত গোন্ধ ল'ই.
হাতত কুঁকিৰে স'তে শকুন্তলা আহি
ফুল তুলিবৰ মনে আছে থিয় হ'ই।

প্ৰিয়ম্বদা অনসূয়া দুয়ো গোট খাই
হাতত কলহ ল'ই ফুলৰ তলত,
ঢালিছেহি পানী চোৰা সাক্ষাত আগতে,
আলসুৱা শকুন্তলা আছে ওচৰত।

লেখিছে সাদৰী চিঠি শকুন্তলা বহি,
নেলাগে ছবিত আৰু আঁকি দেখুৱাব,
ক্ষচুৱা ক্ষচুৱা কেৰে নিচেই কোমল,—
শকুন্তলা ফুলপাহি জঁয় পৰি যাব।

## মাইকেল

নহওঁ বঙালী, কিন্তু কৰিলোঁ প্ৰণাম
তোমাৰ সমাধি দেখি, আছে এটি য'ত
তৃতীয় আত্মা,—স্বৰগত, মৰতত.
ভয় লগা ডাল পোৱা আৰু শ্মশানত।

যদিও উপজে জোন পূবালি দেশত
সকলোৰে মন মোহে,—ধন আদৰৰ;
দেশে দেশে গাই গীত তুলি কেতেকীয়ে,
নাই দেশ প্ৰতিভাৰ,—তুমি জগতৰ।

## ৰামমোহন

পচিমৰ সূৰ্য্য উদি পূব ভাৰতত।
ঢালিছিলে জক্‌মক্ যেতিয়া পোহৰ,
যেতিয়া সতীৰ মাত, জলন্ত দুখৰ,
ডুবিছিল তাল-মৰা ঢোলৰ মাতত।

যেতিয়া সত্যৰ নাম নুমাব খুজিলে,
অধৰম, অনাচাৰ ধৰ্ম্মৰ নামত,—
তেতিয়া যিজন আহি মহা-আদেশত
প্ৰাচীন বেদৰ পথ দেখুৱাই দিলে।

আজিও ভাহিছে দেৱ, হিয়াৰ মাজত
তোমাৰ জীৱন স্মৃতি, মৰিও অমৰ!
বাজিব লাগিছে বীণা তোমাৰ নগৰ
বলিছে তেজৰ সোঁত সিৰৰ মাজত।

নেভাবিম সংসাৰত পাৰ পালোঁ বুলি,
নোৱাৰিম নিজে গ'ই ফুল ছটিয়াই
তোমাৰ সমাধি চকুপানীৰে তিয়াই
দেখুৱাব ভক্তি মোৰ হিয়াখনি মেলি।

## চিত্ৰলেখা

নেজানো ইমান বুলি তোমাৰ মহিমা,
চিন্তাত আঁকিব পাৰা যাকে মন যায়,
এনে গুণৱতী কেও কোনোবা কালত
যথাৰ্থতে জগতত আছিলেনে নাই!

উষাক তুষিলা তুমি ছবি দেখুৱাই,—
জগত তুষিলা কিন্তু বিদ্যাৰ গুণত,—
সোণালী সপোন গ'ল সাৰ পাওঁতেই,—
দেখুৱালা ছবি আঁকি কল্পনা বলত।

প্ৰেমক বুকুত ল'ই শোভা কৰিছিল
অনিৰুদ্ধ উষা দুয়ো তপিনে তোমাৰ,
আহিনৰ পূৰ্ণিমাত আকাশৰ দৰে,
চেনেহ মিলাই পুণ্য লভিলা অপাৰ।

আনি দিলা অনিৰুদ্ধ উষাৰ জগত
কতনো প্ৰবন্ধ কৰি ছদ্ম বেশ ধৰি,
নিজে কিন্তু একে ভাবে থাকিলা সদায়
নেপালানে তুমি কাকো নিজৰ সাদৰি?

# আকাশ

এক অংশ মানুহৰ অনন্ত জ্ঞানৰ
একে লুটি একে পাত মাথোঁ জ্যোতিষৰ,
কত সূৰ্য্য অগণন ল'ইছা কোলাত
লগে লগে কত গ্ৰহ ভ্ৰমিছে তোমাত,
দুটি এটি উপগ্ৰহ আছে গাইপতি,
তুলনাত ধৰাখনি মাথোঁ কণা এটি।

পৃথিৱীৰ নিশকতি আমি ক্ষুদ্ৰ জীৱ,
দেখুৱা আমাক তাতে চিন্তামণি কত।
ৰামধনু ৰেখা ল'ই মাজে মাজে আঁকা।
গ্ৰহণত ৰাহু গাভা ওৰণি আবৰ।

কেৱল ধেমালি যাৰ অনন্ত আকাশ,
অনন্ত অনন্ত কত তেওঁৰ অধীন !
এয়েনে তোমাৰ লীলা সুবুজোঁ দেখোন !
যথাৰ্থ ঈশ্বৰ তুমি শক্তিত অসীম।

# মহাস্বপ্ন

সেইদিনা টোপনিত দেখিলোঁ সপোন ;—
এখনি পৃথিৱী তাৰ চাৰিওপিনেদি
বেৰি আছে কত তৰা অনন্ত স্বৰ্গত,—
এটি সূৰ্য্য এটি চন্দ্ৰ ভ্ৰমিছে মাজেদি।

দেখিলোঁ নিজকে মই, নৰ-ৰূপ ধৰি
ল'ৰা, ডেকা, বুঢ়া হ'ই তাৰে ওপৰত
ফুৰিছোঁ, কৰিছোঁ যুদ্ধ খন্তেকো নৰই
'যোগ্য' হ'বলই বুলি নৰ-জীৱনত।

আৰু এটি আচৰিত দেখিলোঁ ইয়াত,
চৰি যায় মানে দেখোঁ পৰিয়েহে যায়,
তথাপি সিহঁতে ভাবে 'ডাঙৰ হ'ইছোঁ'—
ধৰ্মৰ প্ৰশ্নৰ একো ওৰ পোৱা নাই।

কিছুমান তেনেকুৱা মানুহ জীৱকে
আপোন আপোন বুলি কৰিছোঁ মৰম,
কাকো হ'লে পৰ বুলি থওঁ নিলগাই,
নিজৰ সুবিধা বুজি পালিছোঁ ধৰম।

কাৰো বা আগত মই ধন দেখুৱাই
খুজিছোঁ সন্মান নিজে নিজকে পাহৰি,
কাকো বা অজ্ঞানী বুলি কৰো চেই চেই,
কাকো বা বিহিছোঁ শাস্তি ছলে-বলে ধৰি।

মোৰ থকা ঘৰ ওখ তিনি খলপীয়া,
আছোঁ শুই পালেঙৰ কোমল তুলীত,
ওপৰত নিজে নিজে বিচনী চলিছে,
টোপনি মাতিছোঁ শুনি মন মোহা গীত।

দিনে দিনে কত ধন আহিব লাগিছে,
লেখি বুজি সুমুৱাই থওঁ আদৰেৰে ;
পিন্ধা-উৰা সাজপাৰ চালে চকু ৰোৱা
তেনেকুৱা আৰু তাত নাই যাৰে তাৰে।

চোৱা নাই চকু মেলি আকাশৰ পিনে,
ভবা নাই কি অনন্ত ব্ৰহ্মাণ্ড খনি নো,—
তৰা হাতীপটি তাত আছেনো কিমান,
তুলনাত মই তাৰ কেনুৱা জীৱ নো।

গমা নাই কিয় এনে গতি সংসাৰৰ,
কিয়বা মৰণ হয়, কিয়বানো দুখ—,
যাক ভাবি ৰাজ্য এৰি ৰজাৰ ল'ৰায়ো
বিসৰ্জন দিলে যত জীৱনৰ সুখ।

কেনেনো ঈশ্বৰ, তেওঁ কিমান ডাঙৰ,
অনন্ত ব্ৰহ্মাণ্ড যাৰ হাতৰ তলত,
মানুহৰ বলে পাৰে কিটোনো কৰিব,
মই ক'ৰ, আছোঁ ক'ত, নাছিল মনত।

চকুমক খাই মই উঠি তভালিকে
চাওঁ দেখোঁ কেউপিনে অনন্ত পোহৰ ;
শিৱ-সত্য-সুন্দৰৰ চৰণ তলত,
লোপ পালে দীঘলীয়া মায়া সপোনৰ।

বুজিলোঁ মিছাতে এই বাদ-বিসম্বাদ,
সকলোৰে একে দশা মৰিশালনীত,
মায়াৰ জীৱন, এই মায়া শেষ হ'লে,
সাৰ পাব জ্ঞানময় প্ৰেম স্বৰূপত।

# বসন্ত-বিষাদ

কিহেৰে গাঁথিম মালা ফুল আৰু নাই,
হাতত কলৰ আঁহ এনেয়ে আনিলোঁ,
নাই আজি ফুলনিত তগৰ, গোলাপ,
যুতি নাই, চঁপা নাই, একোকে নেপালোঁ।

উৰুডা ফুলনি আজি ফুলৰ শোকত,
নবয় বতাহ আৰু আগৰ দৰেৰে,
নেপাওঁ এধানো গোন্ধ কেনিও ফুলৰ,
যুজুৰায় প্ৰাণ আৰু 'কেতেকী' মাতেৰে।

শৰত-শেৱালি দুয়ো আগেয়ে লুকাল,
তোমালোককিটি মাথোঁ আছিলা বুকত ;
আজিহে ফুলনি হ'ল নিচেই নিমাও,
লাগিছে বেজাৰ মোৰ ফুলৰ শোকত।

আনিছিলা লগতেই কুলি কেতেকীক,
আছিলা যিমান দিন আছিল লগতে,
লগে-ভাগে ল'ই তাকো কঠুৱা হিয়াৰে,
কিয়নো পলালা ফুল ইমান বেগতে?

আছিল উপচি ফুল সিদিনা তলত
গাঁথিছিলোঁ কেবাধাৰো মালা তাৰে মই,
এতিয়াও বহা সাঁচ কোমল মাটিত
আছে, মাথো গ'ল ঋতু ফুলকিটি ল'ই।

গাঁথিছিলোঁ দুয়োপিনে তগৰ সমানে
মাজতে সুমাই এটি গোলাপৰ কলি,—
নাই আজি, নাই আৰু এটিও ইয়াত,
কৰাল ধুমুহা আহি নিলে তাক দলি।

যদিও ধুনীয়া লুকাভুমুকা ফুলৰ,
নকৰিম অনাদৰ পাই ফুলপাহ,
সদায় তুলিম আহি কুঁকি এটি ল'ই,
নপৰিব ভঁয় যদি ফুলে বাৰেমাহ।

দিনেপতি আহে ঘৃৰি সুৰুযৰ ৰথ,
নকৰোঁ বেজাৰ ফুল আকউ আহিব,
প্ৰত্যেক মাহতে হয় চন্দ্ৰৰ পূৰ্ণিমা,
বছেৰেক ৰ'লে আহি ফুলনি ভৰিব।

ফুলিব ইয়াতে ফুল সৰিব তলত,
তেতিয়া গাঁথিম মালা হেঁপাহ পূৰাই
আহিব আহিব বুলি আকউ এদিন
আশাধাৰী প্ৰাণী মই থাকোঁ বাট চাই।

# স্বাৰ্থ

'মাত হেৰ একেবাৰ কণীয়া কুহক,
নাচ ম'ৰা চাঙ্গি ধৰি আকউ এবাৰ।'—
এই বুলি কোনে কয় চিঞৰি, চিঞৰি
তথাপিও কাৰো কিয় নাই কাণসাৰ?

আহিছে ভোমোৰা চোৰা কত আশা কৰি
নিয়ঁৰে কোমল কৰা ফুলৰ লোভত;
ভুলাব পাৰিম বুলি ধাইৰ মাতত
বজাব লাগিছে বাঁহী আগডেঁটি ধৰি।

ম'ৰায়ো নেনাচে, ক'তা কুলিও নিমাত,
লেৰেলি পৰিল দেখোঁ ফুলৰেহে পাত;

পুৱাৰ গোলাপ আহি বতাহে নচায়,
ভোমোৰায়ো বাঁহী বাই ৰঙেৰে শুনায়,
যেতিয়া টুকাব কিন্তু গোলাপৰ মউ,
ভোমোৰা আঁতৰি যায়, বতাহে সৰায়।

## জননী

নোৱাৰোঁ শুজিব ধাৰ ইহ জনমত—
মোৰ হকে কৰিছিলা যিমান যতন,
দেৱৰো দেৱতা তুমি স্নেহ অৱতাৰ,
কায়-মনে বন্দো মই তোমাৰ চৰণ।
কত সুখ লভোঁ পাই তোমাৰ মৰম,
স্বৰগৰ তুমি মোৰ দেৱী মহামায়া,
তুমিয়েহে য'তে ত'তে অযাচিত ভাবে,
দিয়া মোক আন্তৰিক অকপট দয়া।
পুলকিত হয় মন তোমাৰ নামত,
প্ৰকৃত ঈশ্বৰী তুমি মোৰ পৰাণৰ,—
যি পৰাণ সততেই তোমাত শীতল,
নোৱাৰোঁ ফুটাব মাত অশেষ স্নেহৰ।

## ল'ৰাকাল

কত দিন গ'ল পাহৰিলো আৰু,
নপৰে মনত সেই ল'ৰালিৰ কথা ;—
এইদৰে মাৰ যায় কালৰ লগত
জীৱনৰ একো অংশ জীৱনতে গাঁথা।

আছিল এদিন এই সংসাৰ অমিয়া
নাচিছিলোঁ নিৰ্মল লভি কত সুখ,
যি পিনেই চাইছিলোঁ দেখিছিলোঁ মাথো
সুন্দৰ জগতখনি নাই ক'তো দুখ।

"লৰা'কাল জীৱনৰ মূৰত বসতি"
বুলি কয় জ্ঞানীজনে সেই কাৰণেই
হ'ব পায় ভাল দেখি আহিলোঁ উধাই
শেহল'কো এইদৰে পাবৰ মনেই।

কিন্তু হায়, ক'তা আক সেই ধৰাখনি,
কেনি গ'ল, কিনো হ'ল, চিনো তাৰ নাই!
নতুন এখনি সৃষ্টি নৱ-বিধাতাৰ
আছে আজি আগি মোৰ আগতে ওলাই।

অৱশ্যে মনেই মোৰ দুয়োখিনি ধৰা,
মনৰে সৃজন এই সমস্ত জগত,
সেই মন এই মন বহুত প্ৰভেদ,—
বহুত প্ৰভেদ হ'ল মনেই মনত।

নজনা নুশুনা সুখ বহুত আছিল,
নাছিল মানুহ জ্ঞান মোৰ অন্তৰত,
লাহে লাহে হ'লোঁ মই যত জনা-বুজা
বহুত প্ৰভেদ হ'ল মনেই মনত।

নেলাগে সি সুখ, যক সেই ল'ৰাকাল,
এতিয়াৰ এই কাল নিয়াও ভালেৰে
হে বিধাতা, শক্তি দিয়া তোমাৰ জীৱন
তোমাতে বিলীন যাতে হয় একেবাৰে।

# দুখকাৰী

"এনেকুৱা সুখ পালে তোমাৰ কাষত,
মহানন্দ, থাকোঁ মই তোমাৰ লগত।"

ৰাতিপুৱা শুই উঠি পিঠিদি এলাহ,
পথাৰৰ পিনে যায় হাল গৰু ল'ই,
দুখ কৰি সুখ পায়,—দুপৰীয়া হ'লে
সন্তোষ মনেৰে ঘূৰি আহে ঘৰল'ই।

খাই ব'ই নিজগাল সুখেৰে জিৰায়,
চিন্তা, দুখ, অসন্তোষ থাকে আঁতৰত,
ভাগৰ পলালে উঠি হাত-মুখ ধুই,
ধেমালি-ধুমুলা কৰে ল'ৰাৰ লগত।

আবেলি ওলায় বস্তু গোটাবৰ মনে,
সকলোকে পায় কিন্তু বাৰী-ভিতৰত,
আনি মেলি থ'ই আৰু যায় গাঁৱলই,
মন পুতি কথা পাতে খেতি-পথাৰত।

গধূলিতে ফুৰি-চাকি আহে ঘৰল'ই
গোহালিত গৰু বান্ধি ভিতৰ সোমায়,
খাই উঠি বহে আহি জুহাল-শুৰিত
ঘৰুৱা কথাকে পাতি সময় নিয়ায়।

নেলাগে ফুৰিব ভ্ৰমি দেশ বিদেশত,
নাই একো ওখ আশা, সুখী অলপতে,
নাই বহু ধন, নাই অভাবো একোৰে,
গোটেই জীৱন যায় ঘৰুৱা সুখতে।

শুলেই টোপনি আহে, নেলাগে ভাবিব—
"বহল পানীৰ চঁটা, বহল পথাৰ,"
বেগেতে নিতাল মাৰে প্ৰকৃতি মাতত ;
নেলাগে কপাল, লাগে সুখহে তোমাৰ।

## সেই মাতটি

একেষাৰ মাতি মাত ক'তনো লুকালি,
নেপালোঁ অলপো গম কেনি গ'লি তই,
শুনো শুনো বুলি ব'লোঁ কাণ পাতি মই,
যিটি মাত মাতি মোৰ প্ৰাণটি হৰিলি।

নহয় সঙ্গীত, নাই অৰ্থ থকা মাত,
হঠাতে উতলা সুৰ মাথোঁ বতাহত,—
শুনিলোঁ যেতিয়া মূৰ থওঁতে গাকত,
কিটোনো আপুনি নাচি উঠিল মনত ?

মোৰ প্ৰতি হ'লে মাত অৰ্থেৰেই ভৰা,
বেজাৰ দিবৰ বাবে মাতিলে এবেলি,
নাহিব টোপনি আৰু ভাবোঁতে ভাবোঁতে
বতাহৰ লগতেই হ'লেনে মিহলি ?

এতিয়াও আছোঁ শুনি হিয়াৰ মাজত
এতেকে লভিম সুখ নিজেই নিজত।

# ভূমুকি

কোন তুমি কিয় আহি নিলগৰে পৰা
একোটি ভূমুকি মাৰি যোৱা,
মুৰ দাঙি চাওঁমানে কিয় লৰ মাৰা,
চাওঁমানে অলপো নোৰোৱা।

কিবাকিবি সাজি পাৰি থাকোঁ অকল'ই
নিজে নিজে মনৰ মাজত,
চকুযুৰি মোৰ যদি পৰে তোমাল'ই
ভোল যাওঁ তোমাৰে ভাৱত।

আনপিনে ঢাল ল'লে মনৰ গতিয়ে
তুমি যদি মাৰ যোৱা গ'ই,
ততালিকে সঞ্জীৱন একো ভুমুকিয়ে
যায়হি সজাগ কৰি থ'ই।

কোন তুমি মই হ'লে একোকে নেজানো,
মাজে মাজে মাথো দেখা পাওঁ;
নেখেলিবা লুকালুকি, খেয়ালি নেজানো,
ৰোৱাচোন হেঁপাহেৰে চাওঁ।

# বিভোল

দুৱাৰমুখত আহি একে থিৰে ৰ'ই
কাৰ কথা ভাবিছা মনত,
আউজিছা গম নাই, আছা থিয় হ'ই,—
চকু দুটি আছে আতৰত?

বাহিৰৰ পৰা একো কথা মনল'ই
সোমাবৰ বাট পোৱা নাই,
মেলা চকু,—দেখা নাই, মাত কাণল'ই
সাহ কৰি চাপিও নেযায়।

ইমান প্ৰবল আজি শকতি মনৰ
আন একো নোৱাৰা ভাবিব,
ইমান প্ৰখৰ আজি চিন্তাৰ পোহৰ
ক'তো একো নোৱাৰা মনিব।

কি ভাবিছা জনা নাই, বিভোল ভাবত
মন আছে ক'ৰবাত গ'ই,
তেজহীন বলহীন আজি চকু-কাণ,
জীৱ নাই ভেল আছা ল'ই।

## পুৰণি স্মৃতি

বহুদিন হ'ই গ'ল তোমাক পাহৰি
ফুৰিছিলো ক'ৰবাত গই,
মোহলগা মনমোহা তোমাৰ লাহৰী
ছবিটিক ক'ৰবাত থ'ই।
বিদেশত ফুৰি ফুৰি আকৌ আহিছো,—
পুনু গাওঁ কাহিনী তোমাৰ,
আকউ মনত মই তোমাকে থাপিছো
তুমিয়েহে বাসনা হিয়াৰ।
পৰ্ব্বতৰ পানীধাৰি প্ৰাণ কৰা জুৰ
মহাদেৱে মূৰ পাতি ল'লে,—
জীৱন শীতল হ'ব তুমি আহি মোৰ
অন্তৰত অৱস্থিতি হ'লে।

নধৰিবা দায় মোক তোমাৰ বিহনে
কাৰবাক যদি ভাবিছিলো,
খন্তেকীয়া ভাব মোৰ গ'ল তেতিক্ষণে,
এতিয়া সকলো এৰি দিলো।
ওখৰ বতাহে যাৰ সৰু হিয়াখনি
কৰিছিলে শীতল সদায়—
তাৰে আধা পালে মোৰ মৰিব পোৰণি
সুখে দিব দুখ আঁতৰাই।

# পুখুৰী

দুপৰীয়া সূৰ্য্যদেৱে গছ-লতাবোৰ,
খেদি আনি একে লগ কৰিছে তলত,
পুখুৰী সিপাৰে থকা আমলখী গছ
জিলিকিছে পানীময় ওৰণি আৰত।

পুখুৰীৰ দলঙৰ মূৰত বহিছে
পানীত কলহ সুদা দিছে উটুৱাই,
হাতেৰে নোপোৱা হ'লে আনে থাপ মাৰি,
এইদৰে কৰি মেলি আছে ৰঙ্ চাই।

মুকলি চুলিৰ আগ তিতিছে পানীত,
নিজৰ ছয়ঁাটিল'কে চায় কেতিয়াবা,
মাজে মাজে একোষাৰি আধা ফুটা মাত,
ৰূপহ ছবিটি যেন চায়েই থাকিবা।

# বিচ্ছেদ

হৃদয়ত আঁৰ কৰি ৰাখিছিলোঁ যাক,
নিদিছিলোঁ বৰষুণ ব'দ বাহিৰত,
প্ৰকৃতি নিয়ম ভাঙি লুকুৱালোঁ তাক,
এতেকে শুকাই গ'ল হিয়াৰ মাজত।

ধৰিছিলোঁ সাদৰেৰে আঁকোৱাল মাৰি,
দিছিলোঁ উচৰ্গি প্ৰাণ তাৰ প্ৰাণতেই,
দুটি প্ৰাণ এটি হ'ই অপৰূপ ধৰি
মজিছিল পৰস্পৰ সেই ৰঙতেই।

বসন্ত কুলিৰ হায়, মাত একেষাৰি,
জেঠৰ তাপত সিও কেনিবাদি গ'ল,
তেনেক'যে হিয়া মোৰ কত আশা কৰি
নিজকে নেপাই নিজতেই পমি গ'ল।

# দেৱী

ফুলনিও পৰে জঁয় ৰ'দৰ তাপত,
ভোমোৰাও নাহে তাৰ মউ পিবলৈ'ই,
সোণালী বৰণ সানি জিলিকা ফুলেও
সুন্দৰৰ পিনে চায় চকু বেঁকাক'ই।
ওচৰৰ বকুলৰ তলতে বহিনো
আছে সিটি কোন বাক হাহো হাহো কৰি ?
মাটিত পৰিছে আহি বিহাৰ আঁচল
নিপোটল সুগঠন দেৱী ৰূপ ধৰি।
আলেঙে আসেঙে আহি সিফালৰ পৰা,
ধৰিলেহি চকুমুৰি কোনেনো মূধাই ?

ততালিকে ক'লে তেওঁ,—"চিনিছোঁ, চিনিছোঁ,
পালোঁ গম লুকুৱাৰ একো কাম নাই।"
এইবুলি দুয়োজন দেখাদেখি হ'ল,
দুইৰো মিচিকা হাঁহি মিহলি পৰিল ;—
সূৰ্যই থাইছে চুমা মুকলি ফুলক,
কেউপিনে প্ৰকৃতিত চুমাৰে ভৰিল।
বুলিলে পিচত,—"তুমি ফুলনি মাজত,
চন্দ্ৰৰ দৰেৰে হাঁহি আছিলাহি বহি,
মই আহি ৰাহুৰূপে গ্ৰাসিলোঁ ই শোভা,
তোমাৰ বিচ্ছেদ দুখ তিলেকো নসহি।"
"নহয়, নহয়,"—বুলি কৰিলে উত্তৰ,—
"আছিলোঁ প্ৰতিমা মাথো প্ৰকৃতি ৰাজ্যত,
তুমি আহি হৃদয়ত অৱস্থান কৰি,
কৰিলা প্ৰতিষ্ঠা মোক দেৱী আসনত।"

## জোনবাই

চৌৱাচোঁ' উঠিছে নীল আকাশত
জেউতি জোনৰ গাৰ ;
তলত জানৰ নিৰ্মল পানীত
পৰিছে ছাঁয়াটি তাৰ।

কিয়নো নাচিছে কেউপিনে বেৰি
নক্ষত্ৰসকলে তাত,—
মাজত কুঁৱৰী জোন আছে বহি
তৰাই ৰাণীৰ পাট।

বায়ু সাগৰত ওপঙি ফুৰিছে
নিয়ৰ কণিকা জৰি,

ৰিণিকি ৰিণিকি জিলিকিছে চোৰাঁ
ৰূপালী কিৰণ পৰি।

ৰাকিছে নিজৰ অমিয়া কিৰণ
জগত বোৱাই ঢালি,
ব্যাপিছে সকলো বন, উপবন,
পৰ্বত, সাগৰ, বালি।

ইফালে সিফালে বায়ুৰ লগতো
ৰঙচুৱা বগা পাহি,
গছে গছে চোৰাঁ তাৰে ফিৰিঙ্গ
পৰিছে উফৰি আহি।

যেন জোনবায়ে পোহৰ স্বৰূপে
সকলোতে নিজে পৰি,
কৰিছে চেনেহ জড় জগতক
সাদৰে সাৱটি ধৰি।

# কেতেকী

নতুন বছৰ নতুন লগৰী
আহিলি কেতেকী তই,
লগত বসন্ত, মুখত 'কেতেকী'
গধূলি মলয়া বয়।

মাজে মাজে তোৰ 'কেতেকী কেতেকী'
হাবিৰ মাজত শুনি
গুৰলা মাতত মোহ লাগি মই
থাকোঁ কত কথা গুণি।

তয়েই কেতেকী, বসন্ত-জীয়াৰী,
প্ৰকৃতি দেৱীৰ কবি,
মউ সনা মাত শুনোচোঁ এবাৰ
ডালত খন্তেক ৰ'বি।

বৰষিছে তোৰ অমিয়া মাতত
ধাৰেৰে প্ৰেমৰ ৰস,
কেউপিনে শুনো তোৰ নাম-গীত
বতাহতো তোৰে যশ।

ইন্দ্ৰই হৰিলে জীয়েৰক তোৰ
বিচাৰ প্ৰবন্ধে তই,
পৰ্বত কাঠনি সকলোতে ফুৰ
নকৰ কাল'কো ভয়।

নিমাত হাবিত সুৰ ধৰি তই
যেতিয়া শুনাবি গীত,
কাণ পাতি মই থাকোঁ শুনি তাত
তোতেই সমৰ্পি চিত।

কিয়নো কেতেকী, মাজে মাজে তই
দেখা দি পলাই যাৱ,
বসন্ত দেৱীৰ কোলাত বহিহে
সুমধুৰ গীত গাৱ ?

গোটেই বছৰ শুনাবিচোঁ মোক
'কেতেকী কেতেকী' মাত,
সাদৰেৰে মই হেঁপাহ গুচাই
শুনিম নিৰলে তাত।

# ভাৰত জননী

হিমালয় অঞ্চলত প্ৰকৃতি কানন,—
আছে শোভি ফলে ফুলে নানা তৰুবৰ,
সদায় বলিছে তাত কোমল বতাহ
আছে য'ত সুখ স্থান ইহ জগতৰ।
ইখানত আছে বহি ভাৰত জননী,—
সন্তান সকলে যাৰ শোভিছে কোলাত,
দুহাতে ধৰিছে তেওঁ সবাকো সাৰটি
লভিছে সন্তোষ আজি যাৰ যশস্যাত।
কৰিছে চেনেহ তেওঁ সমান সাদৰে,
ওচৰ চপাই ধৰি বুকৰ কাষত,
লাহে লাহে সকলোকে বুলিছে বচন,
সাদৰি বুজনি মেলি অপাৰ সুখত।
"শুনা আজি বোপাইত, শুনা কাণ পাতি,—
নকৰিবা বিসম্বাদ সকলো সমান,
উমলিবা একেলগে, গাবা একে সুৰে,
নাচিবা কেউটি মিলি ধৰি একে টান।
"পাহৰা এতিয়া আৰু বেলেগ স্বভাৱ
সহোদৰ বুলি আজি হোৱা পৰিচিত,
ধৰা ধৰা আকোৱালি ইটিয়ে সিটিক,
একেলগ হ'ই সাধা আপোনাৰ হিত।"

# উমানন্দ

মুকুলি পদুম-চকা পাতৰ থোৰত,
উমানন্দ, জয়ধ্বজা প্ৰাগ্-জ্যোতিষৰ—
প্ৰকাশিছে চোৰা সেই নইৰ গৰ্ভত
ছুপিনে ছুৰাবি বোৱা ৰূপালী সোঁতৰ।

উটি অহা ঢউবোৰ সোঁতৰ লগত,
শিলত থেকেচা খাই কোবেৰে উলটি,
তিৰবিৰ কৰি আহি দীঘল হাতেৰে,
লৰ মাৰি গুচি যায় সোঁতকে সাৱটি।
কপালত বগা ফোঁট, গছৰ মেখেলা,
মূৰৰ কিৰীটি যাৰ বতাহে কোবায়,
কঁকালৰ কৰধনি শিলৰ ৰেখাৰে,—
বৰনৈয়ে যাৰ পাৱ সেৱা কৰি যায়।
একেথিৰে আছা চাই কামাখ্যাৰ পিনে,
দুপিনে দুশাৰী ওখ শিলৰ পৰ্বত,
নাচিছে খোপাত পিন্ধি প্ৰকৃতিৰ ফুল,
সকলোৱে বেৰি যেন তোমাকে মাজত।

# মানুহ

( ১ )

আত্মাৰ বসতি ঘৰ তোমাৰ শৰীৰ,—
যিটি দেহ ধূলি, মাটি, পানীৰে সাজিছে ;
আত্মা হ'লে ঈশ্বৰৰ নিজা পাৰিষদ,
দুটি বিপৰীত গুণ তোমাত থাপিছে।

দেহত অসাৰ তুমি মাটি হ'বা যদি,
গুণত চাপিছা হ'লে কাষ ঈশ্বৰৰ
প্ৰেম, দান, দয়া, ধৰ্ম, মৰম তোমাৰ,—
নিত্য-অনিত্যৰ তুমি কুটুম মাজৰ।

( ২ )

চিন্তাৰ শকতিধাৰী প্ৰেমৰ বাহন,
কত শত গুণে আজি তোমাত শোভিছে!

গাত বহু অলঙ্কাৰে নিসন্ধি কৰিছে,
চিন্তা গুণ অনুৰূপ তোমাৰ গঠন।

তোমাৰ সন্তান তুমি—তোমাৰে আভাস,—
একে কায় একে মন থাপিত কাৰণে,
মতা-বোলা ভবা-কৰা একে, একে গুণে,
মনৰ গঠন মতে দেহৰ বিকাশ।

যতমানে জন্তু তুমি দেখিছা আগত
আকৃতিৰ অনুসৰি মন গাইপতি,—
যেনে মন তেনে দেহ, তেনে পৰ্কিতি,
সকলো সমিল-মিল একেটি বলত!

আহিব এদিন হ'ব নৰ-বিকাশত,
আচৰিত বহু অঙ্গ তোমাৰ দেহত।

## আত্মা

সুকোমল হৃদয়ৰ অন্তিম মাজত
নাচিব লাগিছ কোনে ইমান হৰিষে?
উভতাই দিছা কিয় প্ৰাণৰ হৈপাহ,—
বলিব লাগিছে যাৰ সৌভ দশোদিশে।

সাজিছা নতুন মায়া, নতুন জগত,
দেখোতে অকণমানি বহল থলীত
তুমিয়েনে বজা এনে জ্ঞান ষবগৰ,—
অনুপম শোভা যাৰ দেখা পৃথিৱীত?

পালিছা সংসাৰ বাজ্য অসীম সুখেৰে,
চালিছা প্ৰেমৰ বস পৃথিৱী বোৱাই,

অপকৰ্ম দেখি হোৱা দেহৰ আঁতৰ,
তোমাত অলপো সাংসাৰিক পাপ নাই।
যথাৰ্থ ঈশ্বৰ তুমি, দেহৰ গৰাকী!
তোমাৰেহে অন্তৰত আছে অধিকাৰ ;
তুমিয়েই দিছা বাট-পথ দেখুৱাই
আঁতৰাই মিছা মোৰ সংসাৰ-নিকাৰ।

## আশা

(১)

আঁকোলি নোপোৱা মন আশাৰ মন্দিৰ,—
তাতে বাস কৰে আশা দেৱী ৰূপ ধৰি ;
উচটাই দিয়ে যদি মন, খন্তেকতে
পক্ষৱা পিশাচে ফুৰে লটিঘটি কৰি।
বাঁহনি জেওনি নাই একোৰে বিচাৰ,
আঁচোৰ-পিচোৰ থাই ফুৰে সকলোতে ;
যেতিয়া পুৱাব ৰাতি এৰিব পিশাচে,
ওলাবহি আপোনাৰ ঘৰ একেচাতে।

(২)

ধনে জনে কেউপিনে যাৰ ব'ই যায়
আশা তাৰ অন্তৰত ওপচে সিমানে,
আশাধাৰী প্ৰাণী বুলি সকলোৱে কয়,
হ'ল বুলি কেতিয়াও আশাই নেমানে।
দুখীয়াৰ আশা সুখ, সুখৰ মানত,
মানৰ বিদ্যাত আশা, বিদ্যাৰ গুণত,
গুণৰ জ্ঞানত আশা, জ্ঞানৰ অন্তত।

তুভালি শিকলি কাল আগত লগত
আশাই সাঙুৰি তাকে বান্ধিছে ত্ৰৈলোক,
মুকলিলে ছিগি ভাগি হ'ব থান থান,
জীৱনত সুখ গুচি পাব মাথোঁ শোক।
আশাই জলাই দিছে উদগনি শলা,
তাৰে সাহ পাই আমি এটি দুটি ক'ই
আগুৱাই দিওঁ খোজ নিজ কামল'ই।

## ফুলক

কালি সন্ধিয়া বেলিকা
পাতৰ মাজত থকা সৰু কলিটি,
আজি দেখিলোঁ এতিয়া
ৰূপে ভৰা ফুল থকা সৰু হাঁহিটি,
কালি দেখি ভাল পাই,
আনো বুলি ষোৱা নাই,
এবেলি চকুৰে চাই
লভিছিলোঁ মৰমৰ বুজনি এটি,
নাছিল ছিঙিম মোৰ ভাব এনেটি।

আজি দেখি মন মোৰ
চাপি যাব খোজে তোৰ,—
খোজে আজি হব চোৰ,—
কাৰল'ই ছিঙি আনি তোৰ হাঁহিটি,
মিহলাই তোৰ মোৰ হাঁহি দুয়োটি।

দূৰ বাভি দেখা পাওঁ
য'লকেবা গুচি যাওঁ,

লুকালেও গম পাওঁ
বতাহত বিয়াপোতে তোৰ গোন্ধটি ;
তোৰ বিনে মোৰ আশা নাই একোটি।

## তৰা

নেলাগে নেলাগে তুমি ওচৰ চাপিব,
চাবা মোক নিলগৰে পৰা,
মোক দেখি লৰ মাৰি নেলাগে আহিব,
একোটি ভূমুকি যদি মাৰা।

আঁতৰত কিবা এটি আছে প্ৰকৃতিৰ
মনহৰা মোহিনী শকতি,—
পৰ্বতো সমান দেখি যদি দূৰণিৰ,
ওচৰত ভিন গঢ-গতি।

পুৱাৰ ৰ'দৰ মই গছৰ আঁৰত
জিলিকনি দেখি ভাল পাওঁ,
দুপৰীয়া দেখোঁ যদি মূৰৰ কাষত,
ততালিকে ভিতৰ সোমাওঁ।

সেইদৰে আঁতৰতে তোমাক দেখিলে
ভাল লাগে মোৰ অন্তৰত,
নিলগৰে পৰা মোত চেনেহ ঢালিলে
নাচোঁ মই তোমাৰে লগত।

মহত্ত্ব উদাৰ গুণে নানা দেশ ভেদি
বিদেশতো খিয়াতি বোৱায়,
নোৱাৰে নোৱাৰে দোষে ব্যৱধান ভেদি
বিয়াপিব এশ ভাগো ঠাই।

সুখতেই থাকা তুমি আকাশৰ গাত,
মোক মাথো চাবা একোবেলি,
তেনেহ'লে মোৰ প্ৰেম নকমে তোমাত,
দেখুৱাবা বিশ্ব-হিয়া মেলি।
নিয়ৰৰ মাজে দেখি পুৰা জোনবাই
শৰতৰ আদি সময়ত,
যেনি তেনি গ'ই থাকোঁ তাকে মাথো চাই,
ভাগৰো নেলাগে শৰীৰত।
সেইদৰে আঁতৰতে তোমাকো দেখিলে
চাই থাকিবৰে মন যায়,
ৰিণি ৰিণি সক মাত তোমাৰ শুনিলে
শুনিও হেঁপাহ নপলায়।
ভাল পাওঁ মাজে মাজে তোমাক দেখিলে
সদায় নেলাগে চাবল'ই,
দিনত লুকাই থাকি নিশা দেখা দিলে
ভক্তি মোৰ বাঢ়ে তোমাল'ই।
নোহোৱা অকল তুমি মোৰ অন্তৰৰ
শান্তি দিয়া স্বৰগৰ বাণী,
তোমাৰ সুখত সুখী এই জগতৰ
জীৱ থকা যত বিশ্ব প্ৰাণী।

## উষা

তুমিয়েনে ভাহানিৰ বথানা যেন্দ্ৰত
আকাশৰ মূৰ্তিময়ী উষা,—
আন্ধাৰৰ ছাঁয়া পৰি শেঁতা পোহৰত
মিহলোৱা দিন আৰু নিশা।

কেবাদিনো থাকি তুমি একে ভাৱ ধৰি
মোহিছিলা ঋষিৰ মনকো,—
উৰ্বশীয়ে নোৱাৰিলে যাকো ছল কৰি
তুমি দেৱী জিনিছিলা তাকো।
তুমিয়েনে কপালৰ দৰে আকাশত
জান দিয়া সোণালী দেহৰ ;—
ৰঙা-পকুৱাৰ দৰে ক'লা-সাগৰত
ৰিণি ৰিণি ৰিৰিঙে পোহৰ।
নিশা ওৰণীৰ মাজে দিনৰ মুখৰ
তুমি উষা জিলিকা জেউতি,
ৰাঙলী তৰাৰে লোৱা ফোঁট কপালৰ,—
নিশা দিন মিহলি দুয়োটি।
তুমিয়েনে উষা দেৱী,—বাণৰ জীয়াৰী,—
চিত্ৰলেখা নিজে শক্তি আই ;
নিজা কোন বাছি লোৱা এটি এটি কৰি
আঁকি থোৱা তৰামথি চাই।
উষাই কেৱল মাথো অনিৰুদ্ধকেহে
জিনিছিলে আপোন গুণেৰে,
আকাশত সকলোৰে তুমি দেহে দেহে
হোৱা লীন আৱৰি নিজেৰে।
আমাৰ এতিয়া তুমি নতুন যুগৰ
আশাৰ একেটি মাথো পুলি,
এখনি ডাঙৰ দেশ পূব-আকাশৰ
আছে আজি তোমাল'কে বুলি।
পৰ্বতৰ কেউপিনে সমান ভাৱেৰে
দিবা দেই তোমাৰ পোহৰ,
যদিও কোমল উষা একেটি হাতেৰে
সাধা হিত বিধবা দেশৰ।

## বন্ধুলৈ

"ভোনাৰ্থিত্বং ত্বয়ি বিধিবশাদ্ দূৰবন্ধুৰ্গতোঽহং"

বাহিৰে অমিল কত সৰু ঘটনাই
আগৰ পুৰণি কথা মনত পেলায় ;
জীৱনৰ একো খেন ইমান সুখৰ
পিচতো ভাবিলে শান্তি ওপজে মনৰ।
তেনেকুৱা এটি মোৰ সুখৰ সপোনে
কৰিছে ব্যাকুল আজি তোমাৰ কাৰণে,—
বয়সতো বহুদিন দুয়ো ফুৰিছিলোঁ।
ক'ব খোজোঁ মোৰ স্নেহ তোমাৰ কাষত,
কিন্তু তুমি আছা আজি বহু আঁতৰত ;
থলোঁ মোৰ কথাবাৰি শূন্য আকাশত,
পৃথিৱীয়ে থকেকতে পাবহি পাকত।
ততালিকে পাব তুমি বুজি-সজি ল'বা ;
হে বতাহ, নিনি তুমি তাতে যেন থ'বা।

## নৱ জীৱন

পুৰণি কালৰ গতি
ক'ৰবাতে পৰি ৰ'ল
নতুন আশাৰে আজি
জীৱন জনম হ'ল।
সুখ-সৌভাগ্যৰ আশা
কৰিবলগীয়া নাই,
ৰিয় দিবস'কে কিন্তু
লাগে এডুখৰি ঠাই।

খেনে খেনে জীৱনৰ
সলনি হইছে মোট,
তাৰ লগে লগে বয়
আশাৰ এসোঁতা সোঁত
নিজৰ মনৰ আৰু
ঈশ্বৰৰ আজ্ঞা পালি
কৰ্তব্য, দেশৰ বাবে
প্ৰাণ মন দিয়া ঢালি।

## দেহ আৰু মন

ফুল হ'লে গোন্ধ তাৰ লগে লগে যায়,
ফুলৰ বাহিৰে ক'তো অৱস্থিতি নাই ;
গোন্ধে ফুলে একে মুঠে বেলেগ বিকাশ,
প্ৰধান নহয় কেও—পৰস্পৰে দাস।

সেই দৰে মন, চিন্তা, অনুভৱ গুণ—
দেহৰে লগৰ কিবা ওপৰঞ্চি ধুন,
দুয়ো দুয়োটিৰ বশ, কাৰো হ'লে নাই
প্ৰকৃতিৰ বাহিৰেদি পলাবৰ ঠাই।

বিবিধ গুণৰ পৰা নৱ গুণ হয়,—
উচিত স্থানত মনে নিজে জন্ম লয়।
মাটিৰে এবিধ পোক মাটিতে ঢুকাম,
সবহাই দুথ কৰা মিছাৰ সকাম।

প্ৰকৃতিৰ গতি চাই নিয়ম পালিম,
সেইবুলি কাৰো গাত ঠেলা নেমাৰিম।

# প্ৰাণ

প্ৰাণ মোৰ, আজিল'কে তোমাক নেজানো,
দুয়ো হ'লে এৰাএৰি হ'ম বুলি মানো ;
ক'তনো কেতিয়া লগ পালোঁ কেনেক'ই
নজনা স্বীকাৰ কৰোঁ আজিল'কো মই।
প্ৰাণ, আমি বহুদিন একে লগে আছোঁ,
বৰষিলে মন মাৰি ৰ'দত নাচিছোঁ ;
এৰি গুচি যোৱা টান বন্ধু মৰমিয়া—
সম্বিব চকুৰ পানী, এটি হুমুনিয়া—
কাল বুজি মোক হ'লে একোকে নক'ই
যাবা তুমি চোৰ যোৱা দৰে লাহেক'ই ;
নক'বা বিদায় বাণী—পালে স্বৰগত
আদৰিবা মিলনৰ প্ৰীতি বচনত।

# নৈ

ঘূৰি-পকি পথাৰৰ মাজে বোৱা ন'ই,
যুৱতীৰ দৰে ধৰ্মী চালে গুণল'ই,
নিৰল সৰল ভাৱে মনে মনে যায়,
সংসাৰৰ লীলা-খেলা গোন্ধকে নেপায়।
নিৰজু—তথাপি কিন্তু প্ৰবল কোবত,
যায় হ'লে নিৰ্ধাৰিত জীৱনী-পথত।
ধুনে গুণে সেয়ে ভাল যিহকেবা কৰে,
লোকৰো মঙ্গল বাঢ়ি লভে সকলোৰে।
পবিত্ৰ অন্তৰ যাৰ দাপোণৰ দৰে,
স্বৰগৰ প্ৰতিবিম্ব তাতে আহি পৰে।

# সৰস্বতী

কবিতা কল্পনা শোভা লাৱণ্য মাধুৰী
সকলোৰে একেলগে মিলন তোমাত ;
বাহিৰে দেহত তুমি বগা ৰূপ ধৰি
ভিতৰ পৱিত্র কোৱা অফুট ভাষাত।

যথাৰ্থতে পদুমেহে তোমাৰ বাহন,
—পদুমো কোমল দেৰি তুমিও কোমল ;—
য'ৰ পৰা বীণা গীত কৰা বৰিষণ
সানি তাত কবিতাৰ বিন্দু নিৰমল।

ভোমোৰাবিলাক যায় চুমিবৰ মনে
পদুমৰ ওপৰৰ তোমাৰ চৰণ,
ভোমোৰা নহয় দেৰি পূৰ্ব কবিগণে
গুণ্ গুণ্ কবিতাৰে কৰিছে বন্দন।

বসন্ত, যৌৱন দুয়ো সদায় তোমাত
আছে একদৰে ; আদি বায়ু বসন্তৰ
প্ৰথমে ওলায় আহি তোমাৰ পূজাত—
ফল, ফুল, কুলি-মাত তোমাৰ লগৰ।

নিশ্চয় কঠুৱা তেওঁ যিজনে তোমাক
মাটিৰে নিৰ্মাণি পূজে ফুবুজা ভাষাৰে ;
কল্পনাৰে সাজি ল'ই তমু প্ৰতিমাক।
ভক্তিৰে পূজিম দেৰি ঘৰুৱা কথাৰে।

পানীয়ে ভিতৰখনি শীতল কৰিলে
নপৰে পদুম জঁয় ৰ'দৰ তাপত,—
তোমাৰ করুণা-ৰূপ শান্তি-গুণ পালে
নেপায় যাতনা কেৱে লক্ষ্মীৰ কোপত।

# শেহ নিশা

গ'ল নিশা শুলোঁ মই কুলিৰ মাতত,
তাকে শুনি থাকোঁতেই টোপনি আহিল,
শেহ নিশা সাৰ পাই শুনো আকাশত
বাজি আছে কুলি-মাত, টোপনি নাহিল।

আহিলোঁ ওলাই, দেখোঁ চৰিছে জেউতি
আকাশত চন্দ্ৰমাৰ তৰাৰ মাজত;
পোহৰে শিমলু গছ ধৰিছে সাৰটি,—
চুইছে আকাশে যেন দীঘলী আগত।

পথাৰত বৰষুণ হ'ই বোৱা পানী
জিলিকিছে তিৰ্‌বিৰ্‌, জুৰ পোহৰত,
ভগা আলিয়েদি যোৱা কুল কুল ধ্বনি
লাগিছে স্বৰ্গীয় যেন নিশাৰ কাণত;

মোহ গ'ই ৰ'লো মই নিৰল ভাবেৰে,—
ভুৰ পিনে দেখা দিলে পুৱাৰ পোহৰে।

# দিনৰ সপোন

দুপৰীয়া খাই উঠি আধা-টোপনিত,
দেখিছিলোঁ আকবাক ৰ'দ-কাঁচলিত;
ভাবিছিলোঁ কত কিনো আগম-পুৰাণ
ভাবোঁতে ভাবোঁতে যেন আধা-সপোনত,
দেখিলোঁ এখনি সৰু নই পথাৰত
পাৰত বিৰিণা, পানী ফটিকৰ মান।
পথাৰত বৰ-পানী আহি ধুই নিয়া,
আছে চিন পদুমৰ শুকান পাতত;

ওথ এটি টিঙনাত দেখিলোঁ মাজত
এটি ৰূপ এনে ৰূপ দেখা নাইকিয়া।
অলঙ্কাৰ নাই বুলি অশোক বনত
সীতাৰ সমান ৰূপ, গঠন দেহৰ
পৃথকাব নোৱাৰিলোঁ পৰা বতাহৰ,
তাতেই মিহলি হ'ল চকু মেলিলত।

# পুৱাৰ জগত

শুই উঠি চাওঁ গ'ই বাহিৰৰ পৰা
পচিমত মাৰ যায় ৰোহিণীৰ জ্যোতি,
এফালে আন্ধাৰ আৰু ইফালে পোহৰ,
জিলিকিছে ওপৰত সৰু তৰা এটি!

উঠিল পুবত এটি হাঁহিৰ উৰ্ম্মি—
শুই উঠা মানুহৰ মাতেৰে মিহলি,
পচিমত সৰু সৰু চৰাইবিলাকে
পোহৰ আহিব বুলি মাৰিছে কিৰিলি।

আনিছে বতাহে এটি মন মোহা গোন্ধ
সাধু-সঙ্গ ল'ই অহা মানুহৰ দৰে,
নাইবা ফুলক চুমি শৰতৰ বায়ু
আহিছে প্ৰণয় গোন্ধ ল'ই হেঁপাহেৰে

এইদৰে তুমি মোৰ হৃদয়-আতমা
আহিছিলা নেকি ল'ই অসীম শকতি,
পাইছিলোঁ হৃদয়ত কিবা এটি বল,
এতিয়া লুকাল মোৰ হৃদয়ত যিটি।

যদিও পুৰাৰ বেলা অতি মনোহৰ
দুপৰ হ'লেহে ধৰে মানুহে কামত ;
ল'ৰাকাল মধুময়, প্ৰথম পোহৰ,
চোকা ৰ'দ,—জ্ঞান-জ্যোতি লভিম মনত।

# হেৰোৱা লাহৰী

কত আশা ৰ'ই গ'ল হিয়াৰ মাজত,
কত কথা ক'বলই থাকিল মনত,
থাকিল কতনো মোৰ কথা হৈঁপাহৰ,
থাকিল সকলো কথা তোমাৰ লগৰ ;-
কেৱল লুকালা তুমি চকুৰ আগত,
বিৰাজিছা পূৰ্ণ ভাৱে কিন্তু হৃদয়ত।

যিদিনা লভিলোঁ মই তোমাৰ অন্তৰ,
ভাবিলোঁ নিজকে নিজে ভাগ্যৱন্ত বুলি
সকলো আশাৰ মোৰ সুখৰ মাজত,
অৰ্পিছিলোঁ প্ৰাণ-মন তোমাতে সমূলি ;
যি মৰম থাকি গ'ল তোমাৰ মৰ্ত্তাত
চিৰকাল গোন্ধ তাৰ পাম বতাহত।

তুমি কৰা কামবোৰ ৰাখিম আবৰি
কৰিম যতন তাত প্ৰাণপণে মই,
উচৰ্গিম গৌৰৱনী বুলি তোমাল'ই,
সকলোৱে গাব গীত তোমাক সুঁৱৰি ;
সকলো থাকিল, আছিছিলা যেনেক'ই
সংসাৰৰ পৰা তুমি গ'লা জেনেক'ই।

গধূলি বেলিকা য'ত তুমি ফুৰিছিলা,
য'ৰ পৰা ফুল তুলি তুমি পিন্ধিছিলা,
সকলো এতিয়া আছে তুমি মাথোঁ নাই—
য'তে ত'তে তোমাৰেই চিনকেহে পায় ;
য'তে হাত পৰিছিল তোমাৰ সাদৰি,
অনুভৱ কৰোঁ সুখ তাকে আজি ধৰি।

তোমাৰ দেহৰ গঢ় মন পাহৰোৱা,
এতিয়াও দেখোঁ যেন চকুৰ আগতে,
এতিয়াও কল্পনাৰে দেখিছো তোমাক
যথাৰ্থতে তুমি কিন্তু নাই জগততে।
সকলো থাকিব তুমি যাবা অকল'ই,
নহয় সম্ভৱ এনে, আহাঁ কাষল'ই।

আছা তুমি, যোৱা নাই কল'কো, ইয়াতে,
কৰিছা প্ৰমাণ মাথো মোৰ মৰমৰ,
নেলাগে ইমান তুমি কৰিব যতন
মেলি দিওঁ হিয়াখনি চোৱাঁ সাদৰৰ ;
হঠাতে মূৰত দেখোঁ তপত লাগিল,—
তুমি নাই কথাষাৰি হিয়াত বাজিল।

আকাশৰ চন্দ্ৰমাত তোমাৰ লোচন
পৰিছিল সিও আজি আছে একেদৰে,
মোৰো তাতে চকুযুৰি পৰিছে এতিয়া
মিলিছে নয়ন মোৰো এতেকে তোমাৰে ;
জীয়াই থাকোঁতে তুমি শোভিছিলা য'ত,
তোমাৰ বিহনে আজি আছো মই ত'ত।

আগৰ দৰেই আছে গোটেই সংসাৰ
হাঁহি-মাতি কথা ক'ই নাই দুখ-শোক,
ভৰি আছে ফলে ফুলে সমস্ত জগত,
হেৰুৱালো হৃদয়ৰ ফুলটি,—তোমাক।

গ'লা তুমি, গ'লা গুচি নেভাবিলা মোৰ
তুমি অবিহনে শোক নপৰিব ওৰ।

জীৱ জন্তু সকলোৱে চৰিছে ৰঙত,
মানুহে কৰিছে নিজ কাম আলোচনা,
চৰায়ে গাইছে গীত ফুলনিত পৰি,
কুলিয়ে টানিছে ৰাগ পঞ্চ-স্বৰ ধৰি ;
ময়েনে তোমাৰ মুঠে অভাব বুজিম—
ময়েনে কেৱলে শোক তোমাৰ ভুগিম ?

যেতিয়া বসন্ত দেৱী আপুনি লুকাব,
গছৰ গোলাপ ফুল গছতে শুকাব,
বিলত পদুম ফুলি তাতে মাৰ যাব,
চৰায়ে সঙ্গীত এৰি নিতাল মাৰিব,
তেতিয়াহে তোমাল'ই পাহৰিম মই
তেহে মোৰ ভাঁৰগছি গাতে পাব লয়।

শুশুনিম, শেহ নিশা ফেঁচাৰ কুৰুলি,
শুভদিন উৎসৱত পবিত্ৰ উৰুলি ;
নপৰিব জুৰ লগা চন্দ্ৰৰ কিৰণ,
নব'ব সন্ধিয়া আৰু মলয় পৱন ;
মাৰ গ'ল সিসকল তোমাৰ লগত,
এতেকে নেপাম আৰু এই জগতত।

ওপৰত নক্ষত্ৰৰ চকু-পিৰিকনি,
তলত আকৃতি তাৰ জোনাকী পৰুৱা
সকলোৱে পোহৰাব কৃষ্ণপক্ষ নিশা,
বন্তিয়ে পোহৰ দিব আন্ধাৰ ঘৰুৱা ;
মোৰ কিন্তু অন্তৰত চিৰ নিশা হ'ল,
কৃষ্ণপক্ষ নিশা দুয়ো চিৰকাল ৰ'ল।

আগেয়ে যাওঁতে যদি কিবা এটি শুনো,
তুমি আহিছানে বুলি ঘূৰি-পকি চাওঁ,—
এতিয়াও শুনো যদি ক'ৰবাত মই
খন্তেক আগৰ কাল ঘূৰুৱাই পাওঁ ;
যেতিয়া বিৰহ-দুখ পৰিব মনত
দুগুণে বেজাৰ জ্বলি উঠে অন্তৰত।

নাই মোৰ জীৱনত একো কাম নাই.
অৰাজক হিয়া মোৰ নথকাত ৰাণী ;
পুৱা উঠি সন্ধ্যা বেলা তুমি অস্ত গ'লা
নিয়ৰ স্বৰূপে মই টোকোঁ চকুপানী ;
কান্দি কান্দি নিশা ভোগোঁ অশেষ দুখেৰে,
পিচ দিনা স্বৰগত মিলিম তোমাৰে।

নিষ্ফল জীৱন মোৰ, নকৰোঁ বিনাশ,
সন্ন্যাসী স্বৰূপে গাম তোমাৰ কীৰ্তন,
নগৰে নগৰে গাম বীণাৰ সুৰত,
প্ৰকাশিম পুণ্যময় প্ৰেমৰ জীৱন,
ততোক'ই, প্ৰকাশিম তোমাৰ মহিমা,
তোমাৰ নামেৰে গীত ৰচিম অসীমা।

## বিদায়

ব'ই যোৱা, গ'ই থাকা, চেঁচা পানীধাৰি,
সাগৰত কৰ দিয়া গ'ই,
তোমাৰ পাৰত মোৰ নপৰিব ভৰি
কেতিয়াও চিৰকালল'ই।

লাহে লাহে ৰ'ই যোৱা পথাৰে-সমাৰে
জান গুচি হোৱাগ'ই নই,
সুফুৰো তোমাৰ আহি এই পাৰে পাৰে
কেতিয়াও চিৰকালল'ই।

নল গজি হুমুনিয়া' ইয়াতে পেলাব,
বিৰিণা কঁপিব ৰ'ই ৰ'ই,
ভোমোৰায়ো আহি নানা গীত-মাত গাব
পাৰেমানে চিৰকালল'ই।

হেজাৰ সূৰুয ব'ব তোমাৰ দেহত,
নাচিবও হেজাৰ চন্দ্ৰই,
নপৰিব ভৰি মোৰ তোমাৰ পাৰত
কেতিয়াও চিৰকালল'ই।

# কবিতা

মানুহৰ চিন্তা আৰু কল্পনা গছত
ফুলা তুমি এপাহি গোলাপ,
ৰঙো আছে, গোন্ধ আছে, তিতা নিয়ৰত,
পৰা জঁয় যদি পোৱা তাপ।

চুহিলে তোমাতো পায় সেই একেদৰে
ফুলৰ সোৱাদ লগা মন্ট;
সুখ, শান্তি, ভুঁইকঁপ, ধুমুহা, তাপেৰে,
হিয়াৰ মাজত তোলা চণ্ড।

হৃদয়ৰ অন্তৰৰ সকু তাঁৰগছি
কথমপি তুমিহে লৰোৱা,
ফেঁকুৰি, নেমাতি একো, চকুপানী মচি
হৃদয়ৰ আবেগ বুজোৱা।

বহু আঁতৰত থকা তৰাটিৰ দৰে
সৰু বুলি জলন্ত পোহৰ,
দীঘল বুৰঞ্জী এটি কোৱা তাৰে দৰে
ক্ষুদ্ৰকায় কথাৰ সাগৰ।

মানুহৰ শকতিৰ তুমি ওখ ঠাই,
হিয়া-মন জুৰায় তোমাত
দুখ এৰি, খঙ্ এৰি কেঁচুৱা ল'ৰাই
শোৱে যেনে মাকৰ কোলাত।

নেদেখা নুশুনা কোনো দেশ-বিদেশত
কিনো হয় তুমিয়েহে কোৱা;
কোনে ক'ত কিনো ভাবে মনৰ মাজত
জগতক তুমিহে জনোৱা।

সহিব নোৱৰা ক'ব নোৱৰা ভাবৰ
তুমি এটি সৰু হমুনিয়া,
শুনিলে হিয়াত লগা কোমল বাঁহীৰ
বতাহত মাত দীঘলীয়া।

মানুহৰ তুমি এটি পুৰণি সাহোন
প্ৰথমেই জনম তোমাৰ;
আছিলে, আছেও সেই মনমোহা গুণ
আজিল'কো তোমাৰ পূজাৰ।

# জগন্নাথ বৰুৱা

অনন্তত্ গ'লা লীন লীলা পৰিহৰি
আসামৰ অমূল্য ৰতন ;
স্বদেশ উন্নতি ৰূপ মহাব্ৰত ধৰি
কৰিছিলা অশেষ যতন।

অশোক অষ্টমী দিনা গঙ্গাৰ পাৰত
ইহলীলা সমাপন কৰি,
আমাক শোকত থ'ই নিজে অশোকত—
গুচি গ'লা দিব্যৰূপ ধৰি।

নেভাবিলা বজ্ৰাঘাত মৰণ-বাতৰি—
পৰিলেহি আমাৰ মূৰত,
শোকে দুখে জীৱনৰ গতি-বিধি এৰি
ধৈৰ্য্য আৰু নৰ'ব মনত।

আছিলা চানেকি ৰূপ তুমি সকলোৰে,
আৰু তুমি জগতত নাই,
বিপদত চাপি গলে গুৰলা মাজেৰে
কোনে আৰু ধৰিব চপাই।

দেখুৱালা মহত্বৰ আদৰ্শ প্ৰমাণ,
দেখুৱালা শিক্ষাৰ প্ৰভাব,
দেখুৱালা একেলগে বিদ্যা, বুদ্ধি, জ্ঞান,
দেখুৱালা নিৰ্মল স্বভাৱ।

দেখুৱালা শঙ্কা নাই কেনি বিপদৰ,
লক্ষ্য ঠাই দেখুৱাই দিলা,—
এয়েহে বেজাৰ মাথোঁ বহুত কামৰ
শেষ ফল চাব নোৱাৰিলা।

জনম প্ৰতিভা লই,—গোটেই আসাম
চলিছিলে তোমাৰ কথাত,
শুনিছিলো য'তে ততে তোমাৰেহে নাম,
সকলোৰে নিৰ্ভৰ তোমাত।

ইমান দিনৰ দুখ, সংসাৰ-নিকাৰ,
পোৱা কষ্ট দেশৰ কামত,
সকলো পাহৰি দেৱ, চিৰ-সাধনাৰ
শান্তি লাভ কৰা স্বৰগত।

দেৱৰ মৰম পাই মৰণ পাহৰি
থাকা গ'ই স্বৰ্গীয় সুখত,
কেতিয়াবা ক'ৰবাত লভিলে আজৰি
সুঁৱৰিবা আমাক মনত।

আকউ জনম লভি আমাৰ মাজত
শীৰ্ষস্থান কৰি অধিকাৰ
চলাবা আসাম দেশ, আমি মৰমত
ভক্তি দিম দুখীয়া হিয়াৰ।

মাননীয়

শ্ৰীযুক্ত ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰ

মহোদয়ৰ

শ্ৰীকৰকমলেষু

# মৰণ

মৰিলে নেযাওঁ আমি পৃথিৱীৰ পৰা,
থাকোঁ আমি ইয়াতে লুকাই,
আজি কোৱা কথাষাৰি বায়ুৰ লগত
ঢৌ খেলি থাকিব সদায়।

মই জোৰা ঠাইখনি বায়ু-সাগৰত
মৰিলেও পূৰণ থাকিব,
যিহকে কৰক মোক,—ৰূপান্তৰ কৰি
একোকে কৰিব নোৱাৰিব।

অজৰ-অমৰ মই আছোঁ চিৰকাল,
আছিলোঁও আগৰ পৰায়,
নহওঁ নতুন একো, নেযাওঁ কলৈকো,
ইয়াতেই থাকিম সদায়।

কেতিয়াবা ভাব মোৰ লুকাব মনৰ,
মাতষাৰি হেৰাব মুখৰ,
নেথাকিব একো ভেদ আপোন-পৰৰ,
স্নেহ ভাব নৰ'ব মনৰ।

কিন্তু মোৰ দেহ হ'লে সদায় থাকিব,
আনপিনে কলৈকো নেযায় ;
হ'ব পাৰে ৰূপান্তৰ চকুৰে নেদেখা
সেইবুলি ক'তো নেহেৰায়।

## মৰাৰ পিচত

মৰিলে পামনে দেখা তৰা আকাশৰ,
শস্যেৰে শোভিত বসুন্ধৰা,
বিস্তৃত জগতখনি আকাশে আবৰা,
কেউপিনে আনন্দেৰে ভৰা ?

পৃথিৱীৰ গাত গজা কোমল বনত
পৰি থকা কোমল নিয়ৰ,
মৰিলে পামনে দেখা বায়ুৰ মাজত
গহীন চলন ডাৱৰৰ ?

কাণেৰে শুনিম জানো প্ৰকৃতিত বজা
শান্তিময় মোহিনী সংগীত,
তলত জিলীয়ে গোৱা মধুৰ মাতেৰে
বিভুৰ যশস্যা পৃথিৱীত ?

মৰিলে কাণত যদি একোকে নেবাজে,
একো ছাঁয়া নপৰে চকুতো
হৃদয়ৰ ভাব তাপ সিও যদি যায়,
সুখ তেন্তে নাই মৰণতো।

## মৰম-পাশ

মৰিব লাগিব যদি অৱশ্যে মৰিম,
নোৱাৰোঁ এৰাব তাৰ হাত,
অন্ত হ'ব সিমানতে পৃথিৱীৰ সুখ,
একো মোৰ দুখ নাই তাত,
নাই ভৰা মোৰ এই কোমল শৰীৰ
লয় পাব পৃথিৱীৰ গাত।

মৰাৰ পিচতো মোৰ মনত থাকিব,
ফলে ফুলে ভৰা ধৰাখন,
পুৱা উঠি নেদেখিম সূৰ্য্যৰ পোহৰ
চকুযুৰি জাপ গ'লে গ'ই,
গাই থকা আকাশত দেৱতাৰ গীত
নোসোমাব মোৰ কাণলৈ'ই।

নেজানো আছেনে নাই আৰু ক'ৰবাত
দ্বিতীয় জনম কিবা এটি,—
য'ত গ'ই লগ পাম সুখতো দুখতো
ভাল পোৱা মোৰ সকলোটি;
ভাল পাওঁ মই কাকো, কোনোৱে আকউ
ধৰি আছে মোকেহে সাৰটি।

দুয়োদলে দুখ পাম এৰাএৰি হ'লে,
কিজানিবা ইয়াৰ পিচত
আৰু ক'তো দেখাদেখি হওঁনে নহওঁ
ভাবি চাব নোৱাৰো মনত;
কেনেকৈ যমে মোক লৈ যাব পাৰে
আছো মই মৰম-পাশত।

## স্নেহ

শাস্ত্ৰই শিকায় বোলে গাইগোটা আমি,
স্নেহ মাথো ৰচনা মায়াৰ,
পুত্ৰ-পৰিয়াল মিছা, মিছাৰ কল্পনা,
আতৰিলে কোন হ'ব কাৰ?

এই কথা সঁচা বুলি মানিব নোৱাৰি,
স্নেহ এটি স্বৰ্গৰ সাঙোৰ,
হেজাৰ ৰাওত তুমি ৰূপ ভ্ৰম বোলা
থাকিবই স্নেহৰ আঁজোৰ।

পৃথিৱীৰ আদিতেই স্নেহৰ জনম,
মৃত্যু তাৰ নাই পৃথিৱীত;
মাটি-দেহ মাটি হ'ব, স্নেহৰ বান্ধনি
লয় হ'লে নেযাব মাটিত।

# কোনোবাটি ঢুকাব লাগিব

দুয়োটিৰ কোনোবাটি ঢুকাব লাগিলে
আগবঢ়া মোৰে যেন হয়,
থাকিবা ৰঙেৰে তুমি সদায় থকাদি
প্ৰফুল্ল বদন যেন ৰয়।
সাহেৰে থাকিবা তুমি নিৰ্ভয় মনেৰে,
নাম গাই ল'ৰাক শুনাবা,
নহ'লে অকলশৰে আপোনাআপুনি
মই ৰচা গীতকিটি গাবা।

# ৰাখিবা মনত

ৰাখিবা মনত মোক যদিও আঁতৰি যাওঁ—,
সিপুৰীত গৈ মই নতুন জগত পাওঁ,
নোৱাৰা শৰীৰ মোৰ তোমাৰ হাতেৰে চুব,
যাওঁ বুলি ঘূৰি আহি নোৱাৰাহি দেখা দিব।

ৰাখিবা মনত মোক যদিও নোৱাৰা ক'ব—
কেতিয়ানো ছুয়োটিৰ পুনু দেখাদেখি হ'ব.
খন্তেক পাহৰি যদি আকউ মনত পৰে।
নিদিবা ডুবিব মন কেতিয়াও বেজাৰেৰে ।

মোৰ দোষ বেয়া গুণ মনত পৰিলে আহি
মোৰ কথা মনলৈ সোমাবও নিদিবাহি ;
নধৰিবা দোষ মোৰ সকলো পাহৰি যাবা,
বেজাৰ নকৰি আৰু আনন্দত মন দিবা ।

# প্ৰবোধ

নেকান্দিবা হুমুনিয়া নেপেলাবা তুমি,
যোৱা কথা হৈ গ'ল আৰু,
ছিডি অনা ফুলা ফুল আকউ ফুলাব
কোনোবাই পাৰে জানো বাৰু ?

কপালৰ গুপ্ত ৰেখা কোনেও নেজানে,
নাই পোৱা ভেদ তাৰ মানুহৰ জ্ঞানে।

উৰা সুখ উৰি গুচি খন্তেকতে যায়,
ছুখ কিয় সদায় থাকিব ?
তাকৰীয়া সুখ,—যেন সপোনত পায়,
ছুখে কিন্তু বেগেতে নেৰিব ।

## কিজানিবা মই দুখ পাওঁ

মৰিলে চিতাত মোক ভাল কৰি নিবা
কাঠ-কুঠ নিদিবাঁ ভৰাই,
তাকৰ তাকৰক'ই খৰি জাপি দিবা
কিজানিবা মই দুখ পাওঁ।

পিন্ধিব নোৱৰা মোৰ কাছুটি পিন্ধাবা,
গা দিবা পানীৰে ধুৱাই
ককালৰ খোচোনাটি ঢিলা কৰি থ'বা
কিজানিবা মই দুখ পাওঁ।

জুইকুৰা লাহে লাহে চিতাত লগাবা
একেবাৰে নিদিবা জ্বলাই,
গাৰ চিন থাকেমানে মোক মুখুচিবা
কিজানিবা মই দুখ পাওঁ।

খৰি দিবা মোক তুমি নইৰ বালিত
কেৱে যেন চিনকে নেপায়,
হাঁহিলে কোনোৱে মোৰ মৰিশালনিত
কিজানিবা মই দুখ পাওঁ।

## সঙ্গীহীন

আছিল সজাত দুটি ধুনীয়া চৰাই,
য'তে ত'তে জোৰ পাতি ফুৰে,
ইটি যোৱা বাটে বাটে সিটি উৰি যায়,
কাৰো লগ কোনোটিয়ে নেৰে।

এটিয়ে যেতিয়া কণ জিব উলাহেৰে
সিটিয়ে ৰঙেৰে থাকে চাই,
দুয়োটিয়ে মিলিজুলি চোতালত পৰা
খুদকণ খুটি খুটি খায়।

কোনোটিক হাত মেলি ধৰিব খুজিলে
লৰ মাৰি আঁতৰে তেতিয়া,
ইটিয়েও উৰা মাৰি তাৰ লগ লয়
নেৰি তাক অকলশৰীয়া।

এদিন জাৰৰ নিশা সজাত থাকোঁতে
তাৰে এটি ঠেৰেঙা লাগিল,
ৰাতিপুৱা নহা দেখি মানুহে চালত
দেখে তাৰ জীৱ আঁতৰিল।

ইটিও আছিল তাৰ ওচৰতে ব'হি
হাত দিলে খোঁট মাৰি দিয়ে,
সজা এৰি সেইদিনা বাহিৰ নোলাল,
টোপ দিলে মুখত নিদিয়ে।

## প্ৰশ্ন

হাঁহি থকা মুখখনি আৰু নেদেখিলোঁ
মাৰ গ'ল সাৰ পাওঁতেই,
চাত্ কৰে আঁতৰিল—ভাৱনাৰ মুখা
ভাগি গ'ল চাই থাকোঁতেই।

সাধ পাই হেৰুৱালোঁ স্বপ্নৰ ছবিটি
সাৰ পোৱা অতি নিদাৰুণ;

অনিশ্চিত এৰি তেও নিশ্চিতকে পালোঁ,
মানি ললোঁ সেয়ে এটি গুণ।

মৰণ তুমিও জানো অনিশ্চিত এৰি
দিবা কিবা নিশ্চিত জীৱন ?
বুজিব নোৱাৰি এই প্ৰশ্নৰ উত্তৰ
খুতুৰনি লাগে মোৰ মন।

## সংশয়

জানো যদি আতমাৰ অনন্ত জীৱন
মৰণেও নোৱাৰে ঢুকাব,
কিয় ভয় লাগে তেন্তে মৰণৰ বাবে
খোজো আমি মৰণ এৰাব ?

নিৰ্ভয় চিতেৰে কোনে পাৰে পৃথিৱীত
মৰণৰ ওচৰ চাপিব,
সাধুৰ কাহিনী মাথো কল্পনাৰ কথা,
কোনে তাক নিজে আচৰিব ?

সকলো ধৰ্মই নিতে শিকাব লাগিছে
মৰণৰ ভয় এৰাকেহে ;
কিন্তু ক'তা, তাৰ একো ফল ধৰা নাই
ভয় কৰে আটায়ে তাকেহে।

হেজাৰ মুখেৰে কওঁ,—মনৰ মাজত
সদাই সংশয় লাগি আছে,—
কি হয় নেজানো ঠিক এই আতমাৰ
জীৱনৰ মৰণৰ পাছে।

কোনো এটি ভাবে নাই থকা পৃথিৱীত
চিৰকাল থিতাপি লগাই,
স্বাধীন চিন্তাৰ সোঁত সদায় বলিছে
ভেটা দিয়ে এনে কোনো নাই।

## বিশ্বৰ নিয়ম

পুৱাৰ পোহৰে সাৰটি ধৰিব
গোটেই জগতখনি,
বিলৰ পদুম বিলতে ফুলিব
খেন আপোনাৰ গণি,
পৃথিৱীৰ গতি অটুট থাকিব
অলপো নহ'ব লৰ,
তৰাবো গহীন মুগুচিব গুণ
যদিও নেথাকে নৰ।

দিয়া নাই বল মানুহে অলপো
ধৰাধৰ নিজে বলী,
থাকে বা নেথাকে পৃথিৱীত জীৱ
পৃথিৱী থাকিব চলি,
চন্দ্ৰৰ পোহৰে আগবাঢ়ি আহি
চুমিব গছৰ আগ,
দেখা বা নেদেখা ৰাঙলী ৰ'দেৰে
পৰ্ব্বতে মাৰিব পাগ।

বিশ্বৰ সৌন্দৰ্য্য সদায় থাকিব
তুমিহে কেনিবা যাবা,
বিশ্বৰ নিয়ম আছে একেদৰে
ভাঙিলেই গম পাবা ;

তুমি নেথাকিলে প্ৰকৃতি দেৱীৰ
একোকে নহ'ব হানি,—
তুমিহে নেলাগে নেথাকে যদিও
এটিও ধৰাত প্ৰাণী।

## উন্নতি

থাকিবনে চকু মোৰ সদায় জপোৰা?
নিশ্চয় এদিন দেখা পাম;
টোপনি ভাগিলে মোৰ সাৰ পাই উঠি
এই চকুৰেই মই চাম।

যেয়ে বা কৰক কাম, তাৰ অংশ মোৰ
কোনেও নোৱাৰে হেকৱাব,
লোকৰ জ্ঞানেৰে মই নিজ পোহৰাম,
পাপে মোক চুব নোৱাৰিব।

গতি মোৰ আগপিনে কাতি-কুতা নাই,
হোঁহোঁকাব নোৱাৰে কোনেও,
হয়তো অইনবোৰ আগবাঢ়ি যাব,—
যাম,—মোক লগ এৰিলেও।

যাওঁতে লাগিব পাৰে বহুদিন ৰ'ব
বাটকৰা বহুত ঘৰত,
পাম গ'ই সেই ঠাই পলম হ'লেও
অৱশ্যে কোনোবা এদিনত।

# নোৱাৰা বুজিব

আছে পৃথিৱীত বহুত জীৱ
কোমল গঠন অতি,
আমাৰ শক্তিৰে নোৱাৰোঁ ধৰিব,
আমিও নেবাবোঁ গতি।

আছে পৃথিৱীত বহুত জীৱ
আমিও নেলাগোঁ গাত,
একোৰে আমাক নোৱাৰে মনিব,
নেভেটে আমাৰ বাট।

গ্ৰহ-নক্ষত্ৰয়ো আজুৰি আছে,
ৰাখিছে আমাক টানি,
নেজানো আমাৰ কিমান দিনত
ক'তনো লাগিব থানি।

নিজৰ দৰ্শন পঢ়িবা নিজে
লোকক ভুলোৱা কিয়?
নিজৰ চাওত নিজে থিয় হোৱা
পৰক নকৰা থিয়।

সজাই-পৰাই শিকোঁতে লোকে
যিহকে-তিহকে শিকে,
ভাবৰ কোবত অস্তিত্ব নথকা
কিবাকিবি এটা দেখে।

বিচাৰি ফুৰাই যিহকে পায়
তাকেই শাৰটি ধৰে,
পালে ছলোঁতাই সবল মনক
ভেতিয়াই ছল কৰে।

যিজনে তোমাক নিদিয়ে দেখা
নোৱাৰা ধৰিব তত,
যিজনে নিজক বুজিব নিদিয়ে
মিছা দুখ যতনত

বুজিব পাৰিছা আৰু কিবা আছে
তাকেই মানিবা সাৰ,
নিজৰ শকতি ডাঙৰ ভাবিও
বাহিৰে নোপোৱা পাৰ।

য'ত আছে তেওঁ তাতেই থ'ক
নেলাগে বিচাৰি যাব,
পাবহি যেতিয়া উচিত সময়
পোৱা লোকে লাগি পাব।

## পৰিচয়

কোন তুমি, ক'ত ঘৰ কিহৰ·কাৰণে
যোগ দিছা সংসাৰ-যুজত
আৰ্য্য মই, লুপ্তপ্ৰায় জীৱনৰ বাবে
যত্নবান এই জগতত।

নহ'ল তোমাৰ কথা ; আকৌ এবাৰ
ভাবি চাই দিয়াঁ সমিধান ;—
প্ৰাচীন এচিয়াবাসী কৰ্মৰ কাৰণে
সঁপি দিছোঁ মোৰ মন-প্ৰাণ।

তোমাৰ উত্তৰ মোৰ মনে নধৰিলে,
ভাল কথা কোৱাঁ তাতোকৈ ;—
মানুহ জগতবাসী ধৰ্মৰ উদ্দেশে
পৃথিৱীত ভাও দিছোঁ মই।

সিটিও তোমাৰ কথা ঠেক অন্তৰৰ,
দিয়া মোক যোগ্য সমাচাৰ ;—
পৃথিৱীৰ জীৱ মই মোক্ষৰ কাৰণে
বিচাৰিছোঁ লগ কাৰো'ব্যাৰ।

অলপ ওচৰ হ'ল, আক চাপি গ'ই
দিয়া মোক ঠিক পৰিচয় ;—
তেৱেঁ মই তেৱেঁ মই—পৰম আত্মা—
দুদিন ইয়াতে আছোঁ ৰ'ই।

অলপ বুজিছাঁ তুমি, নিজক চিনিছা,
আৰু আছে বহু জানিবৰ ;—
এইটি দেহেৰে আক একোকে নুবুজোঁ
পিচেহে বুজিম বুজিবৰ।

## সম্বল

যেয়ে বা নহওঁ মই, এটি কথা সোধোঁ—
পৃথিৱীৰ জ্ঞান ঠিক হয়নে নহয় ?
যদি মিছা,—তেন্তে এই বিভুৰ কল্পনা
সিও মিছা, কোনে তাক সাৰ বুলি কয় ?

মৰাৰ পিচত মোৰ যাবনে লগত
আহৰণ কৰা জ্ঞান এই জগতত,
নাইবা সকলো জ্ঞান পৃথিৱীত ঘটা
চুৰা বুলি এৰি যাম, নিনিওঁ লগত ?

আনিছিলোঁ জানো আমি আহোঁতে লগত
কিবা জ্ঞান অৰ্জা আমি কোনোবা কালত

সকলো ঘটিলোঁ আমি এই জগততে
তেন্তে কিয় লৈ যাম লগত মৰোঁতে ?

পাপ-পুণ্য কেনে তাক নোৱাৰি বুজিব,
বুজিলেও তাৰ ভোগ এই পৃথিৱীতে ;
লগত নেযায় একো ইয়াতে থাকিব,
নানিছিলোঁ পাপ-পুণ্য সমূলি আদিতে।

কৰিছোঁ নিজক মই নিজে অনুভৱ,
পাৰিছোঁও আছোঁ বুলি মনত মানিব ;
এই দুয়োটাও যদি ইয়াতেই থাকে
তেনেহ'লে নিবলৈ একো নেথাকিব।

ক'ব পাৰা মন আৰু বুদ্ধি উপজিল ?
ক'ৰ পৰা,—এয়ে মোৰ আগৰ সম্বল ;
মন-বুদ্ধি সকলোৰে সমান নহয়,—
বিকাশৰ অনুযায়ী অনুৰূপ বল।

হ'ব পাৰে এনেকুৱা,—পৃথিৱীত পৰি
মন বুদ্ধি দুয়োটাৰ কণ মৰি যাব,—
বেয়া মাটি, বেয়া সাৰ, বেয়া খেতিয়ক,
তিনিও কৰিব বেয়া, গজালি নোলাব।

খেতিৰ যিথিনি গঁচ একেদৰে থাকে,
যোৱাৰ কালতো ঠিক এনেদৰে যাব ;
পৃথিৱীত তাৰে এটা খেতি কৰিছিলোঁ
সেই বুলি তেজ জানো দুগুণ বাঢ়িব ?

বাঢ়িলেও, যি দেশত আমি পৰোঁগৈ
তাত হ'লে হাবিয়নি ভাঙিব লাগিব ;
নিৰুপায় তাৰ একো উপায় নোলায়,
ইয়াত নোৱাৰি তাৰ মীমাংসা কৰিব।

জীৱনৰ আদিতেই কিছুকাল মই
আছিলোঁনে টোপনিত ভুৰ্‌ভং নাই,
সেইদৰে কিজানিবা মৰাৰ পিচতো
থাকোঁ কিছুকাল একো চেতন নেপাই !

মৰিলেই মিলোঁ যদি অনন্ত জ্ঞানত,
নাই য'ত একোকে নতুন শিকিবৰ,—
পৃথিৱীত দুখ কৰা একো কাম নাই,
কাম নাই সঠিক-বিঠিক বাছিবৰ ।

# পুতলা

পুতলাৰ দৰা কন্যা আইটীৰ খেলা,
পুঁতলাৰে ধেমালি সদায়,
আথৰা কৰিছে মাধোঁ নিজ জীৱনৰ
ভাৱনায়ো পাবহি বেগাই ।

সংসাৰ গোটেইখনি পুতলাৰ খেল,
কোনোবাই ধেমালি কৰিছে ;
আমিও খেলাৰ বস্তু, নেদেখাজনাই
ধেমালিতে আমাক সাজিছে ।

হাঁহি উঠে দেখি মোৰ পুতলাৰ লীলা,
পুতলাই পুতলা সাজিছে,
পুতলাই পুতলাকে বেচিছে কিনিছে,
পুতলায়ে ৰঙত নাচিছে ।

# প্ৰতিধ্বনি

পালেহি জাহাজে আহি গুৱাহাটী ঘাট,
বজাই ৰঙৰ শিঙা অহাৰ বুজনি,
মাৰ গ'লে শিঙা-মাত উঠে প্ৰতিধ্বনি
কেউপিনে বেৰি থকা পৰ্বতৰ গাত।

গ'ই থাকে প্ৰতিধ্বনি পৰ্বতে পৰ্বতে
জাহাজৰ শিঙা আৰু নেবাজে যদিও;
ভাবি চালে পৰ্বতৰ নিচিনা আমিও,
কাৰোবাৰ প্ৰতিধ্বনি আমাৰ দেহতে।

পৰ্বতত গীতে নিজে জনম নলয়,
লোকে গোৱা গানটিকে গুণ্ গুণ্ গায়;
ক'ৰবাৰ পৰা পোৱা জ্ঞান মিহলাই
আমিও নিজৰ বুলি দিওঁ পৰিচয়।

যেনে শুনে তেনে দৰে পৰ্বতে বজায়,
আমি হ'লে মিহলাওঁ নিজৰ ভাবেৰে;
—ভাঙি-ছিঙি চালে হ'লে পাবা একেদৰে
নিমিহলে যিমানে মানুহে মিহলায়।

ওপৰ্জোতে পৰ্বতৰ দৰে একো নাই,
শিকিলোঁ লোকৰ কথা নিজে বয়সত;
জাহাজে সজাগ কৰা মৰা পৰ্বতত;
বজাৰ নিচিনা শিঙা আহিছোঁ বজাই।

যথাৰ্থতে যিবা আমি হওঁ বা নহওঁ,
জীৱটিও প্ৰতিধ্বনি এটি পৃথিৱীত,
সজাগ সকলো গুণ পুৰুষ-ঈপ্সিত
প্ৰকৃতিত তেনে গুণ বিচাৰি নেপাওঁ।

# বিশ্ব-ভাৱনা

আমি নাচিব লাগিছোঁ গোটেই জীৱন
কাৰ সুৰত নেজানো ;
আমি গাবই লাগিছোঁ গোটেই জীৱন
কাৰ গান নেজানো।

আমি মাটিৰ পুতলা নাচিব লাগিছোঁ
কোনে নচায় নেদেখোঁ,
আমি কাৰোবাৰ বাঁহী বাজিব লাগিছোঁ
কোনে বজায় নেদেখোঁ।

আমি কাৰোবাৰ গুণ গাবই লাগিছোঁ
নিজকে নিজে পাহৰি ;
আমি কাৰোবাৰ কাম কৰিব লাগিছোঁ
অলপো নাই আহৰি।

আমি ভাও লৈ লৈ বিশ্বৰ ভাৱনা
সদায় পাতিব লাগিছোঁ ;
আমি ঠিক ভাৱৰীয়া হাঁহি-কান্দি-নাচি
নিজ ভাও দিব জানিছোঁ।

# অমিল

আহিছোঁ সকলো আমি স্বৰ্গ-বাস এৰি,
বয়সৰ লগে লগে আহিছোঁ আঁতৰি,
ল'ৰা অৱস্থাত থাকে ছিন্না স্বৰগৰ
সেইবাবে সৰলতা নেযায় মনৰ।

জোনৰ জেউতি দেখি বৰ ভাল পায়,
য'তে চকু পৰে তাকে হেঁপাহেৰে চায়,
ওপৰেদি উৰি যোৱা চৰাই জাকত
চাই থাকে ভোল গ'ই নিজৰ ভাবত।

সকলোকে নিজ ভাবি হাঁহি দেখুৱায়,
সংসাৰৰ ভাবে ঠাই মনত নেপায়
নেজানে,—জগতখনি বাহিৰে সুখৰ
ভিতৰত নানা ৰূপ যাতনা দুখৰ।

বয়সৰ লগে লগে সংসাৰত পৰি
স্বৰগৰ সজ জ্ঞান সকলো পাহৰি
মিলি যায় পৃথিৱীৰ জীৱনী-চক্ৰত
অৰ্পি নিজ মন-প্ৰাণ মায়াৰ হাতত।

শেষত দেখিবা চিন সকলো লুকাল,
নেপায় মনত আৰু একো দেখি ভাল,
বশ কৰে সকলোকে হিংসা-অহঙ্কাৰে,
অলপো নোপোৱা মিল ল'ৰা বয়সৰে।

# নিৰ্ভৰ

ক'তনো শিকিলা তুমি এনে অহঙ্কাৰ,
কিয় খোজা উৰাও মাৰিব ?
যিমান পানীৰ মাছ সিমানতে থাকা,
নেলাগে লোকৰ খোজ ল'ব।

ভাবিছা ঈশ্বৰ ঠিক তোমাৰে নিচিনা,
পৰি আছে স্নেহৰ ভোলত,
প্ৰধান সৃজন তুমি প্ৰিয় পুত্ৰ বুলি
থিয় দিছা সবাৰো আগত!

হিংসা নাই ঈশ্বৰৰ কোনো জীৱল'ই,
সেইবাবে স্নেহো ক'তো নাই,
সকলো সমান, তুমি নোহোৱা আপোন
নাই থকা তোমাল'কে চাই।

তোমাৰ দেহতে চোৰাঁ কিমান জীৱৰ
বাস আছে লেখ-জোখ নাই;
কাৰ বা দেহত তুমি আছা সেইদৰে
কোনে তাৰ উৱাদিহ পায়?

অৰণ্যে ঈশ্বৰে চায় সমান চকুৰে
ঘাঁহ-বনভালিকো তোমাৰে;
কিয় তুমি চাঁহি-মুহি নিজক পুহিছা,
কিয় ধনী লোকৰ ধনেৰে?

জীৱন ধাৰণ মানে বলৰ বিজয়,
জীৱনৰ অন্ত দুৰ্বলীৰ;
সংসাৰৰ শাতনিতে বল যাৰ তাৰ,
আজিও সেয়েই পৃথিৱীৰ।

ঈশ্বৰে তোমাক ৰক্ষা কদাপি নকৰে
পৰা যদি বলীৰ হাতত;
নিজক ৰাখিবা তুমি নিজৰ বলেৰে,
নতু তুমি পৰিলা কালত।

সজা লোকে সাজি দিছে সকলো শঁজুলি,
দিছে বুজি তোমাৰ দেহত,
পাৰিলে চলাই থালা নহলে হটিলা,—
পৰাজয় জীৱন যুঁজত।

ভাবা যদি,—ঈশ্বৰৰ বিধানৰ মতে
চলি আছা সকলো কামত,
তেন্তে কিয় বল শক্তি সাজি নো ঈশ্বৰে
আৰি দিলে তোমাৰ দেহত?

কৰোঁতে নিজৰ কাম সজ উপায়েৰে
কৰা যদি অনিষ্ট লোকৰ,
কি কৰিবা সেইবাবে, নোৱাৰা এৰাব
বান্ধি থোৱা হাত কৰ্তব্যৰ।

নেলাগে নিজৰ তুমি গৌৰৱ বঢ়াব
ঈশ্বৰৰ প্ৰিয় পুত্ৰ বুলি,
মহা উদ্দেশ্যৰ তুমি একোকে নুবুজা,—
—নাই শক্তি বুজাব সমূলি।

## বৃন্দাবন

বৃন্দাবনে জুৰি আছে গোটেই জগত,
সকলো মানুহে তাত কৰিছে বিহাৰ;
সকলো গোপিনী তাত কৃষ্ণৰ আশ্ৰিত,
এজন পুৰুষ মাথো কৃষ্ণ অৱতাৰ।
কামাতুৰ সকলোটি প্ৰেমত মজিছে,
পাৰ্থিৱ বসন আজি কৃষ্ণই হৰিছে,
পাপৰ জীৱন থোজে লুকাব লাজত,
তেতিয়াই ধৰা পৰে কৃষ্ণৰ আগত।
কৃষ্ণক পাহৰি যদি ভজে কাৰোবাক
কৃষ্ণই তেতিয়া দিয়ে বাঁহীটি বজাই,
তত্তালিকে কৰা কাম কৰাতেই এৰি
লৰি আহি লগ ধৰি তাতে ভোল যায়।
সেইটি বাঁহীকে শুনি জগতে নাচিছে,
সূৰ্যাই চন্দ্ৰই দুয়ো পোহৰ ঢালিছে,
এইখনি বৃন্দাবন সুৰম্য কানন,
আন নাই তাত মাথোঁ আছে গোপীগণ।

# মন্দিৰ

নামঘৰ বুলি বহুত মানুহে
সাজিছে বহুত ঘৰ,
বহুতে আকউ বুলিছে মজিদ্
ঘৰক সিবিলাকৰ ;
গিৰ্জা, সমাজ, বিবিধ নামেৰে
বিবিধ মানুহে সাজে,
সকলো সমান, সকলো ঘৰেই
অভেদ নামৰ বাজে।

গধূলি বেলিকা শাৰী শাৰী কৰি
লগাই বিবিধ চাকি,
বহিবৰ বাবে বিবিধ আসনে
পেলায় ভিতৰ ঢাকি,
জহকালি তাত বিচনীৰ বা'ত
শীতল গোটেই ঘৰ,—
পৰিচয় দিয়ে সেই ঘৰবোৰ
মন্দিৰ বিশ্বদেৱৰ।

মিছা সেই কথা,—জগত-পিতাৰ
নহয় বহুত ঘৰ,
একেটি মাথোন দেৱৰ মন্দিৰ
ঘৰ সেয়ে জগতৰ,—
চালখনি তাৰ আকাশতে আছে
ঢাকি চন্দ্ৰ, সূৰ্য্য, তৰা,
বতাহে সদায় তাপ আঁতৰায়,
ঘাঁহেৰে আসন পৰা।

## প্ৰাৰ্থনা

সকলোৰে মিলি পুৱা বা গধূলি
নেলাগে মুখেৰে গাব,
তাল খোল ল'ই নেলাগে বজাব,
নেলাগে দবা কোবাব ;

বিশ্বৰ মাজত সদায় বাজিছে
বিভুৰ প্ৰাৰ্থনা গীত,
মিলি যোৱা তুমি তাৰ লগে লগে
সমৰ্পি আপোন চিত।

দুটামানে মিলি কিয়নো বেলেগে
বিভুৰ মহিমা গোৱা,
নিজৰ ভাষাত বিভুৰ কৰুণা
কিয়নো মুখেৰে কোৱা ?

সকলোৰে গোৱা সকলোৰে বুজা
বাজিছে বিশ্বৰ গীত,
মিলি যোৱা তুমি তাৰ লগে লগে
সমৰ্পা আপোন চিত।

## ৰাজসভা

একো শিকা নাই শিকিবলগীয়া
আছে বহু কথা মোৰ ;
গোটেই জীৱন থাকিলেও শিকি
শিকাৰ নপৰে ওৰ।

ভাবি যদি চাওঁ অলপো নেদেখোঁ
হিয়াৰ চাকিত ভেল,
নিদিয়ে সোমাব, কিহেৰে পাতিম
ৰজাৰ সভাত মেল ?

যিপিনেই চাওঁ একে যেন দেখোঁ
নেজানো কেনিনো বাট,
নিচিনিলোঁ মই কোনপিনে গ'লে
ওলাম ৰাজসভাত।

বতাহত শুনো অলপ অলপ
ৰজাৰ সভাৰ বোল,
ক'ৰ পৰা আহে নোৱাৰোঁ বুজিব,—
শুবুজোঁ বিশ্বৰ বোল !

# তোমাৰ পূজা

আছিলোঁ যেতিয়া সক, লুকাই লুকাই
কৰিছিলোঁ বহু পূজা মই,
জানিছিলোঁ ঈশ্বৰক পূজা কৰা ভাল,
নাহিছিল আশা মনল'ই।

এতিয়া পূজিলে কিন্তু নোৱাৰোঁ এৰাব
কিবা এটি উদ্দেশ্যৰ হাত ;
আন একো নহ'লেও তৃপ্তি পাম বুলি
আশা মোৰ থাকেই পূজাত।

কোনটিনো পূজা প্ৰভু তুমি ভাল পোৱা
এই মোৰ দুয়োটা পূজাৰ ?

পূজিলে তোমাক আশা কৰি বা নকৰি
ভাল-বেয়া লাগেনে তোমাৰ ?

কোনোৱে কৰিছে পূজা গছৰ তলত,
তিনি-মুনি বাটত কোনোৱে,—
সেই পূজা তুমি প্ৰভু লোৱানে নোলোৱা,
পূজিবনো লাগে কেনে ভাৱে ?

প্ৰকৰণ আয়োজন কেনে হ'ব লাগে,
থাকা নেকি কোনোবা তীৰ্থত ?
ক'তনো পূজিলে তুমি হাতে হাতে লোৱা,
নোলোৱানে পূজা অইনত ?

পূজা লোৱা তুমি প্ৰভু কোন প্ৰস্তাৰত,
কেনে কেনে মানুহৰ হাতে ?
কোন ভাষা বুজা তুমি, মানুহে তোমাক
কেনেনো সম্বন্ধ ধৰি মাতে ?

কৰিলে তোমাক পূজা ভাল পোৱা জানো,
নকৰিলে জানো বেয়া পোৱা ?
যিজনে নেপায় চিনি তোমাৰ চৰণ
তাক জানো কোলাত নোলোৱা ?

## সাঁথৰ

এই কাষ্ঠা এৰিলেই পামনে তোমাক
নাই পৰা নিৰ্ণয় কৰিব,—
হয়তো বহুত খাপ উঠিলেহে আৰু
লগ মই পাৰিম ধৰিব।

যিটি বাট থাপ থাপ তাৰ ঠিক নাই,
পাৰে ভৰি পিছিলি আহিব ;
উঠা বাট কেবাবাৰো হয়তো লাগিব
ঘূৰি ঘূৰি আকউ উঠিব।

ভাবিছোঁ ইমান মই, শেষ ইমানতে
তোমাৰ বিৰহ বেদনাৰ,
লাগিব মনত দুখ ইয়াৰ পিচতে
লগ যদি নেপাওঁ তোমাৰ।

পাপত প্ৰবৃত্তি কিয় হয় মানুহৰ,
কিয় তুমি টিলোৱা এৰাল,
পৰীক্ষানো কৰা কিয়, নকৰিও তুমি
জানা দেখোঁ কোন কেনা ভাল ?

দেখিছোঁ নোপোৱা ভাল থিৰ মানুহক,
বলিয়াহে ঠিক লগৰীয়া ;
নহ'লে কিয়নো এনে সাঁথৰ সাজিছা
হয় য'ত মানুহ বলিয়া ?

হাঁহি আছা ওপৰত, তলত মানুহে
তোমাৰ সাঁথৰ ভঙা চাই ;
ধন্য ধন্য যিসকলে বেলেগ বেলেগ
সাঁথৰৰ অৰ্থ উলিয়ায়।

# ভিক্ষা

নেলাগে বসন্ত ধৰাত থাকিব
থাকিলে মনত মোৰ
জীৱনত মোৰ নেলাগে সম্পদ
থাকিলে মনত মোৰ ;

শক্তি যেন পাওঁ বাৰিধাত মই
বসন্তৰ ভোগোঁ সুখ,
বিপদতো পৰি লাগে যেন ভাল
নেপাওঁ এধানো দুখ।

পিন্ধো বা নিপিন্ধো পিন্ধা যেন মোৰ
সদায় মনত লাগে,
খাওঁ বা নেখাওঁ মনৰ বলতে
খাই থকা যেন লাগে;
বাহিৰত হোৱা ধুমুহা বতাহে
নকঁপায় যেন মন,
মনত সততে নিৰ্মল নিয়ৰ
হয় যেন বৰিষণ।

## বিশ্বৰাজ্য

মানুহ বুলিলে সকলো একেই
সকলো আমাৰ ভাই,
জন্তুৰ লগতো ভাই ভাব কৰা
কোনেনো দিব শিকাই?

গছ-গছনিকো মৰম কৰিব
কেতিয়া জানিম গ'ই,
বিশ্বৰ মাজত পৰ ভাব আৰু
গুচিব কাহানিক'ই?

মনৰ ভাবক ভাষাই মাথোন
বাহিৰে প্ৰকাশ কৰে,
কেতিয়া ধৰাই বহু ভাষা এৰি
চলিব একেটিৰে?

ষিটি ভাষা আমি বুজিম ঠাৰতে
নেলাগে মুখেৰে ক'ব,
গছ-গছনিৰো মনৰ ভাবটি
ঠাৰতে প্ৰকাশ হ'ব।

## পুণ্যৰাজ্য

পৃথিৱীত যদি থাকিব খুজিছাঁ
সত্যৰ আশ্ৰয় লোৱাঁ,
অসাৰ অসত্য কাতি কৰি থৈ
সত্যৰ গৰিমা গোৱাঁ।

ধৰ্মৰ বাটত ফুৰিবা-চাকিবা
খোজেপতি ৰাখি চিন,
অধৰ্মৰ ৰাজ্য বতাহৰ লাক
নেথাকে বহুত দিন।

সকলোকে তুমি সমান চকুৰে
সমান ভাবেৰে চাবা,
তেহে সকলোৰে সমান মৰম
সমান ভাবেৰে পাবা।

ক'ব লগা কথা মনত লুকাই
মুভুলাবা মিছাক'ই,
নেভাবিবা তুমি দিছে জিভাখনি
মাথোঁ ফাঁকি দিবল'ই।

সত্যক ছলনা কৰি অসত্যেৰে
নোৱাৰা ভুলাব কাকো,
তেনে কৰা যদি নিজৰ কাৰণে
সাজিবা শুভাৰ শাঁকো।

লোকে যি ক'লে তুমি ভাল পোৱা
লোককো কৰিবা সেই,
অ'ৰ কথা তুমি ত'ত নলগাবা,
সাপকো নেযাবা ডেই।

সক্ক বৰ একো প্ৰভেদ বিচাৰি
নকৰিবা কাকো ঘিণ,
সকলো প্ৰভেদ পৃথিৱীতে ৰ'ব
পৃথিৱীতে হ'ব লীন।

# জীৱ

ৰাখোঁতাই ৰাখি আছে তোমাক আমাক
বেলেগ বেলেগ ৰূপে ধৰি,
ৰাখোঁতাই ৰাখি আছে সবাকো গোটাই
সবাৰো জীৱন একে কৰি।

বহুতৰ পৰা হয় একোটি নতুন
সমভাগ মিলি সকলোৰে;
সমূহৰো একেদৰে জনম মৰণ
বঢ়া-টুটা হয় একেদৰে।

হাতেৰে নেলাগে তুমি মনেৰেই সাজা
জীৱ তাত আপুনি ওলাব,
নেপালে জীৱক গুণ নোলমে আনত,
গুণে পালে মায়া উপজাব।

যিহত বহিছা তুমি এখন্তেক কাল
তাৰে মোহ জন্মিছে তোমাৰ,
নোৱাৰা এৰাই যাব তাব মায়া-ডোল
উলটিও নেচাই এবাৰ।

## কাৰণ

তোমাৰ সুখৰ বাবে চন্দ্ৰ সূৰ্য্য তৰা
আকাশত জ্বলি আছে বুলি,—
ভাবিলে পাৰিবা তুমি ভুল-ভাৱনাত
আদি অন্ত নোপোৱা সমূলি।

ভোল যোৱা কাণ পাতি কুলিৰ মাতত
গায় বুলি তোমাৰ কাৰণে,
সি কথা নহয় ঠিক, কিয়নো কুলিয়ে
গায় তাক জনায়েহে জানে।

বতাহত ভাল লাগে যদিও তোমাৰ,
ভাল লাগে ফুলৰ গোন্ধত;
তোমাৰ কাৰণে কিন্তু বতাহ নবলে,
ভাল গোন্ধো নোপজে ফুলত।

সকলো কথাৰে তুমি কাৰণ বিচাৰি
পোৱা গ'ই নিজৰ সুখত,—
এনে কথা কেতিয়াও মনতো নানিবা
অহঙ্কাৰ তোমাৰ মনত।

## সন্দেহ

চকুৱে যে মোক ঠিক দেখুৱায়,
তাৰ বা বিশ্বাস কি?
কাণে শুনা কথা হয়নে নহয়
তাৰ নো প্ৰমাণ কি?

যিবোৰ পঢ়িছোঁ, যিবোৰ শুনিছোঁ
ভাবিছোঁ মনত মোৰ,
সঁচা বুলি মোক বুজাব বা কোনে,
গুচাব সন্দেহবোৰ!

যিটোৰ পৰা যিটো উলিয়াই
ধৰিছোঁ ধ্ৰুৱ মানি,
সঁচা নে স্বৰূপ সেই কথাবোৰ,
কিজানি আনিছোঁ টানি?

আৰু চীত দেখা নিজৰ গঠন
নহ'বও পাৰে তেনে,
নহ'বও পাৰে যাক যেনে ভাবোঁ
কোনে জানে কোন কেনে।

নিচিনিলোঁ আমি নিজকে নিজেই
নোৱাৰোঁ ধৰিব তত,
নহ'লে আমাৰ প্ৰত্যয় নিজৰ,
নিজৰ ইন্দ্ৰিয়ত।

## সত্যৰ শত্ৰু

প্ৰকৃতিয়ে নিজে কৰিছে খিয়াল
সত্যক নিদিয়ে লাই,
থকা চিন কাৰো নেথাকে একেই
বতাহে দিয়ে লবাই।

নৈয়ে দিয়ে ভাঙি, ৰবযুণ পৰি
গঢ়-গতি লৰি যায়,
আজিৰ বস্তুটো চালে কাইলৈ
আজিৰ একো নেপায়।

আজিৰ কথাৰে কালিৰ বুৰঞ্জী
'ৰচিলে হেৰাব দিক,
কালি কি আছিল আজিৰ কামেৰে
নোৱাৰা কৰিব ঠিক।

সকলোৱে মিলি সত্যৰ বাটত
পাতিছে বেহুৰ জাল,
পাৰ হৈ গৈ সত্য উলিওৱা
বহুগুণে আহুকাল।

# নিজৰ ছবি

জ্ঞানীয়ে দেখে লোকক জ্ঞানী
নিজক বেয়া বোলে।
সকৰে দেখে লোকক সৰু
নিজক ওখত তোলে।
বসুধা খনি আৰ্চী এখনি
নিজকে দেখিবা তাত,
দেখিবা যিটি লোকৰ দেহত
সিটি নিজৰ গাত।
কান্দিলে তুমি, চকুৰ লোৰে
বিশ্বয়ো ঢাকিব চকু,
হাহিলে তুমি বিশ্বখনিয়ে
ৰঙেৰে পূৰাব বুকু।
নিজৰ যেনে লোকৰ তেনে
জ্ঞান বা অজ্ঞান হ'ক,
"নিজৰ যেনে বিশ্বৰো তেনে"
দুখ বা সুখেই হ'ক।

# কাম

কৰিম কৰিব লগা
উচিত বিধান মতে,
কৰিম যিমান পাৰোঁ
শক্তিয়ে যিমানে আঁটে।
একোৰে নহওঁ বশ
নিৰপেক্ষ ভাবে মই,
কৰ্তব্য সাধোঁতে যাম
আগবাঢ়ি আগল'ই।

যিবোৰ কামৰ পৰা
দুখকেহে দেখা পাওঁ,
সিহঁতেও হিত সাধে
যদি আমি ভাবি চাওঁ।
দুবুজো আমাৰ মাজে
বলিছে কিহৰ সোঁত,
কোন আমি, কি কাৰণে
পিন্ধিছোঁ মাটিৰ মোট।

যিবোৰ কৰিছোঁ আমি
সকলো লোকৰ কাম,
যেতিয়া সমাধা হ'ব
আপুনি আঁতৰি যাম।
কামৰ বেলিকা আমি
ভেদ ভাব পাহৰিম,—
মনত খিয়াল কিবা
থাকিলেও এৰি দিম।

অইনে কৰিলে বেয়া
আমি তাত কি কৰিম?

নিজে সজ বাটে যাম
কাৰো লগ নধৰিম।
বিভুৰ আদেশ মতে
চলিছে সকলো কাম,
কাৰ সাধ্য মিহলাই
দিয়ে তাত নিজ নাম!

## অবুজন

একোকে নেভাবি নিজে লোকে কোৱা কথা
সঁচা বুলি যদি মানি লোৱা,
নেথাকে অকণো দুখ এই জীৱনত
বেমেজালি একোকে নোপোৱা।

যিমান তাকৰ হ'ক ক্ষমতা নিজৰ
নিজে ভাবি উলিয়াৰ দৰে
নেমানে একোকে মনে, সেই কাৰণেই
বাদ একো ভাবৰ নপৰে।

শক্তি নাই বুজিবৰ আৰু ভাবিবৰ,
সেইবাবে বুজিব নোৱাৰোঁ,
শক্তি নাই বুলি মনে নেমানে প্ৰবোধ,
চা' বুলি একোকে নধৰোঁ।

ইমান দুৰ্বল আমি যিটোকে ধৰিম
ফল বুলি নাইবা কাৰণ,
পিচত জানিম গ'ই ভুলহে আমাৰ
কোনোটিৰে নহয় মিলন।

কোন বাটে ভাবি-গ'লে সত্যত ওলাম
সেই বাট নিচিনিলোঁ মই,
ভাবো মানে দেখোঁ মাথো তেনেই আন্ধাৰ
জ্যোতি নাহে মোৰ চকুল'ই।

কৰিছোঁ বহুত কাম তাৰ ফলাফল
নাই পৰা একোকে বুজিব,
কিহৰ পৰানো হয় কিনো পৰিণাম
নাই পৰা ভাবি উলিয়াব।

## পপীয়া তৰা

যিমানেই ওচৰ চাপা সিমানে তোমাৰ
বাঢ়ি যায় দেহৰ জেউতি,
বিদ্যুৎ সঞ্চাৰে আহি পৰা নিলগত,—
জ্যোতি মাথো তোমাৰ আকৃতি।

সদাই দেখিছোঁ মই বহু নিলগত,—
মানুহৰ নাচাপা ওচৰ,
পৃথিৱীৰ যতমান কণিকা দেহৰ
সকলোটি তোমাৰ লগৰ।

লোকে কয় তুমি হেনো স্বৰগৰ পৰা
খহি আহি পুণ্যৰ অন্তত,
কিবা পাপ থকা বাবে স্বৰগ উকলি
পোৱা ঠাই পুনু জগতত।

স্বৰ্গ এৰি আহাঁ, তুমি—য'ত বহুকাল
বঞ্চিছিলা অময়া সুখত,—
সেইবাবে বজাহত ঠেলা খোৱা যদি
জলি যোৱা আহোঁতে খণ্ডত।

সূৰ্য্যৰ লগত কিয় এনে ব্যৱহাৰ—
—থাকা তুমি সদায় দূৰত,
সতিনীৰ দৰে আহাঁ সূৰ্য্য নেথাকিলে
আঁতৰেদি নিশাৰ কালত ?

তোমাৰেই এনেকুৱা হীন দশা যদি
স্বৰ্গ এৰি পৰা মৰতত,
কত বিধ হ'ব পাৰে নৰৰ পতন
চঞ্চল নশ্বৰ জীৱনত।

## নিজৰ গুণ

আকাশৰ তৰা আকাশতে থাকে
নেনামে পৃথিৱীল'ই,
পৃথিৱীৰ ফুল পৃথিৱীতে ফুলে
নেযায় আকাশল'ই।

ৰাধাৰ ছবিটি কোমল কল্পনা
লাৱণ্য গঠন ল'ই,
বৃন্দাবন খনি সদায় নতুন
সদায় বসন্ত ল'ই।

সকলোৰে আছে একোখনি ঠাই
নানিবা আঁতৰ কৰি,
তুমিও চিনিবা তোমাৰ আসন
নেযাবা আসন এৰি।

যাৰ যিবা গুণ নাভৰাবা তাক
—যিহৰ যিহেৰে মিল।
সোঁত নেথাকিলে যেনে নৈখনি,
ভেঁট নেথাকিলে বিল।

# নিজ ঠাই

খোজে যদি আহি মনত সোমাব
  নিজৰ মহত্ত্বৰ কিবা,
ওপৰৰ পিনে মুৰ দাঙি চাবা,
  নিজলৈকো চকু দিবা।

নিজে নিজে যদি সৰু যেন দেখা
  তললৈ তুমি চাবা,
দেখিবা নিজক বহুত ডাঙৰ
  নিজ ঠাই গমি পাবা।

ধুনীয়া কুৰূপ দেখিলে নিজক
  প্ৰকৃতিত চকু থ'বা,
নিজেই বিচাৰি যথাৰ্থ আসন
  নিজে তুমি বাছি ল'বা।

নিজৰ যেতিয়া কথাত নিজেই
  ভোল যাবা ভাল শুনি,
প্ৰকৃতিৰ পিনে কাণ পাতি থাকি
  নিজক থাকিবা গুণি।

বেজাৰ আনন্দ যিহকেবা কৰা
  বেচি আছে তাতোকৈ,
বহিছা যিহত সেয়েহে আসন
  চোৱা যদি লোকলৈ।

# বিচাৰ

মানুহক বৰকৈ দায় নধৰিবা,
দোষী আমি সকলো কথাত ;
দোষ-গুণ সকলোৰে লগত ফুৰিছে,
ভৰি আছে সকলোৰে গাত।

যিটি বস্তু বগা বুলি সকলোৰে ভাৱে
ক'লা চেকা তাৰ গাতো পাবা,
ওচৰত চালে আহি ফুলৰ পাহিতো
বদ্‌গুণ বহুত দেখিবা।

তদুপৰি বৰকৈ দায় ধৰি গ'লে
লাহে লাহে যাব জঁয় পৰি,
যিমান শুভিৰ লাগে তাতোকৈ যদি
বেচি শুভা,—পাহি যাব সৰি।

সকলোৰে সীমা আছে, সেই সীমা আমি
পাৰ হ'ই কদাপি নেযাওঁ,
যিমানৰ পৰা ফুল চালে ভাল দেখি,
সিমানৰে পৰা আমি চাওঁ।

অলঙ্ঘ মহীত যদি সোণো ঢালি দিওঁ
ততালিকে গলি পানী হয়,
সেইদৰে পৰো যদি চোকা বিচাৰত
নিজ ৰূপে কি বা ৰূপ লয়।

# বিশ্বৰ শক্তি

যদি পুৱাৰ পোহৰ পৰেহি ফুলত
নিজে নিজে ফুল ফুলিব,
স্বৰ্গৰ জেউতি পৰিলে মনত
মনৰো বিকাশ ঘটিব ;
শুনিম তেতিয়া নুশুনা কথাও,
চকুৰে দেখিম বস্তু নেদেখাও,
সকলোৰে শক্তি বাঢ়িব।

ফুলে নুবুজে নিজৰ কিমান শকতি,
নিজৰ মহিমা নেজানে,
আমিও নেজানো আমাৰ ক্ষমতা
কল্পনায়ো তাক নেমানে।
শকতি আমাৰ অসীম অপাৰ,
অনন্ত বিকাশ হব পাৰে তাৰ,
কৰিব কোনেও নেজানে।

যদি কোনোবা কালত আৰু হয়গৈ
বিকাশ আমাৰ শকতি,
তেতিয়া দেখিলে আজিৰ মানুহে,
ভয়ত আহিব উলটি।
আছে যতমানে শকতি দেহত,
সকলোৰে আদি বিশাল বিশ্বত,
বিশ্বৰ অসীম শকতি।

# নিজৰ শক্তি

ভাবি চালে শান্তি লাগে নিজতে নিজৰ
আমাৰ মনুষ্য দেহটিক,
আচৰিত কেনেকুৱা,—ইয়াতেই পাবা
বিচাৰিবা যেতিয়া যিটিক।

সংসাৰত যিবিলাক দেখিবলগীয়া
এই চকুৰেই দেখা পায়,
আমাৰ চকুৰ শক্তি যেনে হ'ব লাগে
ঠিক তেনে, কম-বেচি নাই।

হাত দুটা হ'ব লগা সমান দীঘল
ক'ব লগা মুখে পাৰে ক'ব,
যাব লগা ঠাইলৈ ভৰিয়েই নিয়ে
পাৰে মনে ভবাক ভাবিব।

যিবিলাক আছে গাত ঠিকমতে আছে
নাই একো দুখৰ কাৰণ,
বেয়া বুলি কাকো নেৰি, আৰু নিবিচাৰি
থকাৰেই কৰা আচৰণ।

# মানুহৰ গুণ

বহুত ভাবুকে বহুত ভাবিছে
বহু ৰূপে ভাঙি পাতি,
জন্তুৰ লগত কিহৰ কাৰণে
অমিল মানুহৰ জাতি।

আহাৰ টোপনি আছে সকলোৰে
অধিক মাথোন জ্ঞান;
জ্ঞানৰ কাৰণে জন্তুৰ মাজত
মানুহৰ এনে মান।

জন্তুৰ মাজত মানুহে মাথোন
কথা ভাবি চাব পাৰে;
বিবেচনা শক্তি মানুহৰ মাথোঁ
নাই কিন্তু সকলোৰে।

মুখৰ হাঁহিৰে মনৰ আনন্দ
মানুহে বুজনি দিয়ে;
মানুহৰ গাত নানা বিশেষণ
আঁৰিছে নানা মুনিয়ে।

ভাবি চালে হ'লে মানুহ জাতিত
আৰু এটি গুণ পায়,—
পাপ কৰা শক্তি আছে মানুহৰ,
ইতৰ জন্তুৰ নাই।

# আমাৰ নিয়ম

যেতিয়া ৰঙেৰে তুমি খোজ কাঢ়ি ফুৰা
    ঠন ধৰা বনৰ ওপৰে,
ভাবা তুমি বহু কথা, গচকি নো কাক
    গ'ই আছা মনত নপৰে:
দুখ পায় দুবৰিয়ে তোমাৰ খোজত,
নেখেলায় তেনে ভাব তোমাৰ মনত।

ফুলৰ গৰাকী সেই ফুল গছজুপি;
    ফুল ছিঙা যেতিয়া গছৰ
চোৰীনে এবাৰ ভাবি,—আছেনে তোমাৰ
    অধিকাৰ ফুল ছিঙিবৰ!
ফুল তুলি মনে মনে তুমি ভাল পোৱা,
কেনে পায় গছে তাক ভাবিও নোচোৱা।

নাই এনে বেয়া কাম ধৰাৰ মাজত
    যাক তুমি নোৱাৰা কৰিব,
তোমাৰ নিজৰ সুখ বঢ়াবৰ বাবে
    ক'তো একো বাকি নেথাকিব।
বহু গুণে পালি ফুৰে নিয়ম ধৰাৰ
সকলো প্ৰাণীয়ে, মাথোঁ বাহিৰে তোমাৰ।

হাত দিলে দোষ লাগে মানুহৰ গাত,
    দোষ লাগে ধন-হৰণত,
দুবৰি গচকি ফুৰা, ফুলো ছিঙি অনা,
    —তেনে কাম নপৰে দোষত।
যিবিলাক ৰীতি নীতি নৰৰ গঠিত,
সকলোতে ভাবি চোৱা স্বাৰ্থ বিৰাজিত।

# পূব আৰু পচিম

কৰিব লগা পূবেহে কৰে
পচিমে নকৰে একো,
পূবে আনি দিয়ে সূৰ্য্যৰ পোহৰ
পচিমে নুমায় তাকো।

সন্ধিয়া বেলি জিলিকে তৰা
পূব আকাশৰ পৰা,
পালেহি পচিম কেনিবা লুকায়
এৰি আন্ধাৰত ধৰা।

ওপজে জোন পূবৰ পিনে
পচিমত পায় লয়,
যিমানে চাপিব পচিমৰ কায
সিমানে জোনৰ ক্ষয়।

পূবৰ ৰ'দে ফুলায় ফুল
পচিমে পেলায় জঁয়,
পূবে তুলি দিয়ে পৃথিবী জগাই
পচিমে শুৱাই থয়।

পূবে যতায় পচিমে খায়
প্ৰকৃতিৰ যত ধন,
পালেহি পচিম একোকে নোলটে
সকলো হয় ভগন।

উদয় পূব অস্ত পচিম
জনম মৰণ যেনে,
জনম মৰণ যিমান আঁতৰ
দুয়োতে প্ৰভেদ তেনে।

## ভাল আৰু বেয়া

কেতিয়াবা সুখ ভাব উদিলে তোমাৰ
স্বপ্ন বুলি মনত ভাবিবা,
আনন্দত কেতিয়াও নিজক পাহৰি
মইমত্ত মন নেমেলিবা।

তেনে যদি কৰা তুমি দুখৰ বেলিকা
স্বপ্ন বুলি ভাবিব পাৰিবা,
দুখৰ বোজাত তেহে নপৰা ভাগৰি,
হাত তেহে দুখৰ সাৰিবা।

## যখিনী

নিশা অকল'ই নুফুৰিবা গ'ই
সেই জুপি গছৰ তলত,
সদায় সন্ধিয়া তাতে থাকে আহি
কিবা প্ৰাণী নিশাৰ পৰত;
দেখিলে মনত ভয় লাগি যায়,
হাত ভৰি মোৰ পেটতে লুকায়,
ছঁয়াময়া কৰি মাথোঁ দেখা পায়,
দেখা পালে মিলে বতাহত।

ছোৱালী এজনী দেখা যেন পাবা
নাচে গায় আনন্দ মনত;
হাতৰ চাপৰি একেলগে মাৰে
শাৰী পাতি চাৰিও পিনত;

আঁতৰৰ পৰা শুনি ভালক'ই,
ভয় খাবা তুমি গ'লে অকল'ই,
কিবাকিবি ভাব আছে মনল'ই,
একোকে নেদেখা ওচৰত।

তোমালোক কিয় আহি আন্ধাৰত
গাই নাচি থাকাহি সদায়,
মানুহ দেখিলে কিয় ভয় কৰা,
কিয় যোৱা বায়ুত লুকাই ?
দেখে যদি ভয় মানুহেও কৰে,
আন বাটে যায় সেই বাট এৰে,
ল'ই যায় বতাহে উৰাই।

## জলকুঁৱৰী

কোন ফুৰে শেহ নিশা নৈ পাৰে পাৰে
আঁতৰিবি সাপ বাঘ বাট এৰি দিবি,
বনেও দৌৰাবি মূৰ ভকতি ভাৱেৰে
কোনো ক'তো ওচৰত আহি নেচাপিবি।

অপকাৰ কাৰো নাই,
জলৰ কুঁৱৰী যায়,
কুল কুল গীত গোৱা,
ৰ'ই ৰ'ই চাই যোৱা,
জুন জুন কৰি
জলৰ কুঁৱৰী
ন'ই পাৰে পাৰে যায়,
কাৰো ক'তো একো নাই।

পকুৰা পিপৰা গ'ই গাঁতত লুকাবি,
হোৱা নিদি মনে মনে থাকিবি শিয়াল,
জোক পোক বাট এৰি আঁতৰি থাকিবি,
নেভাঙিবি প্ৰকৃতিৰ কেৰে নিজঞ্জাল।

অপকাৰ কাৰো নাই,
জলৰ কুঁৱৰী যায়,
কুল কুল গীত গোৱা,
ৰ'ই ৰ'ই চাই যোৱা

জুন জুন কৰি
জলৰ কুঁৱৰী
ন'ই পাৰে পাৰে যায়,
কাৰো ক'তো একো নাই।

## বুঢ়া ডাঙৰীয়া

গছৰ ডালত থাকোঁ
মানুহৰ গঢ়-গতি চাই,—
—শেহ নিশা আওবাবে মোক দেখা পায়।

খোজ কাঢ়োঁ ফুলৰ ওপৰে
পাহি তাৰ এটিও নসৰে,
পানীৰ ওপৰে যাওঁ
তিতোঁ ছাবি গমকে নেপাওঁ।

কৈচাৰ মাতত নাচোঁ
শুনি তাক বৰ ভাল পাওঁ—
নিওঁ নিওঁ ৰোলে মানে যেন উৰি যাওঁ।

নকৰে যি মোক অপকাৰ
মোৰ পৰা ভয় নাই তাৰ
শুকুলা কাপোৰ লওঁ,
ভাবস্তিৰে ক'লে মই আঁতৰিও যাওঁ।

## কালিকা

কিছুমান কথা আছে মানি ল'ব লাগে
কিয় বুলি সুধিব নোৱাৰি,
বুজি লওঁ বহু কথা ল'ৰা বয়সত
মিছামিছি কাৰণ বিচাৰি ;
মনত দৈৱিক কথা সোনকালে ৰয়
নোম উঠে ভয়তে শিয়ঁৰি।

সেই জুপি বড় গছ দুপৰীয়া হ'লে
অকলৈ নেযাবা কাষেৰে,
আছে তাত কিবা এটি, ধৰিব তোমাক
লগ পালে কেতিয়াও নেৰে ;
সেইটি পুখুৰী তাত কালিকা লাগিছে,
যাকে পাব তাকে তাত ধৰে।

কোনোৰে দেখিছোঁ বুলি মিছাক'য়ে কয়
ছঁয়ামন্না জানৰ কাষত,
বহুতেও সাখী কয় জ'টায়া মানুহ
দেখা পোৱা বেলৰ গছত ;
যিখনি ধুনীয়া ঠাই সেই পিনল'ই
যাব তুমি নোৱাৰা ভয়ত।

প্ৰথমে মনৰ হয় যেতিয়া সলনি
এইবোৰ দিছিলোঁ উৰাই,
ভাবিছিলোঁ এনেবোৰ মিছামিছি কথা
উলিয়ালে কোনো বলিয়াই ;
যিবোৰ কালিকা লগা, লগ-ভাগ ল'ই
ভ্ৰমিছিলোঁ সেইবোৰ ঠাই।

আজিকালি তেনেবোৰ ঠাইলৈ মোৰ
নিলগতে দেখি লাগে ভয়,
তাহানিৰ কথাবোৰ পৰেহি মনত
কল্পনাই কিবাকিবি কয় ;
ওপজে পবিত্ৰ ভাব মনৰ মাজত
য'তে পৰে চকু ত'তে ৰয় !

## ঠাইৰ গুণ

যিখনি থানত চলি আছে বহু দিন
হৰিনাম সংকীৰ্তন সকলো পৰত,
কিবা যেন ভাল লাগে—হৰিৰ নামেৰে
দশোদিশ পৰিপূৰ্ণ তাৰ বতাহত।

যিখনি গঙ্গাত স্নান সদায় কৰিছে
পবিত্ৰ মনেৰে ভাত পাপ ধুবল'ই,
গঙ্গাৰ পানীত এটি শক্তি উপজিছে
মানুহক ভবা দৰে গুণ দিবল'ই।

যিটি শিল সকলোৱে সদায় সেৱিছে
তাক তুমি কেতিয়াও বেয়া নুবুলিবাঁ,
সকলোৰে সেৱা ল'ই থাকোঁতে থাকোঁতে
কালিকা লাগিছে তাত ঠিক জানি ল'বা।

যিজন লোকক লোকে সদায় মানিছে,—
প্ৰধান এজন বুলি গৌৰৱ বঢ়ায়,
সেইজন পুৰুষত বিভূতি বহিছে
জনা লোকে তেওঁল'ই ভক্তিভাৱে চায়।

## সৰু কথা

ৰৰক'ই কোৱা কথা নিলগৰে পৰা
শুনে লোকে কাণ পাতিলেই;
কেতিয়াবা সেই কথা নোৱাৰে পশিব
কোনো মানুহৰ বুকল'ই।

কাণে কাণে সৰুক'ই কোৱা যদি কথা
ততালিকে হিয়াত পশিব,
চিঞৰি সহস্ৰ মুখে যত কথা কোৱা
তাতোকৈ বহু গুণ দিব।

## সূৰ্য্য

দেখোঁতে পোহৰ দিয়া জড় জগতত,
নোৱৰা ভেদিব তুমি টান আৱৰণ,
নোৱৰা পশিব গই জোনৰ গাঁতত,
ধৰাৰ সিলুটি পালে হোৱা বিস্মৰণ।

কিন্তু তুমি ঢালি দিয়া তোমাৰ পোহৰ
পৃথিৱীৰ জীৱজন্তু সবাৰো মনত,
নোৱাৰি চাপিব কাষ নিশা যিথানৰ
আঁতৰে সকলো ভয় দিনৰ পৰত।

# নিশা

পোহৰত বেয়া দেখা বস্তুও নিশাত
ভাল লাগে চকুত পৰিলে,
কিবা এটি ভাল গুণ ফুলি পৰে আহি
সকলোতে নিশাই ঢাকিলে।

গীত মাত ভাল শুনি নিশাৰ কাণত,
ৰঙ ধেমালিও লাগে ভাল,
সকলোৱে শান্তি পায় নিৰলে জিৰায়,
প্ৰকৃতিও নিমাত নিতাল।

নিচেই আজলী নিশা একোকে নেজানে,
সকলোৰে সুখৰ আলয়,
নহলেনো পাবে জানো পাপবিলাকেও,
লাই পাব, নেপালে আশ্ৰয়।

# টোপনি

তোমাক লগত পালে একোকে নেলাগে,
ধন বস্তু সকলো পাহৰোঁ,
জীৱনৰ ভাব চিন্তা সকলোকে এৰি
তোমাকে সাৱট মাৰি ধৰোঁ।

সকলো সম্পত্তি যদি লোকে লৈ যায়
ভাল'কো নকৰো একো কাণ,
ঘাতকে মাৰেহি যদি শেষৰ আঘাত
বিবাদ নকৰি এৰোঁ প্ৰাণ।

ধন, বস্তু, নিজ প্ৰাণ, আত্মীয়, কুটুম,
সকলোকে দিয়ে বিসৰ্জন,
তোমাক একান্ত মনে সকলোৱে ভজে
তোমাতেই সঁপি দিয়ে মন।

কেতিয়াবা কৰা তুমি ৰঙ ধেমালিও
স্বপ্ন-পট দেখুৱা মনেৰে,
ৰঙা পাতা, দুখ দিয়া, হুঁহুৱা, কন্দুৱা,
ভোগ দিয়া পানীৰ লাকৰে।

আপোনপেটীয়া তুমি, তোমাৰ লগত
আন কাকো থাকিব নিদিয়া,
খং কৰি যাক তুমি এৰি গুচি যোৱা
কৰা তাক দুৰ্-কপলীয়া।

## চিন্তা

মোৰ কথা তুমি ভাল শুনা বা নুশুনা
মই চিন্তা, নোৱাৰোঁ নক'ই,—
সৰ্ব গুণে গুণী তুমি, বেয়া একো নাই,
তেও লাগে ভয় তোমাল'ই।

যি ঘৰত তুমি গ'ই খোপনি পুতিবা
সেই ঘৰ থান থান হয়,
তোমাৰ তাপত কেও থাকিব নোৱাৰি
ঘৰ এৰি যায় দূৰ'লই।

অকালতে বুঢ়া কৰা যাক ধৰা তুমি,
এৰি গুচি টোপনিও যায়,
একোকে নাপায় ভাল, নুশুনে বুজনি,
অশান্তিৰে জীৱন কটায়।

## সেৱা

নোৱাৰি বুজাব ভাব মুখৰ কথাৰে
কথা মাথোঁ ফিৰিঙতি ভাবৰ,
তদুপৰি এৰি দিলে কথাৰ হাতত
ওলাব বিকৃত হৈ ভাব মানুহৰ।

মুখেৰে বুজাব যাক কদাপি নোৱাৰি,
নোৱাৰিও দেখুৱাব মনৰ মাজত,
হৃদয়ৰ তেনেকুৱা নিৰ্মল ভকতি
সম্পূৰ্ণ বিকাশ পায় সেৱাৰ লগত।

## পূজা

ফুলা ফুল ঈশ্বৰৰ বিচিত্ৰ সৃজন
যাক দেখি মন-প্ৰাণ হয় পুলকিত,
উত্তম নিৰ্মাণ তাত ৰূপে-গুণে ভৰা,
সৌৰভত ত্ৰিভুবন হয় আমোদিত।

সেই ফুলেৰেই প্ৰভু তোমাক পূজিম,
—আৰ্য্যৰ নিৰ্দিষ্ট পথ, তাতেহে চলিম।
ধন বস্তু প্ৰভু তুমি একো নিবিচাৰা,
দিলেও অসাৰ বুলি গ্ৰহণ নকৰা।

সেইবাবে চৰণত ফুল ঢালি দিম,
ফুলেৰেই প্ৰভু মই তোমাক পূজিম।
ধন্য আৰ্য্য, উপযুক্ত পূজাৰ বিধান।
নাই একো আন বস্তু ফুলৰ সমান।

## সন্তোষ

যদিও দুখীয়া! তুমি সন্তোষেৰে শোৱা
নাই মনত ভাবনা।
ধনী তুমি, শান্তি কেনে মনত নোপোৱা
ভোগা যমৰ যাতনা।

দুখীয়াৰ তাকৰীয়া,—সন্তোষেৰে খায়,
সংসাৰৰ ৰাগজালে লগকে নেপায়।
কৰাঁ তুমি নিজ কাম কৰাঁ কৰাঁ কৰাঁ,
ধাৰ্মিকৰ মুখখনি সন্তোষেৰে ভৰা।

ফটিকৰ জোল যেন চেঁচা পানী খায়,
কেনে সুখৰ জীৱন!
ধনী হৈ চকুৰ পানীৰে তল যায়,
কেনে জীয়াতে মৰণ!
অভাৱ নেথাকে কিন্তু ধীৰ ভাব যাৰ
ৰজায়ো নোৱাৰে কাঢ়ি নিব সুখ তাৰ।
কৰাঁ তুমি নিজ কাম কৰাঁ কৰাঁ কৰাঁ,
ধাৰ্মিকৰ মুখখনি সন্তোষেৰে ভৰা।

## নোজোৰে

কেবাটি চৰায়ো থাকে একেটি সজাতে
খৰিয়াল নাই সিহঁতৰ;
একেটি ঘৰত দুটা মানুহ থাকিলে
মিল নাই দুয়ো মানুহৰ।

নেথাকে দুজন ৰজা সমান প্ৰতাপী
একেলগে এখন দেশত,
মহাৰাজ এজনকো নোজোৰে কদাপি
থাকিবৰ ঠায়ে জগতত।

## নম্ৰ

তলত থাকিলে ভয় নাই পৰাল'ই,
তল হ'লে গপ নাই তাৰ;
পৰম পবিত্ৰ বন্ধু বিশ্ব-জগতৰ
তেওঁ বন্ধু, বন্ধু নাই যাৰ।

যি আছে সেয়েই মোৰ শতগুণে ভাল
আধাপেটী যদিও ভোকত;
প্ৰফুল্ল সন্তুষ্ট চিত থাকে যেন মোৰ
তেনেহ'লে নপৰোঁ দুখত।

## কণা ল'ৰা

ডাঙৰ নগৰখনি ঘৰতেই ঘৰ,
মানুহৰ বাবে সন্ধি নেপায় বাটত,
তাত এটি কণা ল'ৰা সদায় গধূলি
ফুৰে আহি গান গাই চাকি-পোহৰত।

নেদেখে চকুৰে নাই দেখা কেতিয়াও,
তেও বুলি খোজকিটি ঠিকে ঠিকে পৰে;
গাড়ী-ঘোৰা কেনি আছে নেদেখে যদিও,
উমানতে বাট পথ ঠিকে ঠিকে ধৰে।

নাই দেখা কেতিয়াও বেলিৰ পোহৰ,
তৰা জিলিকনি নাই দেখা আকাশত,
নাই দেখা পখিলাৰ তিৰবিৰ পাখি
মানুহৰ মৃদু হাঁহি ওঠৰ মাজত।

চকুহীন,—সেইবাবে বিশ্ব-বিধাতাই
দুটি গুণ ল'ৰাটিক দিছে সৰহাই,
মধুৰ মাতত পাৰে মুহিব জগত,
বিনন্দীয়া ৰং ভাব সদায় মনত।

শুনে যদি কেতিয়াবা বতাহৰ মাত,
গম পালে উৰি যোৱা এজাক চৰাই,
নৈৰ পানীয়ে আহি কোবালে গৰাত
থিৰ ভাব ল'ৰাটিৰ কেনিবাদি যায়।

## গীত আৰু ছবি

কোনেও সেইটি গীত ভাল নুবুলিব
যিটি গীত বুজাইহে বুজে,
কোনেও সেইটি ছবি ভাল নেদেখিব
যাৰ মোল আটায়ে নুবুজে।

যিটি দেখি সকলোৱে একে ৰং পায়,
জগতৰো উলাহ বঢ়ায়,
সিহে পায় নিজে নিজে আলাসত ঠাই,
সকলোৱে ভাল বুলি কয়।

যিমানে নুবুজা হওঁ তথাপি শুনিলে
ভাল গীতে হৃদয় জগাব,
যিমানে নজনা হওঁ চকুত পৰিলে
ভাল ছবি মনত লোমাব।

সদায় চকুৰে দেখা গছ পাতটিও
ছবিটিত ভাল হৈ পৰে,
সদায় কাণেৰে শুনা সৰু কথাটিও
গীত হ'লে প্ৰাণ টানি ধৰে।

মিহি ভাব মিহি গতি কৌশলী বিস্তাৰ,
নাই মৃত্যু অজৰ অমৰ,
য'তে পৰে ত'তে গজে, বিভিন্ন আকাৰ,—
ঠাই বুজি দীঘল ডাঙৰ।

## ৰঙিলা

"কেলেই নো আই! তই হুমুনিয়া কাঢ়ি
চকুপানী ৰিহাৰে মচিলি,
নাই তাত আন একো, কলপুলি এটি,
তাকে দেখি কিয়নো কান্দিলি?"

ৰঙিলাই এইদৰে মাকক ক'লত
কান্দি কান্দি মাকে দিলে মাত,—
"বহু দিন হৈ গ'ল তোৰ ককায়েৰে
ঠাই আছি ল'লেহি ইয়াত।

"তেতিয়া আছিলি তই নিচেই কেঁচুৱা,
ককায়েৰ সাতবছৰীয়া,
দুদিন জৰতে হায় প্ৰাণ-বায়ু এৰি
হ'ল আহি অকলশৰীয়া।

তই ওপজোতে শোৰ অপাৰ সন্তোষ,
থাকে বহি তোৰ ওচৰতে;
তই যদি কেতিয়াবা কান্দিবি-কাটিবি
পৰে আহি তোৰ ওপৰতে।

"অৰ পৰি থাকোঁতেও তোৰ কথা সোধে,
কোষলৈ নিদিয়ে আনিব,
থয় তোক নিলগত, জানো কিবা ৰূপে
সেই অৰ তোৰ গাতো হ'ব।"

"অৰৰ গাৰেই মোক কেবাবাৰো ক'লে
পুতলা কেউটা থবলৈ,—
'যেতিয়া ডাঙৰ হ'ব ভনীটিক মোৰ
ৰং মনে মই দিবলৈ।"

"নেপালে সোণায়ে মোৰ তোক দিবলৈ
কোনো বস্তু তাৰ আশা কৰা,
তোক এৰি চিৰকাল মোক কন্দুৱাই
আঁতৰিল পৃথিৱীৰ পৰা।

"ইয়াতে পেলালে পুৰি ছাই হৈ গ'ল
ক'তো তাৰ চিন-চাব নাই,
গজি থকা কলপুলি দেখি আজি মোৰ
চকুপানী আহিছে ওলাই।"

কথা শুনি ৰঙিলাই অতি বেজাৰেৰে
হুৰা'ৰাৰে লাগিল কান্দিব,
কতনো বুজাব আৰু কত.কথা ক'লে
নোৱাৰিলে মাকে নিচুকাব।

কান্দি কান্দি ৰঙিলাই মাকক সুধিলে,—
"চাওঁ যদি থানি এই ঠাই,
পামনে চকুৰে দেখা যাব মৰমৰ
আজি আৰু একো চিন নাই?"

মাকে ক'লে,—"আই তই কেলেই কান্দিছ,
দেখা পাবি এভাৰ এগাল,
নেদেখিলি কি কৰিবি কান্দিলে নেপাৰ,
দেখা তোৰ নাছিল কপাল।"

বঙিলাই কথা শুনি দুগুণে কান্দিলে
চকু-লোৰে পৃথিৱী তিয়াই,
মাতৃৰ হিয়াৰ তাপ দুগুণে জলালে
ভ্ৰাতৃ-স্নেহ কেনে দেখুৱাই!

## কেঁচুৱা পোনাটি

টোপনি অহোৱা তুমি কেঁচুৱা পোনাটি,
শুই থাকা মোৰ কোলাতেই,
তোমাক কোলাত পালে সকলো পাহৰোঁ
ভোল গৈ থাকোঁ তোমাতেই;
চ'হ্ চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

ভয় নাই একোল'কে মই থাকোঁ মানে,
পাবা বস্তু সকলো যঁতোৱা,
তোমাৰেই বুলি মোক সততে জানিবা
তুমি মোৰ পোনা আলসুৱা;
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

পাবোঁ মানে ভাল মই লগাম তোমাক,
হাঁহি দেখি স্বৰ্গ ঢুকি পাম,
নুবুজা মাতেৰে মোক কুঁ-কুঁ-কাঁ-কাঁ কৰি
ক'লে মই কথা বুজি পাম;
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

মোৰ যদি কেতিয়াবা আন কিবা হয়
কোনে আৰু মৰম কৰিব!
ওলায় চকুৰ পানী মনত পৰিলে
কোনে আৰু কোলাত তুলিব!
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

## ৰাধালৈ

বহা আহি দেৱি মোৰ হৃদি আসনত,
দুয়ো আমি হ'ম প্ৰেমাধাৰ,
হওঁ আমি পৰ্বতৰ শোভাৰ মাজত
নায়ক-নায়িকা ভাৱনাৰ।

দুয়ো আমি বহি থাকি একেটি শিলতে
গৰুচৰা চাম পথাৰত,—
তৰাং জানৰ পানী কুল্ কুল্ বোৱা,
শুনি থাকি কুলিৰ মাতত।

ফুলেৰে সজাম দেৱি তোমাৰ বদন,
মালা ল'বা সুগন্ধি ফুলৰ—
মালতীৰে সজা খাৰু পিন্ধিবা হাতত,
হৃদয়ত হাৰ গোলাপৰ।

বাঁহী বাই ৰং মনে শুনাম সদায়
নাচিব লগৰ গৰখীয়া;
এইবোৰ ভাল পালে তোমাৰ মনত
হোৱা তুমি মোৰ লগৰীয়া।

## কৃষ্ণলৈ

প্ৰত্যেক গোপালে যদি সঁচা কথা কয়,
তুমিও লগৰে গৰখীয়া,
তেনেহ'লে পাবোঁ হ'ব তুমি কোৱা দৰে
তোমাৰ লগৰ লগৰীয়া।

জাৰ কালি চেঁচা হয় পৰ্বতৰ শিল,
ধাননিত গৰু নচৰায়,
ধাৰ ছিগে জৰণাৰ খৰালি পৰিলে,
শুচি যায় কুলিও নোলায়।

জঁয় পৰি গ'লে ফুল পাহ পাহ হয়,
গোন্ধ উৰি কেনিবাদি যায়,
আলফুল মালতীও শুকায় লাজতে,
গছতেই গোলাপো লুকায়।

বাঁহীয়ে নোধোৱে কাৰো কলীয়া অন্তৰ,
নাই দেখা নচা গৰখীয়া,
তেও বুলি তুমি যদি ভাল পোৱা মোক
তোমাৰেই হ'ম লগৰীয়া।

# নেপাওঁ তোমাক ভাল

নেপাওঁ তোমাক ভাল কদাপি নেপাওঁ,
তেও দেখোঁ তুমি গ'লে বেয়া লাগে মোৰ ;
তোমাক সদায় দেখা ওখ আকাশৰ
হ'ব খোজো মেয়ো এটি দেখি তৰাবোৰ।

নেপাওঁ তোমাক ভাল, যদিও নেপাওঁ
তুমি কৰা বন-বাৰি মোৰ মনে ধৰে,
পৃথিৱীত আন আৰু যিবা কিবা আছে
ভালবোৰো অতি বেয়া বিজালে তোমাৰে।

নেপাওঁ তোমাক ভাল তুমি মাতবিলে
খং উঠে মোৰ যদি মধুৰ মাতেৰে,
তোমাৰ কথাৰ সুৰ কাণৰ মাজত
বাজি থকা কোনোবাই আহি ছেদ কৰে।

নেপাওঁ তোমাক ভাল, তোমাৰ চকুৰ
জ্যোতি আৰু কথা কোৱা, নিৰ্মল গঠন,
টোপনিতো দেখা পাই ভাল লাগে মোৰ,
নাই লগ পোৱা আৰু তেনে আনজন।

তোমাক নেপাওঁ ভাল সঁচাকৈয়ে মই,
সঁচা কথা ক'লে কাক কোনে পতিয়ায়!
আটায়ে মোকেহে গৰিহণা কৰি যায়,
তুমি লোৱা বাটলৈ যদি থাকোঁ চাই।

## থিতাতে

চকুত পৰিল চকু এখন্তেক বেলি
নুখুজিলোঁ চকু আঁতৰাব,
নেজানিলোঁ শেহলৈয়ো এয়ে হব বুলি,—
এতিয়া নোৱাৰোঁ এৰি যাব।

হমুনিয়া আশা মোৰ এয়েহে সম্বল,
তপত লাগিছে মোৰ গাত,
হিয়াৰ তাপত মোৰ পানী উতলিব—
তাৰ ভাপ নেলাগে তোমাত।

তুমিও মনত যদি ঠাই দিয়া মোক
থিতাতে সোমাই থিত ল'ম,
জানি আহি কিহেৰেনো মোক বান্ধি ল'লা,
সকলোকে আগল'ই ক'ম।

## ভাবৰ ভাষা

মুখৰ মাতেৰে তুমি নোৱৰা বুজাব
সৰল চেনেহ হৃদয়ৰ,
যাক তুমি ভালপোৱা তাক কেতিয়াও
একো কথা নক'বা মুখৰ।

প্ৰণয়ৰ ভাষা, তাৰ বেলেগ গঠন
কথা ৰূপ আকৃতি নলয়,
হুমুনিয়া একোটিয়ে অসাধ্য সাধিব,
সাতকাণ্ড ৰামায়ণ কয়।

জিভাৰ আশয় পোৱা অতি টান কাম
কিবা ক'বা কিবা হ'ই যায়,
ভাবৰ বিকাশ হ'লে ঠাৰ-চিয়াঁৰত
ঠিক ভাব ঠিকে ঠিকে পায়।

## বিদেশী

গুচি গ'লা বাটে বাটে চকুপানী টুকি,
উলটিলোঁ ময়ো সেইদৰে;
আকৌ দুইবো দেখা হ'ব কেতিয়াবা
তেনে আশা মনেও নকৰে।

নাছিল চিনাকি কাৰো, লগ লাগি থাকি
হ'ইছিলোঁ প্ৰাণৰ সমান,
আঁতৰিলোঁ দুয়ো আমি, বিধিয়ে কৰালে,
কি কৰিবা বিধিৰ বিধান!

নেদেখিম বেথা লগা বদন তোমাৰ,
নুশুনিম মনমোহা মাত,
তেও বুলি পালে হ'লে তোমাৰ আখৰ
দুয়োটিকে লগ পাম তাত।

বহুত মনৰ কথা মনতে থাকিব
কবল'ই তুমি নাইকিয়া,
নোৱাৰি সকলো কথা চিঠিত লিখিব,
নিলগত আমি নিলগীয়া।

হৃদয়ৰ 'কেমেৰাত' যিটি সাঁচ আছে
সেই সাঁচ চিৰস্থায়ী ৰ'ব,
কল্পনা-পটত তাৰ ছবি ছাপি ল'লে
এখন্তেক বেজাৰ গুচিব।

সেইদৰে হৃদয়ৰ 'ৰেকৰ্ড' খনিত
আঁকা আছে সঙ্গীত তোমাৰ,
কল্পনাৰে মাজে মাজে তাকেই বজাই
ভুঞ্জিম আকৰ অমিয়াৰ।

কিন্তু হ'লে শান্তি আৰু নেপাওঁ মনত
নিজে তুমি থকাৰ নিচিনা,
বহুদিন হ'ই গ'লে, দেখাদেখি হ'লে
তুমি মোক চিনা কি নিচিনা!

# সখি

কোনে উলিয়ালে এই হৃদয় বান্ধনি
সংসাৰৰ বান্ধৱ এজন,
যাৰ পৰা একো কথা নেথাকে লুকাই—
সখি তেওঁ, হিয়াৰ ৰতন।

কিমান মধুৰ লাগে এই জীৱনত
পালে কোনো উপযুক্ত জন,
যাৰ প্ৰীতি মৰমত নিশ্চিন্ত মনেৰে
শুব পাৰি শান্ত কৰি মন।

সুখত নেলাগে একো সখিৰ বুজনি
তেওঁ মাথো থাকে ৰং চাই,
দুখত সখিয়ে আহি শীতল মাতেৰে
হৃদয়ৰ উত্তাপ গুচায়।

প্ৰকৃত সখিৰ সংখ্যা নিচেই তাকৰ
ক'ৰবাত এজন মাথোন,
পালে হ'লে কেতিয়াবা যথাৰ্থ এজন
তেনেকুৱা হ'ব আৰু কোন?

# বাটৰুৱা

কিয় তুমি চাই আছা মোৰ পিনল'ই
যাওঁ মই পথিক পথৰ।
নেজানা কোন নো মই, কোন পিনে যাওঁ,
কি বিচাৰি যাওঁ জীৱনৰ।

নঙলাত ধৰি আছা একেথিৰে চাই,
কাঢ়িছা দীঘল হুমুনিয়া,
পাহৰিছা সংসাৰৰ সকলো বান্ধনি,
ৰ'ই আছা অকলশৰীয়া।

দেখিছোঁ তোমাক মই কোমল ভাবৰ,
উপজিছা গাঁৱৰ মাজত,
নাই একো বেয়া ভাব তোমাৰ মনত,
সৰলতা সানিছা মুখত।

মই হ'লে এতিয়াই আঁতৰি আহিলে
নেথাকিব তোমাক মনত,
তোমাৰ সুন্দৰ ছবি পবিত্ৰ ভাবৰ
মাৰ যাব স্মৃতিৰ পটত।

পূবৰ বাঙলী বেলি উলটি আকউ
ভুমুকি মাৰিলে পচিমত,
তেহে মোৰ কেতিয়াবা কোনোবা এদিন
হ'ব দেখা তোমাৰ লগত।

# ধুন

যেই সেই ফুল ধুনেৰে শুৱনী
ভাল লাগে মোৰ চকুত পৰিলে,
চাই থাকোঁ মানে নেলাগে আমনি
কাৰো ধুন ক'তো কাৰেও নিমিলে।

ইমান মানুহ আছে পৃথিৱীত
বেলেগ বেলেগ গাইপতি গুণ ;
একেটি ঠালৰে ফুল ফুলনিত
বেলেগ বেলেগ গাইপতি ধুন।

চকুৰ কাণৰ তৃপ্তি সকলোৱে
সদায় বিচাৰি ফুৰে ক'ত পাই ;
পায় যদি সুখ, তাৰ পৰা কেৰে
অপকাৰ হ'লে অলপো নেপায়।

ফুলডৰা মই চাওঁ প্ৰাণ ভৰি
হাতেৰে নোচোওঁ এপাহিও তাৰ,
নুহুষিবা মোক দোষাৰোপ কৰি
নহওঁ গীমাৰো ফুলনিৰ পাৰ।

ধুনৰ প্ৰশংসা প্ৰকৃতি-লক্ষণ,
ধুন সকলোৰে উমৈহতীয়া ;
সকলোৰে বাবে ধুনৰ সৃজন—
নহয় ধকাৰ অকলশৰীয়া।

## ৰূপহী

আঘোণমহীয়া ধান গাত ৰ'দ সানি
হাঁহি আছে পথাৰত সোণালী ৰঙেৰে ;
ঘৰৰ জীয়াৰী আহি লৈ কাচিখনি
দাইছেহি পকা ধান মন উলাহেৰে।

কিনো চাবা, কিনো ক'বা, কিনো মনোহৰ,
মিলি যায় ৰূপহীও ৰূপহী ধানেৰে ;
দুইৰো সোণালী ৰং নাই ভেদ-পৰ,
ৰূপহীৰো ৰূপ চৰে সোণালী ৰ'দেৰে।

ওপৰত সূৰ্য্যদেৱ সোণালী বহণ,
পথাৰ ধানেৰে ঢকা সোণালী বৰণ ;
মাজত ৰূপহী দেৱী সোণালী বদন,
মনমোহা দৰশন অতি বিতোপন।

গধূলি চপাব ধান লক্ষ্মী ভঁৰালৰ,
সোমাব ৰূপহী ঘৰ লক্ষ্মী ভিতৰৰ ;
লুকাব সোণালী ৰ'দ লক্ষ্মী আকাশৰ,
তিনি দিনে তিনি লক্ষ্মী যাব পথাৰৰ।

## ছাঁ

এবাৰ খুজিও ছাঁক নোৱাৰো এৰিব,
যেনি যাবা লগে লগে যায় ;
তিৰোতাকো তুমি লগ নিদিলে ধৰিব
গৈ থাকে তোমাল'কে চাই।

ভাবি চোৱা আইদেউ, কি দশা তোমাৰ,
তোমালোক ছাঁয়া মাথোঁ বুজিবা আমাৰ।

পুৰা আৰু গধূলিত ছাঁয়া দীঘলীয়া,
দুপৰীয়া চুটি হ'ই পৰে ঃ
প্ৰণয়ৰ আদি-অন্ত তিৰোতাৰো সেয়ে,
মাজ ভাগ সেও হ'ই পৰে।
ভাবি চোৱা আইদেউ, কি দশা তোমাৰ,
তোমালোক ছঁয়া মাথো বুজিবা আমাৰ।

## আকৰ্ষণ

দুটি বস্তু আঁতৰত টনাটনি কৰে
নেথাকে আঁজোৰ আৰু ওচৰ চাপিলে,
সেইদৰে দুটি প্ৰাণ, আঁতৰৰ পৰা
মিলোঁ মিলোঁ, কিন্তু শেষ মিলিব পাৰিলে।

যিডালি জৰীয়ে টানি ওচৰ চপায়,
চাপে মানে সেই জৰী ঢিলা হৈ যায়,
দুয়ো আহি লগ লাগি পৰিব যেতিয়া
জৰীৰ নেথাকে একো কামেই তেতিয়া।

# পেঁপা

শুনিছোঁ পেঁপাৰ মাত পথাৰৰ পৰা,
ৰঙা বেলি মাৰ যায় যায়,
আহিছে গৰুৰ জাক পথৰুৱা বাটে,
ওচৰত গৰখীয়া নাই।

গৰখীয়া ভোল গৈ গৰুকো এৰিলে
পথাৰতে আছে আজি বৈ,
মানুহৰ মাতে ক'ব নোৱৰা কথাকো
কয় আজি পেঁপাটিক লৈ।

কোনেনো সাজিলে পেঁপা ইমান কোমল,
ভাল লাগে শুনি নিলগত,
শুনিলে পেঁপাৰ মাত খৰকৈ বয়
তেজ-সোঁত মোৰ শৰীৰত।

# বিহু

গাঁৱৰ বাহিৰে গৈ গছৰ তলত
সকলো ছোৱালী মিলি বিহুৰ দিনত
ৰং মনে নাচে গায়,
যাওঁতায়ো বৈ চায়,
টকা বাজে নামৰ লগত।

পাহৰে সমাজ-বান্ধ উলাহ মনেৰে,
লগ লাগে গৈ তাত মনৰ মিলেৰে

তালে তালে মিলি যায়,
হাতৰ চাপৰি বায়,
মিলা-প্ৰীতি ভাব সকলোৰে।

পথাৰে উশাহ লয়,
লগত সুগন্ধ বয়,
পেঁপা বাজে, অলপো নৰয় ;
চৰায়ে ৰঙেৰে গায়,
কৰে গৈ ভোমোৰাই
ফুলনিতো তাৰে অভিনয়।

গৰখীয়া গৰু লৈ আহোঁতে উলটি
গায় আহে ৰং মনে বসন্তৰ গীত,
বুৰাই ধূলিয়ে মুখ গৰুৰ খোজৰ,
হেৰায় হাতৰ গৰু আহি পদূলিত,
তেও তাৰ কাণসাৰ অলপো নেথাকে,—
মন গৈ ক'ৰবাত থাকে।

যেনি যাবা হুঁচৰিৰ মাতকে শুনিবা
ঠন ধৰা ডুবৰিক গচকি ফুৰিবা,
কপৌ ফুলত আহি
গছৰ ডালত বহি
বতাহে ৰঙেৰে চুমা খায়,
বিছুৰে জীৱন নতুনায়।

## চাপৰি

মানুহৰ সমাগম নিচেই বিৰল,
    জাঁওবন ইমূৰে সিমূৰে,
ওচৰ গাঁৱৰ পৰা ঘাটলৈ অহা
    ছোৱালীবিলাক তাতে ফুৰে।

বতাহ বলিলে তাত সোঁ-সোঁ কৰা শুনি
    মন মোৰ থিৰ হৈ ৰয়,
সীতাৰ চুলিৰ গাত বহু সুৰ বাজে
    যদি তাত ধীৰ বায়ু বয়।

বছৰি নতুন গছ, বানপানী আহি
    ধুই নিয়ে গোটেই চাপৰি;
ওচৰেদি নাও যায়, মন যায় মোৰ
    থাকোঁ যেন চাপৰিতে ফুৰি।

## বসন্ত

জিলমিল নিয়ৰৰ লোকাপাৰ পিন্ধি
মাৰাহি ভুমুকি তুমি উষাৰ কালত,
    কেউপিনে জগতৰ
    ৰমণীৰ কাননৰ
ফল ফুলে দেখা দিয়ে তোমাৰ লগত।

পাহাৰে পৰ্বতে গায় সুমধুৰ গান,
ভৈয়ামে নিৰলে তাত পাতি থাকে কাণ,

আহাঁ বুলি ভাবি থাকোঁ
তোমালৈ চাই থাকোঁ
তোমাৰ চৰণ-ধূলি দিবা বুলি দান।

বতাহে সাৰটি চুমা সকলোকে খায়,
সুগন্ধি ফুলৰ গাত সাঁচ বহি যায়,
পুৰা আৰু গধূলিত
জুৰ লগা বতাহত
মাহুৰ ফুলৰ গোন্ধে জীৱন জুৰায়।

সজোৰাঁ জগতখনি তোমাৰ হাতেৰে,
হৃদয় উপচি যক তোমাৰ চুমাৰে.
সজোৰাঁ জগত খনি
কবিতাৰ কৰাঁ ৰাণী
ওপচক দেশখনি ভৰি কবিতাৰে।

# সন্ধ্যাদেৱী

সুলক্ষণা সন্ধ্যাদেৱি, তোমাৰ কাণত
মানুহৰ গীতি শুনি ভাল লাগে জানো?
শুনা গীত তুমি ধুমুহাত,
সক-জুৰি বৈ থকা পৰ্বতৰ গাত।

সন্ধ্যাদেৱি, সূৰ্য্যদেৱ বহে পচিমত,
সোণালী ৰহণ সনা চুলিটাৰি মেলি;
ওপৰত ভাৰৰ উঠিছে
জালিকটা চন্দ্ৰতাপ তাত ওলমিছে।

দেখা যায় ৰিণি ৰিণি ওখ আকাশত
বাঁহলৈ উৰি যোৱা চৰাইবিলাক ;
কাণত বাজিছে আহি
সিহঁতৰ মাৰ যোৱা সুমধুৰ হাঁহি ।

দিনত লুকাই থকা তৰাৰ সমাজ
তোমাক দেখিলে আহি আকৌ ওলায়,
দেখা দিয়ে এটি দুটি কৰি
গাইপতি মণ্ডলৰ আৰোৱান ধৰি ।

লৈ যোৱা সন্ধ্যাদেৱি, চাওঁগৈ মই
এনে দেশ য'ত আছে সুন্দৰ কানন,—
নহয় মানুহে সজা,
ঋষিৰ নিবাস,—নানাবিধ গছ গজা ।

তাৰ ওচৰেদি বোৱা মন্দাকিনী নৈ
বগা ঢৌ তুলি তুলি পাৰত শিলেৰে ;
বহিম পাৰতে তাৰ,
পাৰোঁ বা নোৱাৰোঁ গীত গাম সন্ধিয়াৰ ।

## পন্থা আৰু প্ৰৱৰ্তক

বহু দেশ-বিদেশত বহুত পুৰুষে
বান্ধি গ'ল কেবাটিও পথ,
কেউটিৰ লক্ষ্য একে—স্বৰ্গৰ সুখলা,
ভকতৰ ভকতিৰ ৰথ ।

যিখনি ৰথতে উঠি যিটি পথ ল'বা
পাবাগ'ই স্বৰগ তাৰেই,

যেনেক'ই ভাবা তুমি যিটি পথে চলা
পাবাগ'ই একেজনকেই।

প্রবর্ত্তক সকলোৱে নেসাজে নতুন,
অনাদিৰ অৰ্থ উলিয়ায় ;
নকৰে নতুন জাত, মনতো নেভাবে,
ভকতেহে লোকক ঘিণায়।

জ্ঞানী লোকে নিজে ডাঠি কদাপি নকয়
নিজৰ কথাকে ঠিক বুলি,
নিজৰ চৰণ চাব কামত এৰিব,
নেযায় ভৰিৰে নিজে তুলি।

চকু থকা লোকে ভাল দেখে অইনতো,
অইনৰো ভাল গুণ গায়,
লোকক দেখিলে ভাল, নিজৰ ঘৰক
ঘিণ কৰা বুলি নুবুজায়।

পুথি পঢ়ি নাম কৰি জ্ঞানী হয় যদি
অমঙ্গল বহু তাকৰিব,
জ্ঞান-কলহৰ পৰা অজ্ঞান উগাৰি
মানুহ ভুলাব নোৱাৰিব।

একোজন পুৰুষৰ সময়-বালিত
বৈ যায় চিন চৰণৰ,
হয়তো সময় মতে মাৰ যায়গৈ,
নতু পৰি আৰু ডাঙৰৰ।

যি থানত অতীতৰ পুৰুষ লোকৰ
আছে লীলা-খেলা কৰা ঠাই,
তাত আজি স্মৃতি-চিহ্ন জলিব লাগিছে
যদিও শিলেৰে সজা নাই।

একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগবাঢ়ি যায়,
একোজন পুৰুষৰ একেটা ঠেলাই
বহু কাল সংসাৰ চলায়।

যেতিয়া ৰ'বহি আহি সমাজৰ গতি,
নাইবা হুঁহকি পিচ পৰে,
তেতিয়া আকৌ আহি একোজন লোকে
সমাজৰ গুৰি-ব'ঠা ধৰে।

কোমল পানীত সৰুসুৰা গুৰিয়ালে
নাওখনি বাই ল'ই যায়,
টান পানী পৰিলেহি বলীয়ে সিদৰে
বলেৰে বালেহে আগুৱায়।

যেনে নাৱৰীয়া লাগে ঠিক তেনে পাবা
য'ত যেনে সোঁত তেনে চাই;
য'ত যিটি আৱশ্যক আপুনি ওলাব,
আপুনি ল'বহি নিজ ঠাই।

নৈয়েনো কিমানবাৰ সোঁতা এৰি যায়
তাৰ একো লেখ-জোখ নাই,
সমাজৰ মতো লৰি থাকে সেইদৰে
যেতিয়া যিটিৰে চল পায়।

ভকতে ভকতি যদি কৰে বৰকৈ
মহত্ত্ব তাকৰে মহতৰ;
টানি আনি মহতকো ভকতে লগোৱা
সুমায় ভিতৰ বিবাদৰ।

মহতৰ হিয়াখনি সদায় বহল,—
সকলোকে সমভাবে চায়;

কোন বৰ কোন সৰু তেনে মীমাংসাৰ
ওচৰেও কদাপি নেযায়।

মহতে নভবা কথা প্ৰচাৰে ভকতে
মহতৰ নাম মিহলাই,
নিজে যিটো বেয়া পায় মহতত আঁৰি
বিকৃত মহত্ত্ব দেখুৱায়।

কেতিয়াবা মহতৰ মহত্ত্ব লুকায়
ৰঞ্জিত কৰোঁতে গ'ই গ'ই,
সঁচা-মিছা মিহলাই চিন মাৰি দিলে
বাছি উলিয়াবা কেনেক'ই ?

নকৰিবা অপমান মহৎ জনক
অতি মহতেৰে একে কৰি,
থাকিব একলা কম অৱতাৰ হৈয়ো
এই পৃথিৱীত জন্ম ধৰি।

কোনোজন পুৰুষৰ আদৰ্শ নলয়
সকলো মানুহে পৃথিৱীত,
নেথাকেও একেদৰে, সোনকালে ধৰে
পৰে যদি চকু আনটিত।

নতুনত মানুহৰ তৃপ্তি চিৰদিন,
একে মত নেথাকে সদায় ;
সত্যৰ সন্ধান চলি থাকে যত দিন
চিৰস্থায়ী একোকে নেপায়।

বাট হ'লে সৰচৰ হৈয়েই থাকিব
সমান্তৰাল গতি ধৰি,
অনন্তৰ পিনে যাব একেপিনল'ই
একে মুখে একে লক্ষ্য কৰি।

# দিয়া

শক্তি দিয়া প্ৰভু মোক
কৰিম তোমাৰ কাম,
ভক্তি দিয়া প্ৰভু মোক
জপিম তোমাৰ নাম।

ত্যাগ দিয়া প্ৰভু মোক
কৰিম তোমাক ধ্যান ;
জ্ঞান দিয়া প্ৰভু মোক
শুনিম তোমাৰ গান।

যোগ দিয়া প্ৰভু মোক
কৰিম বেয়াক ভাল ;
বিদ্যা দিয়া প্ৰভু মোক
ভেদিম মায়াৰ জাল।

মুক্তি দিয়া প্ৰভু মোক
শোধাম তোমাৰ ধন ;
যিবা তুমি দিবা পুনু
তোমাতেই নিবেদন।

অন্ত

# পাৰঘাটত

নাও আনা নাৱৰীয়া                    পাৰ কৰি দিয়া
                    বেলি আৰু নাই বেচি পৰ ;
আকাশত ক'লা ক'লা                    আঁচ আঁচ যেন
                    গছবোৰ দেখি সিপাৰৰ।
মাব যাব অলপতে                    দিনৰ পোহৰ
                    লাহে লাহে আকাশ বাটত ;
সকলোৰে গাৰ তেজ                    কমিব লাগিছে
                    সকলো লুকাব জগতত।
আটায়ে আন্ধাৰ যেন                    সানিছে দেহত,
                    আকাশে কাজল ঢালি দিছে ;
মিছাতে খাটনি লোৱা                    অন্ধকৰ[1] দৰে,
                    চকুৰ শকতি কাঢ়ি নিছে।
দিনৰ দিনটো মই                    বাটকুৰি বাই
                    আহোঁতে হেৰাল মোৰ বল ;
পেটত লাগিছে ভোক,                    অৱশ শৰীৰ
                    নাই একো লগত সম্বল।
চকু দুটা জাপ যাব                    আপুনি খুজিছে
                    একোকে নোৱাৰি[2] আৰু চাব ;
টোপোলা-টাপলিবোৰো                    গধুৰ লাগিছে
                    মন যায় তাকো এৰি যাব।
ইমান ভাগৰ মোৰ                    লাগিছে দেহত
                    কাতি হব পাৰিলেই হ'ল ;
মনেও নোখোজে মোৰ                    একোকে ভাবিব
                    মায়া মোহে এৰি গুচি গ'ল।

---

১ মূল পাঠ—অন্ধতৰ। সম্ভৱ, মুদ্ৰণ-প্ৰমাদ। ২ মূল পাঠ—নেবাৰ।

শুনিছো সিপাৰে হেনো আছে নামঘৰ
যেয়ে সেয়ে গ'লে ঠাই পায় ;
বেলি থাকোঁতেই মোক পাৰ কৰি দিয়া
থাকো গ'ই তাতেই সোমাই।

আসাম হিতৈষী, মাঘ ১৮৪৮ শক।

# বাঁহী

জাগিছিল বৃন্দাবন তোমাৰ সুৰত
গোপালে বজালে বাঁহী সন্ধিয়া কালত,
ঘৰ এৰি ৰাধিকাই বাঁহীৰ মাতত
অৰ্পিছিল প্ৰাণ-মন কৃষ্ণৰ পাৰত।
সেই বাঁহী পৃথিবীত আজিও বাজিছে
বসন্তত বৃন্দাবন আজিও শোভিছে,
ভক্তিৰ চকুৰে চালে কৃষ্ণয়ো নাচিছে
ৰাধিকাও বাঁহী শুনি প্ৰেমত মজিছে।
প্ৰকৃতি বিভোল হয় বাঁহীৰ মাতত
দূৰণিত বাঁহী মাত স্তব্ধ আকাশত,
শুনো যদি কেতিয়াবা নিশাৰ কালত
আৰু এটি বাঁহী বাজে[১] মোৰ হৃদয়ত।
কিবা এটি হৃদয়ৰ হেপাহ গুচায়
চিন্তাই খবোৱা প্ৰাণ বাঁহীত শঁতায়,
সংসাৰৰ ভাববোৰ দিয়ে আঁতৰাই
তাহানিৰ কিবা কথা মনত পেলায়।

১ মূল পাঠ—থাকে। সম্ভৱ, মুদ্ৰণ-প্ৰমাদ।

এতিয়াও কেতিয়াবা লভিলে আজৰি
শুনিম অমিয়া বাঁহী সকলো পাহৰি,
শুনাবা শুনাবা বাঁহী পূৰ্ব সুৰ ধৰি
বাজিবা বাজিবা তুমি কৃষ্ণ নাম স্মৰি।

বাঁহী, ১ম বছৰ, ৩য় সংখ্যা।

# বাটৰুৱা

কিয় তুমি আছা চাই মোৰ পিনলৈ
যাওঁ মই পথিক পথৰ,
নেজানা কোন নো মই কোন পিনে যাওঁ
কি বিচাৰি যাওঁ জীৱনৰ।
নঙলাত ধৰি আছা একে থিৰে চাই
কাঢ়িছা দীঘল হুমুনিয়া,
পাহৰিছা সংসাৰৰ সকলো বান্ধনি
ৰ'ই আছা অকলশৰীয়া।
দেখিছোঁ তোমাক মই সৰল ভাৰত
উপজিছা গাঁৱৰ মাজত,
নাই একো বেয়া ভাব তোমাৰ মনত
স্নিগ্ধশোভা[1] দেখিছোঁ মুখত।
মই হ'লে এতিয়াই আঁতৰি আহিলোঁ
নেথাকিব তোমাক মনত,
তোমাৰ সুন্দৰ ছবি পবিত্ৰ ভাৰত
মাৰ যাব স্মৃতিৰ পটত[2]।

---

১ মূল পাঠ—লাৱণ্যতা। ব্যাকৰণৰ ভুল গুচাবলৈ শব্দটো সলোৱা হ'ল।
২ মূল পাঠ—বাটত। সম্ভৱ, মুদ্ৰণ-প্ৰমাদ।

পূবৰ ৰঙালি বেলি উলটি আকউ
ভুমুকি মাৰিলে পচিমত,
তেহে মোৰ কেতিয়াবা আকউ এদিন
হ'ব দেখা তোমাৰ লগত।

বাঁহী, ১ম বছৰ, ৮ম সংখ্যা।

# নিয়ন্তা

কোনে মোক লটিঘটি কৰিব লাগিছে,
মই একো বুজিব নোৱাৰোঁ ;
নিজ ইচ্ছা মতে মই নোৱাৰোঁ চলিব,
কাৰোবাৰ কোৱা মতে চলোঁ।
মনক চলায় কোনে কোনেনো কোৱায়,
চকুৰেনো কোনে দেখুৱায় ?
ভিতৰত কোনে মোক উদগনি দিয়ে
কোনে মোক কাণেৰে শুনায় ?
ইন্দ্ৰিয়বিলাক মোৰ নহয় নিজৰ
সিহঁতত মোৰ সঙ্গ নাই ;
পাহৰোঁ মহানজন নিজে ভোল গ'ই
ইন্দ্ৰিয়বোৰৰ লগ পাই।
মনেও নেপাই চুকি কথায়ো নেপায়,
মানুহৰ জ্ঞানৰ বাহিৰ,
চকু, মন, কাণ যাৰ তলে সেইজন
অচল অটল ধীৰ স্থিৰ।

# পৰকাল

যেতিয়া জগায়     টোপনিত মোক
পুৱাৰ পোহৰে গ'ই ;
তেতিয়া তোমাৰ     হাতৰ বুলনি
অনুভৱ কৰোঁ মই।
নিশা টোপনিত     তোমাৰ কোলাত
নিজেই হেৰাই যাওঁ ;
বাহিৰৰ জ্ঞান     পাহৰি মনত
নতুন জগত পাওঁ।
টোপনিৰ ৰাজ্য     নহয় বেলেগ
ইয়াৰ লগৰে ঠাই ;
কোনোবা এখনি     নৈ পাৰ হ'লে
সিখনি জগত পায়।
যেতিয়া শেহত     টোপোলা টুপলি
নৈ পাৰ হৈ যাম ;
কৰমৰ[1] বোজা     পিঠিত সামৰি
সেই পৰকাল পাম।
নেযায়[2] লগত     পৃথিৱীৰ স্মৃতি
সিখনি বেলেগ দেশ ;
এই সাজপাৰ     ইয়াতেই এৰি
ধৰিম নতুন বেশ।
সকলো দেশত     সকলো বেশত
যেনেবা যিহতে গতি
কোনো সলনিয়ে     নোৱাৰে সলাব
তোমাতেই মোৰ থিতি।

আৱাহন, ১ম বছৰ, ২য় সংখ্যা।

১ পাঠান্তৰ : ৰবমৰ। সম্ভৱতঃ প্ৰতিলিপিকৰণৰ ত্ৰুটি। ২ নেযাব।

# তেৱেঁই মই

সাগৰে বোলে— 'পানীৰ টোপাল
একেই আমাৰ বংশ,
তুমিয়েময়ে একেই মাথোন
নহওঁ কোন কাৰো অংশ।'
জ্যোতিয়ে বোলে— 'সৰু চাকিগছি
কাৰো কোনো নহওঁ পৰ,
তুমিয়ে ময়ে একেই মাথোন
দুইৰো একেই ঘৰ।'
জীৱন বুলিলে— দেহধাৰী মাথোঁ
একেই পৰম প্ৰাণ
ধাৰণ কৰিছোঁ সেই মাতৰিশ্বা
উশাহৰ একেটি টান।
পূৰ্ণৰ লগৰ পূৰ্ণ তুমিয়েই
নেভাবিবা নিজে কম,
দুয়োটি পূৰ্ণ একেটি বিভূতি
ভাবিলেই পাবা গম।
ভক্ত ভগবান কথাও একেই
দুয়ো একে হৈ পৰে,
চাওঁতে মুঠতে ইফাল সিফাল
অজ্ঞানে নিলগ কৰে।
প্ৰত্যেক গোপীয়ে নিজতেহে দেখে
পৰত নেদেখে কেও,
তোমাৰ দেহৰো লোম কুপে কুপে
একে পৰিপূৰ্ণ তেওঁ।

তেওঁ আৰু তুমি আন কোনো নাই
চিঞৰা—'তেৱেঁই মই' ;
প্ৰতিধ্বনিয়েও তাকে শলাগিব
বুলিব—'তেৱেঁই তই'।

আৱাহন, ১ম বছৰ, ১ম সংখ্যা।

# পুনৰ্জন্ম

সাজপাৰ পিন্ধি থাকোঁহি গধূলি
দুৱাৰমুখতে থিয় ;
মনে মনে তুমি ভিতৰতে থাকা
ওলাই নেমাতা কিয় ?
সন্ধিয়াৰে পৰা নিশালৈকে থাকা
সমিধান একো নাই ;
তেল শেষ হ'লে শলাকানি পোৰে
চাকিটি নুমাই যায়।
যোৱাটো বাটকে চিনিব নোৱাৰি
খাল বননিত পৰোঁ ;
মৰিলেও মই আকউ ওপজোঁ
বাৰে বাৰে কিন্তু মৰোঁ।
এনেয়ে কাপোৰ মলিবে গধূৰ
তাতে বোকা পানী লাগে,
বাতিও পুৰায় উলটি আহোঁতে
ওৰেও দীঘল বাটে।
তোমাৰ ঘৰৰ ভিতৰখনিত
নিকা সকলোটি সাজ ;

মলিবে সোমাই বেয়া কৰোঁ বুলি
মোক কৰি থোৱা বাজ।
নিকা হওঁ বুলি যিমানে ভাবিছোঁ
সিমানে কিবাহে হওঁ;
বহু জীৱনৰ দীঘল পথত
সিমানে ধূলিহে লওঁ।
কাপোৰ কানিৰ ভৰত নিজৰ
চিন চাব মৰি পৰে
কাপোৰ নেৰিলে কোনেও নিচিনে
ভাও দিয়া বুলি ধৰে।
সাজ আভৰণ সকলোকে এৰি
শুদা গাৰে যদি যাওঁ
তেতিয়া তোমাক বেৰ জলঙাই
কিজানিবা দেখা পাওঁ।
তোমাৰ পাৱত আঁজুৰি ধৰিম
দেখা যদি মই পাম;
ভিতৰ সোমাই নাহিম ওলাই
নিজেই হেৰাই যাম।

আৱাহন, ১ম বছৰ, ৩য় সংখ্যা।

# অন্ত

এই জীৱনৰ জীৱন-খেমালি
তেতিয়া পৰিব ওৰ;
নিজ ঘৰলৈ লগৰীয়া জন
যেতিয়া ওলাব মোৰ।
শূন্যৰ লগত শূন্য মিলিব
মিলনৰ হ'ব শেষ;

নামো নেথাকিব চিনিও নেপাব
নৰ'ব চিনাকি বেশ।
আত্মাই বিচাৰে নিৰালম্ব ঠাই
দেহাই বিচাৰে ঘৰ ;
প্ৰাণৰ আকাংক্ষা জ্ঞানৰ কাৰণে
দেহাৰ আপোন-পৰ।
বাহিৰ নোলালে সূৰ্য্যৰ পোহৰ
অলপো নেপাওঁ মই ;
ওলাব পাৰিলে শূন্য আকাশৰ
শূন্যতেই যাম লয়।
নেলাগিব আৰু থাকিও আমনি
দিন-ৰাতি নেথাকিব ;
নিজেই থাকিম সকলো বিয়পি
নিজ-পৰ একে হ'ব।

আৱাহন, ১ম বছৰ, ১১শ সংখ্যা (?)।

# বিভূতি

থাকানে তুমি মানীৰ মানত
নাইবা ধনীৰ ধনত ;
অভাৱে অভাৱ গচকি পেলোৱা
থাকানে দুখীৰ দুখত ?
শূন্য মনৰ হাঁহি খলকৰ
লগত ধৰানে তান,
নাইবা চকুৰ পানীৰ ধাৰত
সঁচাৰা আপোন প্ৰাণ ?

বহাঁ জানো তুমি আগ আসনত
সভাৰ মাজত গ'ই ;
নাইবা থাকানে দুৱাৰ মুখতে
বাট এৰি লোকল'ই ?
সৌভাগ্য মদ মান অভিমান
দেখি অন্তৰ্হিত হোৱা ;
আলেখ-লেখ আঁৰতে থাকি
কাৰ কেনে ভাব চোৱা।
অনুতাপ অশ্ৰু যেতিয়া সৰিব
তেতিয়াহে দেখা দিয়া ;
সকলোকে এৰি তোমাক ল'লেহে
তুমি লগল'ই নিয়া।
চাপৰ নে ওখ তোমাৰ কাষত
এনে একো ভাব নাই ;
দুখ সুখ বুলি একোকে নুবুজে
যিজনে তোমাক পায়।

আৱাহন, ১ম বছৰ, ৪ৰ্থ সংখ্যা।

# আছোঁ বাট চাই

মায়াৰ খেলা অন্ত হ'ল,
কালৰ চেকুৰ নোহোৱা হ'ল,
দুখৰ বোজা বাগৰি গ'ল,
সুখৰ হাঁহি আঁতৰি ৰ'ল,
পদূলিতে ওলাই আছোঁ মই
বাট চাই আছোঁ তোমাল'ই।

আগ্ৰহে ধৰি চেনেহ জনায়,
পূজাই মনৰ ভক্তি সূচায়[1],
কল্পনাই মাথোঁ আশাক জগায়,
মৰণৰ[2] ভয়ে ভক্তি গুচায়—
সকলোবোৰ অন্ত পৰি গ'ল,
ইমানতে সন্ধিয়াও[3] হ'ল।
ভেঁটৰ দৰে চন্দ্ৰৰ পিনে চাই
আছোঁ আহি বাটতে ওলাই
মোৰ নিশা জোনাকৰ হ'ব,
মধু বৰষিব।
সকলোতে শান্তি সানি
বতাহ বলিব।
পালে তোমাক সকলোকে পাম
লগতে তোমাৰ ওলাই গুচি যাম।

আৱাহন, ১ম বছৰ, ৫ম সংখ্যা।

# ক'লৈ যাম

কেতিয়ানো মোৰ টোপনি ভাগিব,
কেতিয়ানো সাৰ পাম,
দুখে-শোকে মোক সাঙুৰি থোৱাৰ
কেতিয়া ওপৰে যাম।
যাওঁ বুলি মই নোৱাৰোঁ ওলাব
সঁজাটোৱে ভেটি ধৰে,
মনৰ লগত শকতি বোৰেও
কেতিয়াবা ছল কৰে।

১ অশুদ্ধ পাঠ—ভঙায়। ২ অশুদ্ধ পাঠ—ক. মনৰ; খ. মৰণ। ৩ অশুদ্ধ পাঠ—সন্ধিয়া আহি।

ঠেক ঘৰটোৰ ভিতৰ সোমাই
ভাবিছোঁ বাহিৰে নাই,
ভাবিছোঁ নিজক এফলীয়া বুলি
চকুত এফালে পাই।
অসীম থানত নোৱাৰোঁ বগাব
কানত[1] সাঁতুৰি মই,
ওলাব পাৰিলে গোটেই মুকলি
যাম সেই দেশল'ই।

আৱাহন, ১ম বছৰ, ১২শ সংখ্যা।

# ঘৰ

গাড়ীখন আহি জপনা মুখতে
বাট চাই আছে সৌ,
থকাজনে তাত মাতিব লাগিছে
ওলোৱা হ'ল নে নৌ।
সোনকালে আহাঁ বেলি নকৰিবা
সিফালে বহুত বাট,
গোটেই ৰাতিটো গৈ থাকিলেহে
পুৱাতে ওলাবা তাত।
বস্ত্ৰ-বস্তু তুমি একো নেবান্ধিবা
নেলাগে একোকে নিব,
তাত ওলালেই সকলোকে পাবা
খুজিলেই লোকে দিব।

১ পাঠান্তৰ: কালত। কাল-সাগৰৰ দ্যোতনা থকা শব্দটোৰ প্ৰয়োগ টানি-আঁজুৰিহে মিলাব পাৰি। সম্ভৱতঃ শুদ্ধ পাঠ—কানত। কানে-কানে অৰ্থাৎ মাজলৈ নগৈ তৰাং পানীত সাঁতুৰি ফুৰিলে অসীমৰ সুউচ্চ পাহাৰ বগাব নোৱাৰি।

এইখনি ঘৰ ইয়াতেই ৰ'ব
নাহা আৰু কোনোদিন,
কালৰ হাতত ছিগি ভাগি যাব
নেথাকিব একো চিন।
ঘৰে ঘৰে তুমি বগাই ফুৰিবা
এটা এটা কৰি এৰি,
নিজ দেশ আছে কোনোবা দেশত
বিপদত আছা পৰি।

আৱাহন, ২য় বছৰ, ৬ষ্ঠ সংখ্যা।

# জ্ঞান

জ্ঞানৰ কোনো ক'তো
একো ক্ষয় নাই,
ওলমা অজ্ঞানে তাতে
ভুল দেখুৱায়।
যেতিয়া অজ্ঞানখিনি
খহি পৰি যায়
পবিত্ৰ জ্ঞানৰ জ্যোতি
তেতিয়া ওলায়।
ব্ৰহ্মপুত্ৰৰ সোঁতে সোঁতে
জ্ঞান উটি যায়,
দেখা লোকে দেখা পায়
নেদেখাৰ নাই।
জ্ঞানেৰে ভৰা গোটেই জগত
বিচাৰ যদি কৰা,

জ্ঞানৰ আকৰ[1] জ্ঞানৰ ক্ষেত্ৰ
এইখনি ধৰা।
জ্ঞান আছে বাহিৰত,
বাহিৰত নাই,
জ্ঞান আছে ভিতৰত
ভিতৰত নাই।
বাহিৰ ভিতৰ একে হ'লে
উৰাদিহ পায়।
জ্ঞান উৰে বতাহত
জিলমিল পোহৰত,
জ্ঞান থাকে গছৰ পাতত
পশু-পক্ষী মৃগৰ লগত।
আদিতে আছিল যিটি
শেহতো থাকিব সিটি,
সেয়েই মাজৰো ইটি
জ্ঞানৰ এয়েই ৰীতি।

# দেখিছোঁ তোমাক

দেখিছোঁ তোমাক পুৱা পোহৰত
গছৰ সিপাৰে[2] থকা,
ক'লা ডাৱৰত বিজুলী মাৰোঁতে
সোণালী ৰেখাৰে অঁকা।
হাঁহিৰ খলক যেতিয়া উঠিব
আঁতৰৰ পৰা চোৰা,

১ মূল পাঠ—আকাৰ। সম্ভৱ, প্ৰতিলিপিকৰণৰ প্ৰমাদ।
২ পাঠান্তৰ : সিফালে।

সৌভাগ্য সম্পদ বিভৱ দেখিলে
হঠাতে নেদেখা হোৱা।
শোকত নিজৰা চকুৰ পানীৰ
যোৱা তুমি ধাৰে ব'ই—
লীলা শেষ হ'লে দীঘল বাটৰ
যোৱা লগৰীয়া হ'ই।
দুখৰ বোজাৰে হাবাথুৰি খাই
তোমাকে বিচাৰি পাব,
হাঁহিমুখে তুমি সাৰটি ধৰিবা
হৃদয় জুৰি যাব।

বাঁহী, কাতি ৪৯১ শঙ্কৰাব্দ।

# তোমাৰ লগত

তোমাৰ লগত নিয়া যদি মোক
নোসোধোঁ কেনিনো যাবা,
নৰওঁ বাটত জিৰাম তেতিয়া
যেতিয়া আশ্রম[1] পাবা।
যেতিয়া তুমি ভিতৰ সোমাবা
বাহিৰতে মোক এৰি,
যেতিয়ালৈকে নেমেলা দুৱাৰ
তাতেই থাকিম পৰি।
মাতা যদি মোক ওচৰ চাপিম
নহ'লে দূৰতে ৰ'ম,
নিবিচাৰো নিজে কিবা লাগিলেও
দিয়া যদি তেহে ল'ম।

১ পাঠান্তৰ : আশ্রয়।

দেখা নিদি মোক ভিতৰৰে পৰা
যাবল'ই যদি কোৰা,
একোকে নেমাতোঁ উলটি আহিম
বাটেদি আগেয়ে যোৰা। .
তোমাৰ ওচৰ কেতিয়াও নেৰোঁ
লুকালুকি খেলিলেও,[২]
তোমাৰ লগতে আকউ আহিম
বাৰে বাৰে এৰিলেও[৩]।
যেতিয়া দুৱাৰ তুমি নিজে মেলি[৪]
ভিতৰ সোমাব দিবা,
তেতিয়া তোমাক শোধাম সকলো
সকলো তোমাৰ নিবা।

বাঁহী, ব'হাগ ৪৯১ শঙ্কৰাব্দ।

## ঋষি

সংসাৰ বান্ধোন নাছিল তোমাৰ
নাছিল হিয়াত তাপ,
তোমাৰ চকুত সকলো সমান
নাছিল একোতে ৰাপ।
হিয়াৰ মাজত থকা ৰেডিঅ'ই
যোগায় সম্বাদ আনি,
বিশ্বৰো বাহিৰে ক'ত কিনো হয়
থাকা সকলোকে জানি।

পাঠান্তৰ : ২ দেখিলেও। ৩ আহিলেও। ৪ যেতিয়া তুমি/আশ্ৰম মেলি। ধাৰণা হয়, কবিতাটো পৰিমাৰ্জনৰ সময়ত কৱি-মানসত 'আশ্ৰম'ৰ চিত্ৰকল্প এটাই ভুমুকিয়াই গৈছিলহি। খুব সম্ভৱ, শেষৰ ফাললৈ ছন্দই তাৰ ভাৱ সহিব নোৱৰা দেখি সেই প্ৰতীকটো কবিয়ে বাদ দিলে।

অতীতৰ কথা বাজে বেভিঅ'ত
ভবিষ্যৰো কথা শুনি,
ইহেন বেভিঅ' তোমাৰ হিয়াত
ভাৰত সন্তান তুমি।
আয়তন গ'ল কাল খেল গ'ল
দুয়োটি একেটি হ'ল,
ঘূৰোঁতে ঘূৰোঁতে সকলো হেৰাল
মইটোহে মই ব'ল।
উলটি উলটি তাতেই ওলাওঁ
য'ৰ পৰা আমি যাওঁ,
হোৱা মতে হ'ব নহয় নতুন
পোৱাকেহে আমি পাওঁ।
আকাশ-পাতাল থাকে ক'ৰবাত
যেতিয়া কৰিবা ধ্যান,
সদায় তোমাত থাকে ভৰপূৰ
অনন্ত অখণ্ড জ্ঞান।
তোমাৰ মুখত ফুটিব বেদ
তোমাৰ হিয়াত জ্ঞান,
ভূত ভবিষ্যত বিদিত তোমাৰ
শক্তি তোমাৰ ধ্যান।

## আশ্ৰম

মানুহৰ সমাগমে নেপায় তোমাক
নাই তাত আকাংক্ষাৰ ঢৌ,
সদায় তোমাৰ ভাণ্ড[1] জ্ঞানৰ সন্ধান,
বৰষিছে ধাৰাসাৰে মৌ।

---

১ মূল পাঠত শব্দটো বাদ পৰি বৈছিল। অনুমানেৰে পূৰাই দিয়া হৈছে।

মধুৰ ৰতাহে চোৱে ঋষিৰ শৰীৰ
পানীৰ সোঁতলো মউ যায়,
মৌ সনা গছে ফুলে আশ্ৰম শোভিছে
সকলোতে মউকেহে পায়।
সোৱাদ ৰাতিৰ কাল দিনটো সোৱাদ
গোটেই পৃথিবী মধুময় ;
মধুৰেই ভৰপুৰ অনন্ত আকাশ
স্বৰ্গগামী পিতৃৰ নিলয়।
ফলবোৰো মউ সনা সূৰ্য্যৰ পোহৰো
খীৰতী গায়েও দিয়ে মৌ,
মধুময় জ্ঞানেৰেই দশোদিশ ভৰা
ঋষিৰ আশ্ৰমখনি সৌ।
আশ্ৰমতে দুয়ো পুৰী একেলগে পায়,
দুয়োলোক মিলনৰ স্থান,
যি থানৰ উৰাদিহ বিচাৰি বিচাৰি
হাৰ মানে মানুহৰ জ্ঞান।

## প্ৰয়াণ

যি বাটেদি আহিছিলোঁ
সেই বাটে যাম,
এৰি থৈ অহা ঠাই
ঘূৰি গৈ পাম।
প্ৰবাসত থাকি থাকি
আমনি লাগিছে,
ঘৰমুৱা হ'বলৈ
মনে বিচাৰিছে।

নাই তাত আহংকাৰ
ৰাগ জ্বাল নাই,
শান্তিৰ শীতল বা'ৰে[1]
ভৰা সেই ঠাই।
জাৰ নাই জহ নাই
নাই তাত দুখ,
নাই উছৱৰ হাঁহি
মাথোঁ তাত সুখ।
নাই বৰ নাই সৰু
সকলো সমান,
সকলো মিহলি হৈ
হ'ব এটি প্ৰাণ।

## পৰিত্ৰাণ

সপোনতে আছে সপোনতে যায়
মনত সাঁচটো ৰয়,
একো নিবিচাৰো আহি দেখা দিয়ে
মাথোঁ মিঠা কথা কয়।
নাই আড়ম্বৰ নাই আহংকাৰ
ফাকি-ফুকা লেশ নাই,
সৰল প্ৰাণৰ সৰল স্নেহৰ
পৱিত্ৰ সোৱাদ পাই।
জগতে আছিলা আমাৰ নিজৰ
এতিয়া আঁতৰি গ'লা,

১ মূল পাঠ—বাবে। দূৰণিৰটীয়া অৰ্থ এটি পাতেও পৰিত্যাজ্য।

পপীয়া জগত পৰিত্যাগ কৰি
নতুন আবাস ল'লা।
মহান দেশৰ ন জীৱনত
সময় উকলি যায়,
মোকো লৈ যোৱা সেই দেশলৈ
ইয়াত হেপাহ নাই[1]।
নাই টেলিগ্ৰাম নাই টেলিফোন
ডাকঘৰ তাত নাই,
ফুলৰ গোন্ধত কোমল সুৰত
দিলেহে বাতৰি পায়।

## ৰেলগাড়ী

ৰেলত আহি উঠিলোঁ যেতিয়া
বহুত মানুহ পালোঁ,
নিজৰ যেন লাগিল মনত
আপোন ভাবি ল'লোঁ।
বাটে বাটে উঠিল নামিল
য'তে ৰেলখন ৰয়,
নামিলে বেয়া উঠিলে ভাল
মনত পাওঁ মই।
এঠাইত মই নামি গ'লোঁ—
থাকিল সকলোবোৰ,
সিমানতে মোৰ আৰু
যোৱাৰ পৰিল ওৰ।

১ মূল পাঠ—ইয়াত থাকিবৰ মন নাই। বাক্যটো স্তৱকটোৰ ৬, ৬, ৮-ৰ মাচত খাপ নেখায়। ছন্দৰ দাবীত শালাই দিয়া হৈছে।

এইদৰে বেলথনি
অহা যোৱা কৰে,
শেষত আহি কোনোবা ঠাইত
বেলবো অস্ত পৰে।
মানুহ সকলো দিহাদিহি
নিজ ঘৰলৈ যায়,
তাৰ পিচত কোনে আক
কাৰ উৱাদিহ পায়।
সৃষ্টিখনি এইদৰে
আছে চলিয়েই,
লুকা-ভুমুকা ওলট-পালট
একে সাজেৰেই।

## মুক্ত মানৱ

যেতিয়া মই মুকলি হ'ম
ফুৰিম শূন্যত উৰি;
পলকতে তিনি পাক মাৰি
আহিম ত্রিলোক ঘূৰি।
বগা মেঘৰ টিঙত বহি
তলৰ পৃথিৱী চাম,
ইচ্ছা হ'লেই পৰ্বত চেৰাই
কেদাৰ বদৰি পাম।
বসুন্ধৰাই বুকুলৈ টানি,
নোৱাৰিব মোক নিব,
সূক্ষ্ম দেহ লাভ হ'লে মোক
একোৱেই নেৰাখিব।

স্বাধীন আতমা স্বাধীন ভাবেৰে
ৰ'ম মই য'তে ত'তে,
নিৰালম্ব হ'ই ওপঙি ফুৰিম
সীমাহীন আকাশতে।
অস্ত[১] যোৱা সূৰ্য্যৰ লগত
নিতে মোক দেখা পাবা,
দিগন্ত বিয়পা সাগৰখনিৰ
সিপাৰেদি মোক চাবা।
ৰিব্ ৰিব্ বোৱা বতাহ যেতিয়া
সন্ধিয়া মূৰত পাম;
তাৰ লগে লগে ময়ো আঁতৰিম
অনন্তত মিলি যাম।

জয়ন্তী, ১০ম বছৰ ১ম সংখ্যা

## বিহু

সময়ৰ সোঁত বলিব লাগিছে
তিলো ক্ষতি-ক্ষণ নাই;
থাক থাক কৰি বিভাগ কৰিছোঁ
তাৰে এটি আজি যায়।
ঘুৰণি পাকত ঘুৰিব লাগিছে
জাৰ জহ আহে যায়,
ক'ৰ পৰা আহি ক'ত শেষ হ'ব
আদি অন্ত একো নাই।
একোটি জীৱন এথাক মাথোন
কালৰ ভাগৰ দৰে;

১ মূল পাঠ—অন্ত। সম্ভৱ, মুদ্ৰণ-প্ৰমাদ।

অনন্ত প্ৰবাহ সদায় বলিছে
কোনে তাক ৰোধ কৰে ?
নতুন নতুন সূৰ্য্য উদিব
নতুন নতুন জোন ;
কালৰ গ্ৰাসত সকলো হৰিব
কাল ক্ষয় কৰে কোন ?
জনম মৰণ কালৰো একেই
আজি এজীৱন গ'ল ;
তাৰ লগে লগে নতুন বছৰ
আকৌ জনম হ'ল।

জয়ন্তী, ১০ম বছৰ ৭ম সংখ্যা

# সমাজ

ধনৰ হাঁকোটা ডাঙৰ হাঁকোটা
ধনীয়ে ধনকে টানে,
মানীয়ে নিজৰ মান ৰাখিবলৈ'
লোকৰ আঁজুৰি আনে।
নিজৰ যিখিনি আছে তাকে লৈ
নিজৰ মুঠিহে খাবা,
তাৰে গমনাতে জাল মেলি তুমি
পৰ-ধন নচপাবা।
শুবিতেই ভেটি সমান হ'লেই
সকলোটি থিয় দিব,
ওপৰৰ পিনে হওক দীঘল
কোনে তাক কাটি নিব ?

প্ৰত্যেক জনৰে মনটো বেলেগ
শকতি বেলেগ তাৰ,
স্বাধীন বিকাশ প্ৰত্যেক জনৰ
ৰোধিব শকতি কাৰ ?
শুৰিতেই যদি ঠেঙুলিটো কাটি
সমান কৰিয়ে' দিয়া,
গজালি ওলালে ভাঙি-ছিঙি যদি
শুকাই যাবলৈ দিয়া।
ঘটে ঘটে থকা প্ৰতিটো মনৰ
আদি ৰূপটিও যাব,
ওপৰৰ পৰা ওপৰৰ জনে
মাথোঁ খং কৰি চাব।
ধানটোৰে পতি কণটো বেলেগ
মানুহে পতিও মন,
নিজৰ নিজৰ সাধ্য মতেই
বিদ্যা বুদ্ধি ধন।
শক্তিৰ মাথোন মিছা অপচয়
লোকৰ সমান কৰা,
নোৱাৰা কদাপি ওপৰ তুলিব
টানিলে তলৰ পৰা।

## ধ্বংসলীলা

পৃথিবী খনি নিচেই সৰু,
নোজোৰে তোমাকে মোকে ;
পথাৰৰ ধানে নোজোৰে দুইকো
থাকোঁ আমি দুয়ো ভোকে।

সদায় আমাৰ খোৱা কামোৱা
সদায় কঠুৱা মাত,
ঈশ্বৰে মানুহ সৰহ কৰিলে
তাকৰ কৰিলে ভাত।
ৰেল বিমানত সদায় কমিছে
ধৰাৰ গধূৰ ভাৰ,
ভুঁইকপ আৰু মাৰিমৰকেও
কৰিছে কামকে তাৰ।
বাঢ়নি পানীয়ে মাৰিছে মানুহ
আহাৰ কৰিছে শেষ,
কটা মৰা কৰি নিজেও মৰিছে
উচ নকৰিছে দেশ।
বিজ্ঞানৰ বল বাঢ়িব লাগিছে
সাজিছে এটম্ ব'ম্,
ঠাইৰ নাটনিত কি কৰে কি মেলে
চিন্তাত বিমোৰ যম।
তপত পানীৰ বৈতৰণী ন'ই[1]
সিপাৰে সাজিছে পজা;
আলহীৰ ভিৰ যোগান নাটনি
বিমোৰ মৃত্যুৰ ৰজা।
যদুকুল ধ্বংস নিজৰ হাততে
তত্ত্ব ক'বা বুজি ল'ই,
মানুহে মানুহ অন্ত কৰি কৰি
এটি ৰ'ব অকল'ই।

বামধেনু, ৩য় বছৰ

---

১ মূল পাঠ—তপৱত পানীৰ। বৈতৰণী নাই। বাক্যটোৰ অৰ্থ নাই। সম্ভৱ, মুদ্ৰণ-প্ৰমাদ।

# মহানির্বাণ

দিনৰে দিনটো সাৰে থাকোঁ মানে
সংসাৰত মিলি ৰওঁ,
সংসাৰৰ পৰা যদিও বেলেগ
একে বুলি ভাবি লওঁ।
সংসাৰে হাঁহিলে ময়ো তাতে হাহোঁ
কান্দি চকু পানী টোকোঁ,
ময়েই সংসাৰ বেলেগ নহওঁ
ভাবো নিজে নিজে মোকো।
টোপনি আহিলে নেথাকে সংসাৰ
কেনিবাদি উৰি যায়,
নতুন ভাবৰ নতুন দেশত
নতুন চেতনা পায়।
মহা টোপনিত এই জীৱনৰ
ছিগি যায় জৰীডাল,
অনুভুতি মোৰ সকলো হেৰাব
নুবুজিম থান-কাল।
সূৰ্য্যৰ পোহৰ নপৰিব তাত
চন্দ্ৰও কেনিবা যাব,
অহা-যোৱা মোৰ সকলো গুচিব
বিশ্বখনি লয় পাব।
নিজে নিজে মই লুকাই পৰিম
পানীত পমিব চেনি,
নোৱাৰিম মই ততকে ধৰিব
হেৰাই গ'লোঁনো কেনি।

আমাৰ কাৰ্য্যক্ষেত্ৰৰ পথ-প্ৰদৰ্শক,

সুযোগ্য কৰ্মবীৰ

মাননীয় শ্ৰীযুক্ত মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ

পৱিত্ৰ নামত

এই অযোগ্য

**পাৰ্থ-পৰাজয়**

উচৰ্গা কৰা হ'ল।

# ভাৱৰীয়াবিলাক

## মতা।

| | | |
|---|---|---|
| বভ্ৰুবাহন | ... | মণিপুৰৰ ৰজা। |
| ধৰ্মদাস | ... | ৰাজ-পুৰোহিত। |
| অৰ্জুন<br>বৃষকেতু | ... | পাণ্ডৱ। |
| পুণ্ডৰীক | ... | এটা লণ্ডৰা। |
| অনন্ত | ... | পাতালৰ ৰজা। |

শ্ৰীকৃষ্ণ, ৰাজকবি, মন্ত্ৰী, ৰাজকুমাৰসকল, মালী, দূত, দুৱৰী, তিনিটা নগৰীয়া, সেনাসকল, এটা নাগ, সভাসদসকল আৰু বেতালসকল।

## তিৰোতা।

| | | |
|---|---|---|
| চিত্ৰাঙ্গদা<br>উলুপী | ... | অৰ্জুনৰ বৈণীয়েক। |
| প্ৰভাৱতী | ... | বভ্ৰুবাহনৰ বৈণীয়েক। |

গঙ্গা, অন্ধ মালিনী, এজনী নাগিনী, সখীসকল, জলদেৱীসকল আৰু অপ্সৰীসকল।

# প্ৰথম অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

ফুলনি

[ প্ৰভাৱতী আৰু সখীসকল ]

সখীসকল। গীত।

আজি বজোৱাঁ, আজি বজোৱাঁ,
অস্ত যায় দিনমণি নীল আকাশত,
সুখ সপোনত, মোৰ হৃদয়ত,
বজোৱাঁ মোহন বাঁহী, বজোৱাঁ।
বাজিছে আজি মোহন মুৰুলী—
বাজিছে নতুন তান,
নৱ উলাহত, নৱ জীৱনত,
ভাহিছে নতুন প্ৰাণ—
নতুন সুৰৰ, কোমল মাতৰ,
মোহন বাঁহীটি আজি বজোৱাঁ।

প্ৰভাৱতী। সুললিত সঙ্গীত শুনিলে
পলায় কেনিবা দুখ সংসাৰ-চক্ৰৰ।
বিপদৰ চিন্তা-জ্বৰে
যাৰ প্ৰাণ দহিব লাগিছে
তাৰো হিয়া জুৰায় খন্তেক।
গান, কিয় তুমি বিশ্ব-বিমোহিনী,—
গছ, লতা, তৃণ, বন
যায় ভোল তোমাৰ মাতত?
অৱলাক ছল পালে
কিয় তুমি কৰা পাগলিনী?

হৃদয় শীতল হয় তোমাৰ মাতত ;
যিমানে চৰিবা তুমি
সিমানে হিয়াৰ তাঁৰ বেগেৰে বাজিব।
গোৱা, গোৱা, প্ৰণয়ৰ সহচৰীদল
আৰু এটি প্ৰণয় সঙ্গীত,—
হিয়াৰ আবেগ মোৰ
মাৰ যক মধুৰ গানত।

সখীসকল। গীত।

ফুল ফুলিছে, ফুলনি মোহিছে
অমিয়া ঢালিছে মলয়া বা'ই ;
ভোমোৰা নাচিছে ফুলেও হাঁহিছে
দুয়োটিয়ে আছে ৰঙেৰে চাই ;
সুখে দুয়োজনে হৰষিত মনে
আছে হালি-জালি মিলি প্ৰাণে প্ৰাণে,
জীৱন মাধুৰী বহাইতে উৰে,
প্ৰণয় পাহৰি কেনিবা যায়।

[ সখীসকলৰ প্ৰস্থান ]

[ বভ্ৰুবাহনৰ প্ৰবেশ ]

প্ৰভাৱতী। আহাঁ প্ৰাণেশ্বৰ,
হৃদয়ৰ উত্তপ্ত বালিত
শান্তিৰ শীতল পানী ঢালি
দিয়া মোক জুৰণি চেঁচনি।
প্ৰকৃতিৰ ৰম্য কাননত—
সদায় প্ৰেমৰ ঢৌ
সদায় আনন্দ ধ্বনি
সুললিত পক্ষীৰ সঙ্গীত
তাত আহি থাকোঁ যদি তুমি অবিহনে,
প্ৰাণে মোৰ নেমানে প্ৰবোধ।

আহাঁ নাথ, প্ৰবল ধুমুহা যোৱা
মোৰ অন্তৰত
শান্ত ভাব লভিছোঁ খন্তেক।

বভ্ৰুবাহন। কিয় প্ৰাণেশ্বৰী,
ফুলনিত সোমালে তোমাৰ
সদায় চঞ্চল মূৰ্তি দেখোঁ ?
ফুলৰ ভাবেৰে ভোল গ'ই
থিৰ ভাব হেৰুওৱা মনৰ ?
কিয় তুমি একে লগে
মধুৰ সঙ্গীত নোৱাৰা শুনিব,—
নোৱাৰা থাকিব চাই
চকুৰ আগত ল'ই
বতাহত হালিজালি থকা
নানা বিধ ধুনীয়া কুসুম ?
চকু কাণ দুয়োটিৰে
কিয় তুমি একে লগে
কৰিব নোৱাৰা সুখ ভোগ ?

প্ৰভাৱতী। তোমাৰ প্ৰেমত মোৰ
সৰল অন্তৰখনি ইমান কোমল—
ফুলনিৰ বতাহতে
লৰ মাৰি উৰি যাব খোজে।
ফুলনিৰ সৌন্দৰ্য্যৰ—
সুমধুৰ গীতেৰে মিহলি
যিবিলাক সৰু সৰু ঢৌ
ফুৰে উঠি ভুৰ বতাহত,—
সেই ঢৌ লাগিলে হিয়াত মোৰ
এনেয়ে চঞ্চল মন,
নোৱাৰোঁ ৰাখিব মই
খন্তেকো থিৰেৰে।

বভ্ৰুবাহন। সদায় শাসন কাৰ্য্য,
ৰাজ্য ভাৰ কঠোৰ কামত
ইমান নিৰস হ'ল মোৰ হিয়াখনি-
ভোমোৰাৰ, কুলিৰ মাত
মোৰ ভাল অলপো নেলাগে।
গান শুনি পাহৰোঁ খন্তেক মাথোঁ
ৰাজ্যৰ ডাঙৰ চিন্তাবোৰ,
মাৰ গ'লে মোহিনী সঙ্গীত,
সেই ভাৱবোৰে,—
পুনু আহি মন মোৰ কৰে অধিকাৰ।
নাই মোৰ হিয়াৰ মাজত
এগছিও সৰু তাঁৰ বতাহতে বজা;—
যুঠে তাত বাহিৰৰ একো প্ৰতিধ্বনি।
ফুলনিত বহি মোৰ
তোমাৰ নিচিনা নিশ্চিন্ত মনেৰে,—
কাব্য-সুখ ভুগিবৰ নাই অৱসৰ।
শাসন কাৰ্য্যত মন লাগিলে গধুৰ,
গধূলি আজৰি পালে মনৰ ভাগৰ
পাতলাওঁ ফুলনিত আহি।
তথাপিও প্ৰাণেশ্বৰি,
তুমি মোৰ হিয়াৰ পুতলী,
তুমি মোৰ হৃদয়ৰ ৰাণী,
দুখ-ভাগৰত তুমি শান্তিৰ নিজৰা।
ফুলনিৰ ফুলৰ মাজত
থাকা যদি ফুলি তুমি অপৰূপ ধৰি,
কেনে লাগে হৃদয়ত
নোৱাৰোঁ বুজাব মই মুখৰ কথাৰে।

প্ৰভাৱতী। কোনে বোলে, প্ৰাণনাথ,—
নিৰস তোমাৰ এই কোমল পৰাণ?

তোমাৰ পৰাণখনি কিমান কোমল
মই জানো,—মই তাক সততে দেখিছোঁ।
তেৱেঁই ডাঙৰ লোক, যিজনে নিজক
দেখে সৰু সকলোতকৈ ;—
তুমিয়েই হে ৰাজন, যথাৰ্থ সবল,
নহ'লে নিজকে তুমি নিবল নোবোলা।
সম্ভৱত তোমাৰ প্ৰণয়
মোৰ হৃদয়েৰে
ইমান বান্ধত আছে
তাৰ তুমি গমকে নোপোৱা।

বভ্ৰুবাহন। প্ৰাণেশ্বৰি,—ৰোৱাঁচোন,
লৰ মাৰি ফুলনিৰ মালী
কিয় আহে ফুলৰ মাজেদি !
শ্ৰুতি বোধ এৰি
আহিছে আমাৰ পিনে অভয় বিচাৰি।

[ মালীৰ প্ৰবেশ ]

মালী। মহাৰাজ,
ক'ৰবাৰ পৰা এটা অতি ভয়ঙ্কৰ
ঘোঁৰা আহি ফুলনি সোমাই
ভাঙিলেহি বহুবিধ ফুল।
এনে ঘোঁৰা, মহাৰাজ,
দেখা নাই মোৰ জনমত,—
লাথি মাৰি ভাঙি দিলে ইটাৰ দেৱাল।
কপালত লেখা আছে সোণালী আখৰে,—
"পাণ্ডৱৰ যজ্ঞ ঘোঁৰা
কাৰ সাধ্য ধৰক বলেৰে,
যুদ্ধ কৰি মধ্যম পাণ্ডৱে
যজ্ঞ ঘোঁৰা কৰিব উদ্ধাৰ ;
যুদ্ধত বাটিলে,—নাই, ঘোঁৰা নধৰিলে

পাণ্ডৱৰ বশবৰ্ত্তী হ'ই
লাগিব শোধাব কৰ হস্তিনাপুৰত,—
পাণ্ডৱৰ দিগ্বিজয় হ'ব সমাপন।"
নোৱাৰিলোঁ মহাৰাজ
ঘোঁৰা মই ধৰিব বলেৰে,
দুৰ্দ্দান্তই ফুলনি ভাঙিছে—
যথোচিত প্ৰতিকাৰ
মহাৰাজে কৰক বিধান।

বভ্ৰুবাহন। বাৰু, নগৰৰ শান্তি ৰক্ষা কৰা
কটোৱাল মাতি আনি
ধৰি ঘোঁৰা বান্ধি থ'বিগৈ;
কাৰ এনে অহঙ্কাৰ
তাৰ মই কৰিম বিচাৰ।

[ মালীৰ প্ৰস্থান ]

আহাঁ যাওঁ প্ৰাণেশ্বৰী,
সূৰ্য্যদেৱ লয় গ'ল পচিমপিনেদি;
হ'ব নিশা, ব'লা যাওঁ,—
পোহৰতে ভিতৰ সোমাওঁ।

[ বভ্ৰুবাহন আৰু প্ৰভাৱতীৰ প্ৰস্থান ]

[ পুণ্ডৰীকৰ প্ৰবেশ ]

পুণ্ডৰীক। এৰা, মোৰখন কপাল হ'লে কম নহয়। মই ৰজাৰ প্ৰধান লগুৱা, মোক জানো ঘোঁৰা এটা নহলে শুৱায়? মই এজন মান্যৱন্ত মানুহ, মইতো নিজক নিজে মান কৰোঁৱেই, অইনে কৰক নকৰক, মোক মোৰ ল'ৰা-তিৰোতায়ো মান কৰে নহয়? টলৌ-টলৌকৈ ৰজাৰ কামত ফুৰোঁতে মোৰ ভৰি শুচি এই কেইডাল শিলহে হ'ল আৰু। এতিয়া যে মোৰ বাসুদেৱৰ কৃপা হ'ল, ঘোঁৰা আনি ঘৰতে মিলাই দিছেহি নহয়। এইটো ঘোঁৰা ধৰিব পাৰিলে মোৰহে হ'ব; মই এবাৰ উঠিবলৈহে পাব লাগে, বাপেকে ননমাই হ'ম নহয়।

[ পুণ্ডৰীকৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

নগৰৰ বাহিৰ

[ অৰ্জুন, বৃষকেতু আৰু দুটা সেনাৰ প্ৰবেশ ]

বৃষকেতু। সুন্দৰ নগৰখনি,—
মনোময় পৰ্বত শ্ৰেণীয়ে
নগৰৰ চৌপাশ শোভিছে।
শিলৰ মাজেদি অহা
শীতল নিজৰাটিয়ে
কুলু কুলু গীত গাই
নিয়ে মন সোঁতত উটাই;
এই ঠাই অতি মনোৰম।
ভয় নাই হিংসুক জন্তুৰ
সকলোতে শান্তিৰ বিৰাজ।
কিন্তু খুঁৰা, নাহিল উলটি ঘোঁৰা,
অৰণ্যে নিশঙ্ক মনে
পৰ্বতৰ গুহাতে চৰিছে।
অৰ্জুন। সেইবুলি নোৱাৰি থাকিব নিৰ্ভয়ে;
কেনি গ'ল ঘোঁৰা, নেপালোঁ সন্ধান,
নাহিল উলটি দূত ইমান পৰতো;
সেনাদল দিহাদিহি গ'ল
কেৰে ক'তো নেপালে সম্বাদ—
কেনি গ'ল যজ্ঞ ঘোঁৰা,—ক'তনো লুকাল।
বৃষকেতু। খুৰা, অলপো সন্দেহ নকৰিব;
বেদৰ মন্ত্ৰেৰে
যজ্ঞৰ কালত উচৰ্গা ঘোঁৰাৰ
নাই ভয় বাঘ-ভালুকত।
কাৰ সাধ্য চুৰ কৰি নিয়ে
ভুবনবিজয়ী পাণ্ডৱৰ ঘোঁৰা!

ভগৱন্ত নিজে যাৰ ৰথৰ সাৰথি
তাৰ কোনে বিপদ আচৰে?
তুৰন্তে আহিব দূত
দিব আহি সঠিক বাতৰি।

অৰ্জুন। তথাপিও সেনাদল বিচাৰা আকউ ;—
চোৰাচোন ঘোঁৰা কেনি গ'ল।
পোৱা যদি কোনো লোকে
ঘোঁৰা বান্ধি থোৱা,
দেখুৱাবা সবিনয়ে
কপালত যজ্ঞৰ ঘোষণা।
তথাপিও ঘোঁৰা যদি
লগতে নিদিয়ে এৰি, নক'বা একোকে ;—
দিবা আহি মোক সমাচাৰ।

[ সেনা দুটাৰ প্ৰস্থান ]

বৃষকেতু। আহিছে, আহিছে দূত,
অৱশ্যে আনিছে কিবা শুভ সমাচাৰ।

[ দূতৰ প্ৰবেশ ]

অৰ্জুন। আহাঁ দূত, কোৱাচোন
পালানে সন্ধান কিবা?

দূত। বীৰবৰ, দেখিলোঁ যজ্ঞৰ ঘোঁৰা
নিছে বান্ধি বহুত সেনাই ;
সুধিলত দিলে পৰিচয়,—
"মণিপুৰ অধিপতি শ্ৰীবভ্ৰুবাহন,
তেওঁৰে আদেশ মতে
ঘোঁৰা আমি থ'ম বন্দী কৰি ;
নেৰোঁ ঘোঁৰা নৃপতিৰ নেপালে আদেশ।"
ক'লোঁ মই,—"পঢ়ি চোৱা
লিখি দিয়া কপালত ঘোঁৰাৰ ঘোষণা ;

থাকে যদি আশা প্ৰাণল'ই
এৰি দিয়া ঘোঁৰা এতিয়াও।"
দম্ভ কৰি দিলে প্ৰত্যুত্তৰ,—
"নেৰোঁ ঘোঁৰা নেপালে আদেশ
মণিপুৰ নৰপতি বভ্ৰুবাহনৰ।"
মাৰ-কিলো কৰিলে ঘোঁৰাক
পাৰেমানে বাহুৰ বলেৰে।
দিলোঁ সমাচাৰ বীৰবৰ,
যথাযোগ্য কৰক বিধান।

অৰ্জুন। যোৱা দূত, দিয়া গ'ই পুনু সমাচাৰ
মণিপুৰ অধিপতি বভ্ৰুবাহনক,—
যজ্ঞ-ঘোঁৰা এৰি যেন দিয়ে ভালে ভালে
নহ'লে ৰজাক ক'বা—যুদ্ধৰ কাৰণে
সাজি-পাৰি আহক ওলাই,
পাণ্ডৱক জয় কৰি
পাৰিলে ৰাখক স্বাধীনতা।

বৃষকেতু। সবিনয়ে জনাবা ৰজাক,—
ইচ্ছা যদি আছে যুঁজিবৰ
বিলম্ব নকৰি
সোনকালে কৰে যেন যুদ্ধ আয়োজন।
নোৱাৰোঁ থাকিব আমি
বহুদিন এই নগৰত।

দূত। নিবেদিম যথাযথ ৰজাৰ আগত।

[ অৰ্জুন আৰু বৃষকেতুৰ প্ৰস্থান ]

[ পুণ্ডৰীকৰ প্ৰবেশ ]

পুণ্ডৰীক। বোলোঁ তইঁত হ'বলা ঘোঁৰাৰ বেপাৰী? কিমান ঘোঁৰা আনিছ, বাৰু, দৰ-ভাও কেনে কচোন? বুঢ়া-বতুৱা এডোখৰ সন্তাকৈ পালে মৰো কিনো বুলিছোঁ।

দূত। আমাক কেতিয়া ঘোঁৰাৰ বেপাৰ কৰা দেখিছনে? ঘোঁৰা বেচিবলৈ আহিছোঁ বুলি তোক কোনে ক'লে?

পুণ্ডৰীক। বাক সেইফাকি কৰ নে নকৰ, তইঁতৰ কথা। তইঁতৰ সেই হেৰোৰা ঘোঁৰাটো হ'লে একা জতকা, ভালকৈ খোজকে দিব নোৱাৰে; এৰি থৈ গুচি যাইঁক, অইনবোৰ ঘোঁৰাৰ পৰাই তাৰ দাম উলিয়াই ল'বি বোপাইহঁত।

দূত। ওঁ—মই চিনিছোঁ, তই ঘোঁৰা-চোৰ। নহ'লে ইমান কথা ক'বলৈ সাহ পাবনে?

পুণ্ডৰীক। —মই হ'লে দেউতাসকল, একো ঘোঁৰা-চোৰা চুৰ কৰিবলৈ অহা নাই। এনেয়ে ফুৰিবলৈ ওলাই আহিহে এইখিনি পাইছোঁহি। আমাৰ মণিপুৰীয়া ঘোঁৰাৰ কি আকাল পৰিছে? জাকে জাকে পথাৰত চৰি ফুৰে নহয়, মই জানো কোনোবাটোত কেতিয়াবা হাত দিছোঁ? কেতিয়াবা কোনোবাটো এখন্তেক ধৰি মেলাবলৈ লৈ আনিলেও আকৌ এৰি দিওঁ। মুঠেই সন্তাকৈ ঘোঁৰা-পোৱালি এডোখৰ কিনিব পাৰোঁ বুলিহে বুজ লৈছিলোঁ।

দূত। তোক সেইবোৰ কথা কেৱে সোধা নাই। তই য'ৰ পৰা আহিছ, তালৈ যা।

পুণ্ডৰীক। য'ৰ পৰা আহিছোঁ তালৈ নগৈ ইয়াতে খপীয়া পৰিম বুলি ভাবিছইঁক নেকি? চাইঁকচোন হাবিও অগাইধ, ঘোঁৰাও সৰু সৰু, বাঘো ডাঙৰ, ইমান পৰ ক'ত কি হৈছে তাৰ বা কি ঠিক? সেইহে কৈছোঁ, তইঁত ইয়াৰ পৰা যাগৈ, সেই সৰু ঘোঁৰাটোৰ বাবে ইয়াত নিশা খপিবৰ আৱশ্যক নাই বোপাইহঁত—বাঘে পাব লাগিলে গা সাৰিবলৈকে টান হ'ব।

[ দুইবো দুপিনে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### ৰাজ-অন্তঃপুৰ

[ চিত্ৰাঙ্গদা আৰু উলূপী ]

চিত্ৰাঙ্গদা। উলূপী ভনীটি,
মন মোৰ লাগিছে চঞ্চল,—
কালি নিশা দেখিলোঁ সপোন
শুকুলা কাপোৰ পিন্ধি
ফুৰিছিলোঁ তোমাৰ লগত
আনন্দ মনেৰে
নগৰৰ বাহিৰৰ হাবিৰ মাজেদি।
ফুৰি আহি আকৌ সোমালোঁ যেন
নগৰৰ গড়ৰ ভিতৰ।
সাৰ পালোঁ চক্‌মক্ খাই
নাহিঁল টোপনি আৰু
গুতালিকে ৰাতিও পুৱাল।

উলূপী। একো ভয় নকৰিবা বাইদেউ
শুভ সমাজিক
শুভ ফল নিশ্চয় ফলিব।
বিশেষত স্বপ্ন এটি মনৰ ভাবনা,—
যেনেকে'ই ফুলে কলি পুৱা পোহৰত
সেইদৰে নিশা টোপনিত
অস্ফুটিত ভাববোৰো
হয় আহি মনত বিকাশ ;—
সেইবাবে সমাজিকল'ই,
বিশেষত ভাল সমাজিক
ভাল তাৰ সকলো লক্ষণ।
আহিছে কুমাৰ,
আশীৰ্বাদ জনোৱা তোমাৰ।

[ বভ্রুবাহনৰ প্ৰবেশ ]

বভ্রুবাহন। কৰিছোঁ প্ৰণাম মাহী,
নমস্কাৰ কৰিছোঁ জননী।
চিত্ৰাঙ্গদা। জয় হক সকলো কামত।
উলুপী। যশ বল বাঢ়ক তোমাৰ।
বভ্রুবাহন। আহিছে পাণ্ডৱ সেনা
আছে আহি পুৰৰ বাহিৰে,
অশ্বমেধ মহাব্ৰত ধৰি
আনিছে যজ্ঞৰ ঘোঁৰা,
মেলি দিছে মোৰ নগৰত,
সমাচাৰ দিছে পঠিয়াই
ঘোঁৰা ধৰি যুদ্ধ নকৰিলে
পাণ্ডৱক চক্রবৰ্ত্তী মানি
শোধাব লাগিব কৰ-ভাৰ।
আহিছে ঘোঁৰাৰ বাবে যুদ্ধৰ নিমিত্তে
প্ৰধান যশস্বী পাৰ্থ মধ্যম পাণ্ডৱ;
উপযুক্ত সমিধান দিলোঁ,
কলোঁ—"আছোঁ, যুদ্ধত প্ৰস্তুত,
তথাপি নকৰোঁ মই
পাণ্ডৱৰ দাসত্ব স্বীকাৰ।"
এতেকে জননী, আশীৰ্বাদ কৰা মোক
পৰাজিত কৰি আহোঁ
অভিমানী অৰ্জুন বীৰক।
চিত্ৰাঙ্গদা। কি ক'লা কুমাৰ!
অৰ্জুনেৰে যুঁজিব খুজিছা?
পাৰ্থ মোৰ প্ৰাণৰ বল্লভ,
তোমাৰ জনক,
জন্ম হ'লা,—যেতিয়া ফাল্গুনী
তীৰ্থযাত্ৰা কৰোঁতে আছিল

কিছুদিন এই নগৰত।
অষ্টাঙ্গ-প্ৰণাম কৰাগ'ই
অৰ্জুনৰ শ্ৰীপাদ-পদ্মত।
পিতা বুলি দিবা পৰিচয়
পুত্ৰ ভাবে ফাল্গুনীয়ে সাদৰ কৰিব।
আনাগৈ সাদৰি বীৰক,
কৰোঁ আমি আয়োজন,
মণিপুৰ নগৰত
উৎসৱেৰে থলক লাগক।

বভ্ৰুবাহন। যাৰ কথা সদায় শুনিছোঁ,
যাৰ বাবে দিশ লক্ষ্য কৰি
কৰিছা সদায় প্ৰণিপাত
এবেঁইনে মহাবীৰ কৃষ্ণৰ সুহৃদ্
ধনঞ্জয় পাণ্ডুৰ নন্দন?

চিত্ৰাঙ্গদা। তোমাৰ পৰম পূজ্য পিতৃ ধনঞ্জয়,
কৰাগ'ই প্ৰণিপাত পাৰ্থৰ পাৱত।

বভ্ৰুবাহন। অৱশ্যে সৌভাগ্য মোৰ
দেখা হ'ল পিতৃৰ লগত;
সহৃদয় পূজ্য পিতৃদেৱে
নিজ নগৰতে
কৃপা কৰি দিলে আহি দেখা।
কিন্তু মই পাৰ্থৰ তনয়,
যুদ্ধ বিনে পিতৃৰ কাষত
কদাপি নিদিওঁ পৰিচয়,
লৱ-কুশে সম্মুখ ৰণত
ৰাঘৱক পৰাজয় কৰি
খ্যাতিমান হ'ল জগতত।
যুদ্ধ বিনে যোঁৱা যদি সমৰ্পো পিতৃত
ভাবিব পিতৃয়ে,—মই অযোগ্য সন্তান।

চিত্ৰাঙ্গদা। লাজ অপমান
নাই একো পিতৃৰ কাষত।
পিতৃক ৰণত জিনি
নেলাগে যশস্যা একো লভিব ধৰাত।
এনেয়ে পাণ্ডুৰ বংশ তোমাৰ প্ৰধান,
পাণ্ডৱক কৰ-ভাৰ এনেযে শোধাবা।
কৰা বা নকৰা তুমি
পাণ্ডৱৰ দাসত্ব স্বীকাৰ,
তথাপিও পাণ্ডৱৰে দাস।
এতেকে যুদ্ধৰ আশা কৰা পৰিত্যাগ।

উলুপী। অৱশ্যে কুমাৰ,
পালা তুমি মাতৃৰ বচন,
যুদ্ধ আশা পৰিত্যাগ কৰি
অৰ্জুনৰ আশ্ৰয় বিচাৰা;
ভগৱন্ত যাৰ চিৰ লগৰীয়া
তেনে হেন পিতৃ তুমি
লভিছা ভাগ্যেৰে
পশাগ'ই পাৰ্থত শৰণ।

বভ্ৰুবাহন। ঘোঁৰা ধৰি যুদ্ধ এৰি
পুনৰপি সেই ঘোঁৰা সমৰ্পণ কৰা
বীৰৰ উচিত কাৰ্য্য নহব কদাপি;
তথাপি জননী, পালিম তোমাৰ কথা,
পাণ্ডৱত শৰণ পশিম
পুত্ৰ বুলি দিম পৰিচয়;
আশীৰ্বাদ দিয়া মোক ৰঙেৰে জননী,
তোমাৰ আদেশ মতে,
পিতৃ পদ পূজোঁ সমাৰোহে।

চিত্ৰাঙ্গদা। সিদ্ধি হ'ব মনৰ কামনা।

[ সকলোৰে প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

আলিবাট

[ তিনিটা নগৰীয়াৰ প্ৰবেশ ]

১ম নগৰীয়া। শুনিছনে বোপাই, আমাৰ বভ্ৰুবাহন ৰজাৰ হেনো বাপেকটো আহি ওলাইছেহি!

২য় নগৰীয়া। কোন অ'? সেই তাহানিৰ সন্ন্যাসীটো নেকি অ'?

১ম নগৰীয়া। এৰা, এৰা, হওঁতে পিচে সন্ন্যাসী নহয়, ৰজাৰ ল'ৰাহে। এতিয়া হেনো আকৌ পুতেকলৈ মনত পৰি চাই যাবলৈ আহিছে।

৩য় নগৰীয়া। কিয়নো আহিছে বুলিছা?

১ম নগৰীয়া। এতিয়া আকৌ পুতেকলৈ মনত পৰি এবাৰ চাই আহোঁগৈ বুলিয়েই লৰ মাৰি আহিছে। ঘোঁৰা এটাত উঠি আহিছিল হেনো, চৰিবলৈ এৰি দিওঁতে সিও বোলে হেৰাল। বিচাৰি চলাপাত কৰিছে তেও চিন মোকামেই নাই।

৩য় নগৰীয়া। হওঁতে হয় মোৰ গৰুজনী বেচিবৰ আজি তিনিটা বিহু হৈ গ'ল; ইপিনে বাপেকে পোৱালিটোও ঘৰতে বন লগাই ঘৰতে ৰাইছোঁ; তেও গৰুজনীয়ে সিদিনা গিৰিহঁতৰ ঘৰৰপৰা পলাই আহি পোৱালিটোক শুঙা এটা মাৰি গ'লহি।

২য় নগৰীয়া। থ তোৰখন কথা, ইমান দিনে কথাকে ক'বলৈ নিশিকিলি; মনে মনে থাক, এইখনত কেল্‌কেলাই নেথাকিবি।

১ম নগৰীয়া। ইয়াৰ মাতটো শুনিলেই মোৰ গাটো জিকাৰ মাৰি উঠে; ইয়াৰ কথাৰ একো লাগ-বান্ধ পাবলৈ নাই।

২য় নগৰীয়া। মোৰ গাৰ নোমবোৰ শিয়ঁৰি উঠে। এইয়া চোৱাচোন বাৰু মিছাকৈয়ে কৈছোঁনে?

১ম নগৰীয়া। পিচে এতিয়া আকৌ ৰাজদৰবাৰলৈকো যাব লাগিব, আমি আৰু যাওঁহে—ব'লা।

২য় নগৰীয়া। আলিবাটত চাকি-চুকাও লগাবলৈ লাগিব। হাবিৰপৰা বিচাৰি আনি ফুলো আৰিবহি লাগিব।

৩য় নগৰীয়া। আমাৰ ধন নাই দুখীয়া মানুহ, আমি চাকি লগাবলৈ ক'ত তেলৰ খৰচ পাম?

১ম নগৰীয়া। তেনেহ'লে তোমাৰ পিনে ডাঙৰ ডাঙৰ বিষয় পোৱাটি ইমানতে হৈছে আৰু!

২য় নগৰীয়া। এ—কি কৈছা? সিবেলি ধনবৰে ভালকৈ চাকি এশাৰী লগায়েই নিজেও বাহাদুৰী খিতাপ পালে, পুতেককো আঢ়ৈ-কুৰি টকীয়া কাম এটা দিয়ালে।

৩য় নগৰীয়া। হয়নে? তেন্তে ময়ো যাওঁ, ৰূপ মহাচেৰেককে ধাৰ-বাৰ্হলৈ আনোগৈ। গোটাচেৰেক চাকিকে সৰহকৈ লগাওঁহি। মোক হ'লে খিতাপ-কিতাপ একোকে নেলাগে, মুঠেই বহি থকা ভাল চকিদাৰী কাম এটা পালেই হয়।

১ম নগৰীয়া। এতিয়া ফেদেলী পুৰাণ মেলি থাকিলে কি হ'ব! যাওঁ ব'লাহঁক। ৰজাৰ বাপেকক চাবলৈ বা কিমান ধন ভাঙিব লাগে।

২য় নগৰীয়া। এৰা, কথা সিও মিছা নহয়, আজিকালি ডাঙৰ ডাঙৰ লোকেৰে যে কথা একেষাৰ পতা ক'ৰবাৰে কথা, চকুৰে দেখা পাবলৈ হ'লেও ধন ভাঙিবলগীয়া দিন পৰিছেহি।

[ পুণ্ডৰীকৰ প্ৰবেশ ]

পুণ্ডৰীক। ৰাইজসকল! কথা একেষাৰ কওঁ, সকলোৱে কাণ পাতি শুনিবাচোন, অতি উত্তম কথা।

১ম নগৰীয়া। কওক ডাঙৰীয়া, আমি কেলেই নুশুনিম?

পুণ্ডৰীক। মই জানো আমাৰ ৰজাৰ বৰ-লগুৱা নহওঁ? তোমালোকৰ কোনো কথা একেষাৰ ৰজাক জনাব লাগিলে জানো মই জনাই নিদিওঁ?

২য় নগৰীয়া। কেলেই নহ'ব ডাঙৰীয়া, কোনে নই কৰিব পাৰে? কোনোৱে নুই কৰিলেও মই তাক পোতা-মোচোৰা দিম নহয়!

পুণ্ডৰীক। মই এইদৰে টলৌ-টলৌকৈ খোজকাঢ়ি ফুৰাটো তোমালোকে ভাল দেখিছা জানো?

৩য় নগৰীয়া। কেলেই ভাল দেখিছোঁ দেউতা-ঈশ্বৰ? সক চাই হাতী পোৱালি এটাত উঠি ফুৰিলে জানো আপোনাক সুওৱাব?

পুণ্ডৰীক। আমাৰ ৰজাই ঘোঁৰা-পোৱালি এডোখৰ হেৰা পাইছে। তোমালোকে বুজ নেপাইছাহঁক?

১ম নগৰীয়া। হয় নেকি? আপুনি দেখোন ডাঙৰীয়া তাতেই উঠি ফুৰিব পাৰে।

পুণ্ডৰীক। এৰা, ময়ো তাকে কওঁ। আমাৰ দেশত গুণীৰ মোল বুজোঁতা মানুহ নাই। সেইটো কাৰো ধন ভঙা ঘোঁৰা নহয়, হেৰা-পোৱা ঘোঁৰা। তোমালোক তিনিও গৈ দৰবাৰৰ তিনি চুকত থাকিবাগৈ; "আমাৰ ডাঙৰীয়াক ঘোঁৰা দিব লাগে" বুলি তিনিও চিঞৰ লগাই দিবা। আৰু মই থিয় হৈ মাত লগাবলৈ পাওঁতে নৌ পাওঁতেই তিনিও চুকৰপৰা হাত চপৰিয়াই থলক লগাই দিবা।

২য় নগৰীয়া। একো কথা নাই ডাঙৰীয়া; মুখৰ শুদা মাত এযাৰ, হাতৰ চাপৰিটোহে।

পুণ্ডৰীক। পিচে তোমালোকৰ কোনো কথা আকৌ ৰজাক জনাব লাগিলে ক'বা, মই জনাই দিম।

৩য় নগৰীয়া। ডাঙৰীয়া, আপোনাৰ মৰমহে লাগিছে। পাৰে যদি ৰজাক জনাই মেলি মোক চকিদাৰী কাম এটাকে দিয়াই দিব। মই আজি নিশা চাকি-চুকাও ভালকৈ লগাম।

পুণ্ডৰীক। একো কথা নাই মোৰ সোণাই, মোৰ লহমৰ কাম; মুঠেই দুদিন মানৰ আগতে হাত-ভেঁটী এটা লৈ মোক মনত পেলাই দি আহিবা। এতিয়া যাওঁহক আৰু, ব'লা। বাটত থিয়া-থিয়িকৈ থকা ভাল নহয়।

[ সকলোৰে প্ৰস্থান ]

# দ্বিতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

ৰাজসভা

[ বভ্ৰুবাহন, মন্ত্ৰী, ধৰ্মদাস আৰু ৰাজকুমাৰসকল ]

[ ৰাজকবিৰ প্ৰবেশ ]

মন্ত্ৰী। মহাৰাজ! ৰাজকবি আহি
প্ৰণমিছে নৃপতিৰ অভয় পদত।

ৰাজকবি। আহিছোঁ ৰাজন,
কি বাবে মতালে মোক—
কোন কাৰ্য্য কৰিম সাধন?

বভ্ৰুবাহন। হ'ব আজি মহাসভা,
ৰচি আনা সুন্দৰ কবিতা
মহাসভা উপযোগী,
শুনিলে উৎসাহ বঢ়া
তেজ যাতে বয় সিৰে সিৰে
কবিতাৰ সুৰৰ লগত।

ৰাজকবি। আৱশ্যক মতে মহাৰাজ,
নোৱাৰি আনিব মাতি
মধুময়ী কবিতা দেৱীক।
ইচ্ছা হ'লে আহে দেৱী
ন'হলে কোনেও
বন্দনাৰে নোৱাৰে ভুলাব।
নহয় নৰৰ বশ—
দেৱীৰ আদেশ মতে
চলোঁ আমি সেৱকমণ্ডলী।
তথাপিও মহাৰাজ, যত্নৰ বলেৰে
যিবা পাৰোঁ নিশ্চয় কৰিম।

উপযোগ কৰক আপুনি
অন্যান্য বিষয়,
যাওঁ মই, নিৰ্জনত বহি
আৰাধনা কৰিম দেৱীক ;—
প্ৰণিপাত জনালোঁ ৰজাক।

বভ্ৰুবাহন    যোৱাঁ কবি,
কৰি আনা কবিতা প্ৰস্তুত ;
শুনক অৰ্জুনে আজি
মণিপুৰ কবিৰ বন্দনা।

[ ৰাজকবিৰ প্ৰস্থান ]

মন্ত্ৰী।    ( মনে মনে ) কবিতাৰ গম্ভীৰ মাতত
আগবাঢ়ে নৰৰ জীৱন।
সৈনিকৰো যায় মন
প্ৰাণ দিয়ে ৰণৰ ক্ষেত্ৰত।
ৰাজ-আভৰণ নহয় পূৰণ
নেথাকিলে কবিতাৰ কোমল বন্দন।
হ'ব আজি মহাসভা
মণিপুৰ বুৰঞ্জীৰ নতুন অধ্যায়
লেখিব লাগিব ল'ই আজিৰ ঘটনা।
স্বাধীনতা যাব,
পাণ্ডৱৰ বশবৰ্তী হ'ব
এনে সময়ত,
এনেকুৱা নতুন দিনত
নেথাকিলে নতুন কবিতা
বুৰঞ্জীৰ শোভা নেবাঢ়িব।

বভ্ৰুবাহন।    ধৰ্মদাস ৰাজ পুৰোহিত,
কৰি থোৱা পূজা আয়োজন ;
পিতৃদেৱ আহিব যেতিয়া
অৰ্ঘ্য এটি কৰিবা অৰ্পণ।

ধৰ্মদাস। ৰাখিছোঁ প্ৰস্তুত মই সকলো সম্ভাৰ
নিবেদিম যথাসময়ত।

বক্ৰুবাহন। তুমি মন্ত্ৰী আগবাঢ়ি গ'ই
পিতৃদেৱ মধ্য-পাণ্ডৱক
মণিপুৰ নগৰৰ সকলো প্ৰজাৰ
আদৰৰ প্ৰণাম জনাবা।
যোৱাঁ তুমি আগবাঢ়ি
থাকাগ'ই ৰাজ-তোৰণত।

মন্ত্ৰী। যিবা আজ্ঞা মহাৰাজ,
অবিলম্বে কৰিম পালন,
থাকোঁগ'ই ৰাজ দুৱাৰত।

[ মন্ত্ৰীৰ প্ৰস্থান ]

বক্ৰুবাহন। শুনা শুনা নৃপতি মণ্ডল,
পাৰ্থ বীৰ কৌৰৱবিজয়ী,
কুৰুক্ষেত্ৰ ৰণত বধিলে
কত শত মহা মহাবীৰ,
ভগৱন্ত ৰথৰ সাৰথি,
ভীমধনু গাণ্ডীৱ হাতত;
পুত্ৰ মই বহু পুণ্য ফলে;—
পিতৃ বুলি সাৰ্থক লভিম
এই মোৰ ক্ষুদ্ৰ জীৱনত।
যেতিয়া প্ৰবেশ বীৰে কৰিব সভাত,
সকলোৱে উপযুক্ত ভাৱে
উপযুক্ত অভ্যাৰ্থনা কৰি
নিজ নিজ সম্মান জনাবা।

ৰজাসকল। মহাৰাজ,
আজ্ঞা আমি কৰিম পালন।

[ শঙ্খ-বাদ্য ]

[ অৰ্জুন, বৃষকেতু আৰু মন্ত্ৰীৰ প্ৰবেশ ]

বভ্ৰুবাহন। স্বৰ্গতুল্য ধৰ্মময় তুমি পিতৃদেৱ,
তোমাৰ প্ৰীতিত তুষ্ট
সকলো দেৱতা। ( প্ৰণাম )
পিতৃদেৱ, সিংহাসন কৰক গ্ৰহণ।
( অলপ বৈ ) এনেয়ে দাসানুদাস
আপোনাৰ অধম তনয়,
ল'ক ঘোঁৰা অশ্বমেধ কৰক সাধন,
ময়ো যাম লগতে সহায়।

অৰ্জুন। উপযুক্ত কৰিছা সম্মান,
বৰ্ণাম তোমাৰ কীৰ্তি হস্তিনাপুৰত।
যথাৰ্থতে চক্ৰবৰ্তী ৰজা পিতৃৰ নিচিনা,
পুত্ৰৰ সদৃশ
তলতীয়া সকলো নৃপতি।
পিতৃ বুলি কৰিছা সম্মান,
জনাম তোমাৰ গুণ
যুধিষ্ঠিৰ নৃপতিৰ অভয় পদত।
হ'লা তুমি পাণ্ডৱ সহায়,
কৰ দিবা যথাযোগ্য মতে,
পাণ্ডৱে অভয় দিব বিপদ কালত।

বৃষকেতু। কাৰ্য্যগুণে নৃপতিয়ে কৰিছে স্বীকাৰ,
হ'ব কৰতলীয়া আমাৰ;
নাই একো প্ৰয়োজন
বহুপৰ অপেক্ষা কৰাৰ;
বিদায় জনাই যাওঁ নিজৰ কামত।

অৰ্জুন। মণিপুৰপতি,
লভিলোঁ পৰম প্ৰীতি, ব্যৱহাৰ দেখি;
অৱশ্যে ৰাজন
যুধিষ্ঠিৰে পুত্ৰৰূপে কৰিব পালন;

মাগিলোঁ মেলানি, ঘোঁৰা দিয়া,
যাওঁ আমি নিজ কামলৈ।

বভ্রুবাহন। পিতৃদেৱ,
পোৱা নাই কথাৰ সম্ভেদ,
চিনা নাই নিজৰ পুত্ৰকো।
আপোনাৰ মই এটি অধম সন্তান,
ভাগ্যৰ বলেৰে
পালোঁ দেখা পিতৃৰ চৰণ
নিজ নগৰতে।
ধন্য মোৰ সাৰ্থক জীৱন।

অৰ্জুন। কি, কি, তুমি মোৰ নিজৰ সন্তান?
অসম্ভৱ!
বুজা নাই একো কথা,
ভাল কৰি দিয়া পৰিচয়।

বভ্রুবাহন তীৰ্থযাত্ৰা কৰোঁতে আপুনি
যেতিয়া আছিল আহি এই নগৰত,
তেতিয়া জন্মিলোঁ মই মাতৃৰ ঘৰত।

অৰ্জুন। চিনা নাই জনা নাই।
পুত্ৰ বুলি মোক দিছা পৰিচয়;
নেলাগেনে লাজ?
নিতান্ত বাতুল তুমি ৰজা।

মন্ত্ৰী। বিস্মৰণ সকলো তোমাৰ,
আছিল যশস্যাবান, নৃপতি প্ৰধান,
মণিপুৰ নগৰত,
বিৰিঞ্চি বংশত,
খ্যাতিমান যশোৱন্ত বীৰ,
তেওঁৰে দুহিতা দেৱী,—
চিত্ৰাঙ্গদা নামে,
কৰিছিলা গন্ধৰ্ব বিবাহ,

সেই চিত্ৰাঙ্গদা কুমাৰীৰ
গৰ্ভজাত শ্ৰীবভ্ৰুবাহনে
প্ৰণমিছে তোমাৰ পাৱত।

বভ্ৰুবাহন। পিতৃৰ কাষত কিবা লাজ অপমান?
আপুনি জনক মোৰ,
জননীৰ চিত্ৰাঙ্গদা নাম।

অৰ্জুন। কি, কি, চিত্ৰাঙ্গদা জননী তোমাৰ?
নিতান্ত জাৰজ তুমি
মিছাতে ভাবিছা মোক তোমাৰ জনক!
স্বভাৱচঞ্চলা চিত্ৰাঙ্গদা
বাৰাঙ্গনা জগত বিখ্যাত;
মোক তাতে দোষাৰোপ কৰি
অনৰ্থক কৰিছা জঞ্জাল;
নিজ ভাগ্যদোষে তুমি
পিতৃ নিচিনিলা
জন্ম ল'লা বেশ্যাৰ গৰ্ভত।

বভ্ৰুবাহন। (মনে মনে) ক্ষত্ৰিয় বংশত
জন্ম লাভ কৰি
ক্ষত্ৰনীতি বিগৰ্হিত আচৰণ কৰা,
এয়ে পৰিণাম!

মন্ত্ৰী। মিছাৰ চাতুৰী খেল নকৰা অৰ্জুন;
অনাহক কিয় তুমি
লগোৱা জঞ্জাল!

অৰ্জুন। ভুবনবিজয়ী পাৰ্থৰ তনয় হ'লে
কিয় হ'ব নীচ ব্যৱহাৰ?
পাৰ্থপুত্ৰে বিনা ৰণে নিদিয়ে চিনাকি!
অভিমন্যু পুত্ৰ মোৰ
সপ্তৰথী সনে যুঁজি
অমৰ ক্ষাত্ৰ-তেজ কলে জগতত,

সম্মুখ ৰণত পৰি হ'ল স্বৰ্গবাসী।
যাৰ শৰীৰত আছে
লেশমানো পাণ্ডৱৰ তেজ
তাৰ কাৰ্য্য ভীৰু এনে নহয় কদাপি।
নীচ কাৰ্য্য, নীচ তেজ,
নীচ জন্ম মণিপুৰ নৃপতিৰ।

বভ্ৰুবাহন। কি, কি, সিংহক গাঁতত আহি
কৰা অপমান!
কেনে তুমি,
কেনে বিক্ৰমেৰে, চিত্ৰাঙ্গদা জননীক
বেশ্যা বুলি সভাত বখানা?
সংসাৰৰ সকলো সুখকে
তুচ্ছ জ্ঞান কৰি
পতিপ্ৰাণা সতী, কত বৰ্ষ ধৰি আজি
পতিমূৰ্ত্তি হৃদয়ত জপি দিনে ৰাতি
পতিব্ৰতা ধৰ্ম আচৰিছে,—
ইহেন সতীৰ প্ৰতি অকথ্য কথন
বীৰোচিত নহয় কদাপি!
মোৰ এই তীক্ষ্ণ অসিৰেই
তুৰন্তে কৰিব পাৰো তাৰ প্ৰতিকাৰ;
কিন্তু তুমি অতিথি এতিয়া।
(ভিতৰলৈ) বান্ধি থ'বি ঘোঁৰা, নেৰিবি কদাপি,
যুদ্ধ কৰি কৰক মুকলি।
(অৰ্জুনক) সিংহাসন পৰিহৰি
ঘৰৰ বাহিৰ হ'ই
কৰাগ'ই যুদ্ধ আয়োজন;
বিনাযুদ্ধে নেৰিম যজ্ঞৰ ঘোঁৰা মই।

অৰ্জুন। বুজিলো তথাপি তুমি ক্ষত্ৰিয়নন্দন,
যুদ্ধ কৰা ক্ষত্ৰিয়ৰ ৰীতি;

যুদ্ধ নাম শুনি মনত উল্লাস বাঢ়ে;
নকৰোঁ অলপ ভয় যুদ্ধৰ কাৰণে।
আহাঁ বৃষকেতু
কৰোঁগ'ই যুদ্ধ আয়োজন।

[ বৃষকেতু আৰু অৰ্জুনৰ প্ৰস্থান ]

বভ্ৰুবাহন। যোৱাঁ যোৱাঁ নৃপতি মণ্ডল,
কৰাগ'ই যুদ্ধ আয়োজন,
পাণ্ডৱেৰে নিশ্চয় যুঁজিম,
সেনা ল'ই সাজু হৈ আহিবা সকলো;
চাওঁচোন ভগৱন্ত কাৰ নো সহায়!
( মনে মনে ) সংসাৰত নাই এনে চিন
যিহেৰে চিনিব পাৰে
অনায়াসে পুতেকে পিতাক।
দুষ্মন্তয়ো পাহৰি পেলালে
দুৰ্বাসাৰ শাপৰ কাৰণে
পুণ্যময়ী নিজৰ ঘৰিণী—
শকুন্তলা ঋষিৰ কন্যাক।

[ বভ্ৰুবাহন আৰু ৰজাসকলৰ প্ৰস্থান ]

ধৰ্মদাস। কৰিছিলোঁ পূজা আয়োজন,
অৰ্ঘ্য দিয়া যদিও নহ'ল,
কৰিলোঁ বামুণে দুখ
পাব লাগে উচিত দক্ষিণা।

মন্ত্ৰী। সকলোতে তোমাৰেহে লাভ।
এতিয়া নহ'ল পূজা
কিন্তু যুদ্ধৰ শেষত
পাবা তুমি এশগুণ আজিৰ দক্ষিণা।

ধৰ্মদাস। ধন্য হোৱা তুমি মন্ত্ৰীবৰ;
দুখীয়া ব্ৰাহ্মণ মই,

যিমানে দক্ষিণা পাওঁ,
সিমানে নোজোৰা হ'ই যায়।

মন্ত্ৰী। মানুহক অৰ্থ ই নোজোৰে।
নোহোৱা বাহিৰ তুমি
প্ৰকৃতিৰ বন্ধা নিয়মৰ।

[ মন্ত্ৰীৰ প্ৰস্থান ]

ধৰ্মদাস। কৈছিলোঁ জ্যোতিষৰ বলে
বহুত আগতে;—
মণিপুৰ নগৰত
ঘোৰ যুদ্ধ হ'ব অলপতে।
কৈছিলোঁ আৰু
যুদ্ধ হ'ব নিজৰ ঘৰতে।
পিতা-পুত্ৰে ঘৰতে যুঁজিব,
মোৰ কথা হাততে মিলিল;
কওঁ যদি এই কথা আকৌ এতিয়া
সকলোৱে 'পাহৰিলোঁ' বুলি
ক'ব উপহাস কৰি,—
যুদ্ধ হোৱা আগন্তুক দেখি
বামুণে কৰিলে এই নতুন কল্পনা।
নিজৰ বিদ্যাৰ মই
নিজে মাথোঁ বুজোঁ গভীৰতা,
লোকৰ কাষত সেইবাবে
সম্মান বিচৰা কদাপি নেপায় শোভা
মোৰ দৰে পণ্ডিত লোকৰ।

[ ধৰ্মদাসৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

### ৰাজ অন্তঃপুৰ

[ প্ৰভাৱতী আৰু বভ্ৰুবাহনৰ প্ৰৱেশ ]

প্ৰভাৱতী। যদি নাথ,
যুদ্ধ কৰা নিশ্চয় ভাবিলা
বিলম্বত নাই প্ৰয়োজন।

বভ্ৰুবাহন। নিশ্চয় যুঁজিম মই,
অৰ্জুনক বিনাশ নকৰি
নোসোমাওঁ দুনাই নগৰ।

প্ৰভাৱতী। কোন বীৰে অপমান আওকাণ কৰি,
কাৰোবাক পিতা পিতা বুলি
নিজে গ'ই দিয়ে পৰিচয়?
কৰিছিলা ইমান সম্মান তুমি
মাতৃৰ আজ্ঞাত,
কিন্তু তেওঁ অনাহক ৰাজ-সমাজত
বেশ্যা খ্যাতি অৰ্পিলে মাতৃক।
বীৰৰ দুহিতা মই, বীৰৰ ঘৰিণী
জানো মই মান-অপমান,
যোৱা নাথ যুদ্ধ কৰা গ'ই
সন্তোষেৰে বিদায় জনালোঁ।

বভ্ৰুবাহন। ধন্য তুমি বীৰৰ ৰমণী।
ভাৰ্য্যা যাৰ তোমাৰ নিচিনা
সুখৰ জীৱন তাৰ,
সকলোতে বিজয় লভিব;—
তোমাৰ ভাগ্যেৰে তোমাৰ সাহত
নিশ্চয় জিনিম মই পাৰ্থক ৰণত।

প্ৰভাৱতী। মোৰ ক্ষুদ্ৰ শকতিৰ
সকলো সামৰ্থ্য যেন
যোগ হয় তোমাৰ দেহত।

পৰা হ'লে লক্ষ লক্ষ সেনাৰ লগত
মযো এটি সেনা হ'ই
থাকিলোঁহেঁতেন নিজে ৰণৰ ক্ষেত্ৰত।

বভ্ৰুবাহন। থাকিবা, থাকিবা দেৱী,
নিৰ্ভয় ভাৱেৰে,
যুদ্ধ শেষ হ'লে আহি
কৰিম তোমাক দেখা আনন্দ মনেৰে।
যাওঁ আৰু কৰোঁগ'ই যাত্ৰা ৰণল'ই।
[ যাব খোজে ]
আহিছে জননী সোৱা
উত্ৰাৱল হ'ই,
উলুপী মাহীও দেখোঁ আহিছে লগত।

[ বেগেৰে উলুপী আৰু চিত্ৰাঙ্গদাৰ প্ৰবেশ ]

চিত্ৰাঙ্গদা। নেযাবা নেযাবা বোপা
নকৰিবা যুদ্ধ আয়োজন;
পাণ্ডৱেৰে যুদ্ধ কৰা
নহয় নৰৰ কাম
কৃষ্ণ যাৰ ৰথৰ সাৰথি।
শোধোৱা যজ্ঞৰ ঘোঁৰা।

বভ্ৰুবাহন। জননী,
তুমি মোৰ মহাগুৰু
দেৱতাৰ অত্যুচ্চ দেৱতা।
তোমাৰ আদেশ পালি
পুত্ৰ বুলি চিনাকি দিলত
অকথ্য কথাৰে
তিৰস্কাৰ কৰিলে তোমাক;
ৰাজ-সমাজত
ভীৰু বুলি দুৰ্নাম ৰটালো মোৰ।

নেবাধিবা যুদ্ধৰ কাৰণে।
নিশ্চয় যুঁজিম মই,
যায় যাব প্ৰাণ মোৰ ভয় নাই তাত।

উলুপী	পিতা-পুত্ৰে বিৰোধ ঘটিলে
অৱশ্যে বিপদ হ'ব
কোনে তাক কৰিব বাৰণ?
লৱকুশে ৰামেৰে যুঁজিলে
পিতৃক বধিলে
পুনু প্ৰাণ পালে তেওঁ
দৈৱগুণ শক্তিৰ কাৰণে।

বভ্ৰুবাহন।	যুদ্ধ ইচ্ছা অদম্য মনত;
বিনাযুদ্ধে নেৰিম যজ্ঞৰ ঘোঁৰা,—
বীৰৰ ৰমণী বীৰৰ দুহিতা দুয়ো
সন্তানৰ অপমান কিৰূপে সহিছা?
যুদ্ধ কৰা ক্ষত্ৰিয়ৰ নীতি,
আজ্ঞা দিয়া পাণ্ডৱক পৰাজোঁ ৰণত।

চিত্ৰাঙ্গদা।	(মনে মনে) এপিনে প্ৰৱল সন্তানৰ স্নেহ,
আনপিনে ক্ষত্ৰিয়ৰ ঘোৰ অপমান;
বিমোৰত পৰিলোঁ এতিয়া;
একো মই নোৱাৰোঁ বুজিব।
সংসাৰৰ কোনো কোনো ডাঙৰ কামৰো
সিদ্ধান্ত কৰিব লগা হয়
এনে সোনকালে,
মানুহৰ তীক্ষ্ণ বুধিয়েও
মানে পৰাভৱ।
(বভ্ৰুবাহনক) নিতান্ত যুজিবা যদি
যুদ্ধ-ইচ্ছা অত্যন্ত প্ৰবল
দিলোঁ মই ৰঙ্গেৰে বিদায়;

যুদ্ধ কৰি জয়লাভ কৰা,—
শুনক তোমাৰ কীৰ্তি ভুবনমণ্ডলে।

বভ্ৰুবাহন। মাগিলোঁ বিদায় মাহী
আশীৰ্বাদ কৰিবা জননী।
যুদ্ধ জিনি পুনু আহি
আনন্দ মনেৰে
নিবেদিম ৰণৰ বাতৰি।

[ বভ্ৰুবাহনৰ প্ৰস্থান ]

চিত্ৰাঙ্গদা। উলুপী ভনীটি বধু প্ৰভাৱতী,
আহাঁ আমি কৰোঁগৈ দেৱ আৰাধনা ;
বিষ্ণু মোৰ প্ৰধান দেৱতা
বিষ্ণু যদি তুষ্ট হয়
যুদ্ধ আমি নিশ্চয় জিনিম।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

গঙ্গাগৰ্ভ

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। পূৰ্ণ হ'ল মনৰ কামনা
ফলিয়াব শাপে মোৰ অৰ্জুনৰ গাত ;
পাৰ্থ হ'ব পৰাজিত, বধিব পুতেকে,
মোৰ শাপ অখণ্ড ফলিব।
বধিলে পুত্ৰক মোৰ, পিতামহ তাৰ—
ভীষ্মদেৱ শান্তনু নন্দন,
কুৰুক্ষেত্ৰ সমৰত অন্যায় যুঁজেৰে,
দুৰ্য্যোধন ভেশ ধৰি ভীষ্মক ঠগিলে।
তদুপৰি বধিলে ছলেৰে
প্ৰবীৰকো অন্যায় যুঁজত।

প্ৰবীৰৰ বীৰমাতা জনাৰ জীৱন,
লুপ্ত হ'ল মোৰ সলিলত ;
তাতে মই দিলোঁ অভিশাপ,—
সেই শাপ এতিয়া ফলিব।
নিজৰ তনয় বভ্ৰুবাহনেৰে যুঁজি
প্ৰতিফল পাব ছলনাৰ।

[ গঙ্গাৰ প্ৰস্থান ]

[ জলদেৱীসকলৰ প্ৰবেশ ]

জলদেৱীসকল। গীত

কাৰো কোমল মৰম প্ৰাণে নেজানে,
কাক বোলে মায়া নেজানে ;—
ভাবিলে বিভোল হয়,
পুৰণি লাহৰী ছবি
হিয়াত আঁকি লয় ;
নতুন কৰি ধৰি লয়।
চুলে জঁয় পৰি যায়
বতাহে উৰায়,—
স্মৃতি মৰমে হৃদি হানে,—
তথাপি নেজানে প্ৰাণে।

[ সকলোৰে প্ৰস্থান ]

# তৃতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

যুদ্ধক্ষেত্ৰ

[ অৰ্জুন, বৃষকেতু আৰু সেনাসকল ]

অৰ্জুন। সাৱধানে দক্ষিণ কোণত
থাকিবা সেনাৰে তুমি
অৱৰোধ কৰি বাট বভ্রুবাহনৰ।
পশ্চিমে থাকিম নিজে,
উত্তৰে পৰ্বতশ্ৰেণী
অলঙ্ঘ্য সেনাৰ,—
নিৰ্ভয় মনেৰে আমি
থ'ব পাৰোঁ পৰ্বতকে
উত্তৰৰ প্ৰহৰী স্বৰূপে।
পূব পিনে আছে খাল,
সাঁতুৰি নহ'লে পাৰ
নোৱাৰে পশিব সেনা
ক্ষেত্ৰৰ ভিতৰ ;
কিন্তু তুমি অদম্য সাহেৰে
পালে বিপক্ষৰ সেনা দক্ষিণ পথত
আক্ৰমণ কৰিবা বলেৰে।

বৃষকেতু। যিবা আজ্ঞা কৰিম পালন
প্ৰাণ মোৰ থাকে মানে
কদাপিও দক্ষিণ পথেদি,—
নোৱাৰিব প্ৰবেশিব শত্ৰুৰ সেনানী।

[ শঙ্খবাদ্য ]

অৰ্জুন। শুনা শুনা
আহিছে বিপক্ষদল সিংহনাদ কৰি,
আনন্দেৰে শঙ্খধ্বনি কৰিব লাগিছে।

যোৱাঁ যোৱাঁ, কৰাগ'ই
নিজ নিজ স্থান অধিকাৰ;
ভেঁটিবা শত্ৰুৰ পথ
নিদিবা সোমাব ৰণভূমি;
বিলম্বৰ নাই প্ৰয়োজন—
পাৰিলে জিনিলা ৰণ
নহ'লে থহিব আজি
পাণ্ডৱৰ যশৰ কিৰীটি।

সেনাসকল। জয় ৰজা যুধিষ্ঠিৰ
জয় পাণ্ডুপুত্ৰ ধনঞ্জয়।

[ বৃষকেতু আৰু সেনাসকলৰ প্ৰস্থান ]

অৰ্জুন। আহিছে বিপক্ষ সেনা
ভীষণ নাদেৰে
আকাশ মেদিনী ভেদ কৰি;
যাওঁ শীঘ্ৰে কৰোঁ প্ৰতিকাৰ।

[ অৰ্জুনৰ প্ৰস্থান ]

[ বভ্ৰুবাহন, সেনাপতি আৰু সেনাসকলৰ প্ৰবেশ ]

বভ্ৰুবাহন। সাৱধানে সমৰ কৰিবা,
সকলো নিৰ্ভৰ মোৰ
তোমালোক সেনাসকলতে।
প্ৰত্যেককে গাইপতি কৰিছোঁ ভৰসা—
যুদ্ধত পাৰ্থক জিনি কীৰ্তি ৰাখা নিজৰ দেশৰ।
যদিও নৃপতি মই
দুটি মাত্ৰ হাত মোৰ সমৰক্ষেত্ৰত।
তোমালোক বহুজন মিলি
নিজৰ দেশক পাৰা
স্থান দিব উচ্চ আসনত।
হাৰিলে সম্মান যাব
স্বাধীনতা হেৰাব দেশৰ—

স্বাধীনতা, স্বাধীনতা বুলি,
উচ্চস্বৰে আৰ্তনাদ কৰি
আক্ৰমিবা বিপক্ষ সেনাক ;
তোমালোক দুজনে এজনে
হেৰুৱাব পাৰা প্ৰাণ যুদ্ধৰ ক্ষেত্ৰত।
কিন্তু ক্ষতি নাই তাত,
তাৰ সলনি ৰ'ব
স্বাধীনতা নিজৰ দেশৰ,
স্বাধীনতা মহামন্ত্ৰ জপি
স্বৰাজ্যক ৰক্ষা কৰঁা
বিদেশী শত্ৰুক কৰি
পৰাজয় সম্মুখ ৰণত।

সেনাপতি। নৃপতিৰ শুনিলা আদেশ সকলোৱে,
জয়ধ্বনি কৰোঁ আনন্দেৰে।

সেনাসকল। জয় মণিপুৰপতি দেশৰ গৌৰৱ
জয় হ'ক ৰজাৰ ৰণত।

বভ্ৰুবাহন। ( ভিতৰলৈ চাই ) শত্ৰুৱে ল'লেহি আহি
সুবিধাৰ ঠাই ;
এপিনে পৰ্বত থ'লে ইপিনে যমুনা
দুপিনে দুশাৰী হৈ
মাজ ঠাই অভেদ কৰিছে।

সেনাপতি। এদল সেনাৰে মই
আক্ৰমণ কৰোঁ অৰ্জুনক,
অন্য এদলেৰে
বৃষকেতু কুমাৰক
মহাৰাজে আক্ৰমক দক্ষিণ দিশত।

বভ্ৰুবাহন। একেলগে দুয়ো যদি দুপিনৰপৰা
বিপক্ষৰ সেনাক আক্ৰমোঁ,
জয় হ'ব আমাৰ নিশ্চয়।

যোৱাঁ সেনাপতি
বিপক্ষৰ সেনাক আক্ৰমা।

[ এপিনে সেনাপতি আৰু এদল সেনাৰ, আৰু আনপিনে বভ্ৰুবাহন আৰু আন এদল সেনাৰ প্ৰস্থান ]

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। ৰণদেৱী চামুণ্ডানামিনী,
অৱস্থান কৰা আহি ৰণৰ ক্ষেত্ৰত।
পিতা পুত্ৰে বিবাদ কৰিছে।
বহু জীৱ হত্যা হ'ব
শোণিতেৰে নৈ ব'ব
আহাঁ দেৱী, কৰাহি বিহাৰ।

[ গঙ্গাৰ প্ৰস্থান। ]

[বৃষকেতু আৰু সেনাপতিৰ প্ৰবেশ ]

সেনাপতি। জন্মি তুমি ক্ষত্ৰিয় কুলত
কিয় কৰা এনে অনাচাৰ ?
ছলনাৰে আঁতৰাই আনি
সেনাদল পিচত পেলালা,
সুমালাহি পৰ্বতৰ সংকীৰ্ণ স্থানত।
জন্মি তুমি ৰজাৰ বংশত
প্ৰতাৰণা কৰি
বধিব খুজিছা আজি শত্ৰুক ৰণত।

বৃষকেতু। যুঁজত নিমগ্ন থাকি
পাহৰিলা—কেনিনো আহিলা,
কিয় কৰা দোষাৰোপ
অনৰ্থক মোক ;—
বাধ্য মই নহওঁ তোমাৰ,

ভুল যদি কৰা তুমি
সংশোধন কৰা তাক
নহয় কৰ্তব্য মোৰ।
যুদ্ধ কৰা নিজৰ বলেৰে
পাৰা যদি বধা মোক, নহ'লে তোমাক
মঙ্গলে নেৰিম আজি মই।
শত্ৰু যদি ধৰা পৰে
তাক এৰি দিয়া,—নহয় জ্ঞানীৰ কাম।
জালত পৰিলে বাঘ
কোনে কৰে নীতিৰ বিচাৰ?

সেনাপতি। নকৰোঁ অলপো ভয় মৃত্যুৰ কাৰণে
জন্মিছোঁ যেতিয়া
আজি হ'ক কালি হ'ক নিশ্চয় মৰিম।
মোক তুমি বধিব পাৰিবা,
কিন্তু মোৰ দৰে আছে বহু সেনা
সিবিলাকে ল'ব প্ৰতিশোধ।
নিৰ্ভীক মৰণ
বাঞ্ছনীয় বীৰ পুৰুষৰ!
মৰাৰ পূৰ্বতে কিন্তু বুজিব পাৰিবা
নহওঁ তোমাৰ মই অযোগ্য যুঁজাৰু।

[ বৃষকেতু আৰু সেনাপতিৰ প্ৰস্থান ]

[ দুটা সেনাৰ প্ৰবেশ ]

১ম সেনা। মোৰ তৰোৱালখন একেবাৰেই ভোটা হ'ল। তেও তোৰ গাত এঘাকে বহুৱাব নোৱাৰিলোঁ; তই পিঠিত কিবা লো বান্ধি আহিছনে কি অ'? ডিঙিপাতত ধৰিব দিছনে কটা?

২য় সেনা। ইমান কথা ক'বৰ সাহ পালিনে, দেখোন ডিঙিতে ধৰিব খোজ? মুখৰ কথাই হাতে-ভৰিয়ে একেবাৰেই উঠি আছে; কতখন যুঁজ কৰিছোঁ! যুঁজ কৰোঁতে কৰোঁতেই হাত বুটি হ'ল,

তেও কোনেও মোৰ ভিঙিলৈ হাত আনিব পৰা নাই। তোৰ সাহৰ মূৰতে ঘাটি থাবি একা বুইছ!

১ সেনা। বৰ ভঁয়া-ইঁয়াকৈ কথা নকবিচোন হেৰ'। মোক ভঁয়া-ইঁয়াকৈ কথা কওঁতা মানুহ আজিলৈকে ওলোৱা নাই; খোদ ৰজায়ো মোক তুমি-তামাকৈহে কথা কয়, তই আকৌ কিহৰ কি ওলালিহি অ', কিহৰ কি ওলালিহি?

২য় সেনা। বুইছ, মোৰ গাৰ বলটো অলপ ভটিয়াইছে গুণেহে। ন'হলে তোৰ নিচিনা একোটাৰ ঠেঙত ধৰি এছাৰ মাৰি পঠিয়াওঁ, ক'ৰবাত পৰেগৈ নহয়? আজি ইমান দিন যুজিলোঁ. এই দুটা হাতেৰেইনো ইমানগাল সেনা বধিলোঁ, বোপাই তোৰে শপত, জানিবা তপত পানীতহে লালুকী মেলিলোঁ।

১ম সেনা। (তৰোৱাললৈ চাই) মোৰ ভোটা তৰোৱালেৰে তেও অইন একো কৰিব নোৱাৰিলেও তোৰ কাণ দুখন কাটিব পাৰিম।

২য় সেনা। বোপাই বৰকৈচোন টিঘিলনিঘিলাবি। মোলৈচোন অলপ সংশয় কৰি কথা ক'বি; মোৰ এই দুখন হাতেৰেইনো ইমানগাল কুৰু-সেনা বধিলোঁ, এতিয়া জানো তোৰ শপত থাই ক'লেও পতিয়াবি?

১ম সেনা। বাৰু আপ, মোক জানো কুৰুক্ষেত্ৰ যুদ্ধৰ দুটামান সাধুকথা ক'বা?

২য় সেনা। কেলেই নক'ম বোপাই, তইচোন বাৰু হাত দুখন আজৰাই লৈ অলপ আতৰি আহ, এই যে পাগুৰ কেইটা দেখিছ, এই কেইটা সকতে মাউৰা হৈ মোৰ টেঁটুতহে লাগিছিল; মই মানুহ নকৰা হ'লে জানো এই কেইটা ইমান দিন থাকিলহেঁতেন? দুৰ্য্যোধনইতে ধৰি হাড়তো বন গজালেহেঁতেন।

১ম সেনা। বাৰু আপ আহাঁচোন, অইনবোৰেই যুদ্ধ কৰক। আমি সৌ পৰ্বতৰ আঁৰতে অলপ মনে মনে বহি কথাকে পাতোঁ। লোকৰ যহত নো আমি কিয় কটাকটি কৰি মৰোঁ!

২য় সেনা। ব'লা মোৰ সোণাই। বেচ ক'লা, মোৰ তাত কোনো ওজৰ নাই।

[ সেনা দুটাৰ প্ৰস্থান ]

[ বৃষকেতুৰ প্ৰবেশ ]

বৃষকেতু। সেনাপতি পৰিল ৰণত,
মহাবলধৰ
মণিপুৰ নগৰৰ সেনাৰ নায়ক।
লাগিছে ভাগৰ মোৰ দুৰ্জয় ৰণত।
কিন্তু, জিৰাবৰ নহয় সময়,
হৰিণাক বিন্ধে যদি কাঁড়ে
পাৰে নে জপাব চকু
লাগিলেও অত্যন্ত ভাগৰ?
জিনিলোঁ দক্ষিণ পথ,—
অকলই আছে খুৰা—পশ্চিম বাটত।
লাগিছে ডাঙৰ যুঁজ
কৰোঁগৈ তাতেই সহায়।

[ বৃষকেতুৰ প্ৰস্থান ]

[ অৰ্জুন আৰু বক্ৰবাহনৰ প্ৰৱেশ ]

অৰ্জুন। জিনিলে দক্ষিণ পথ।
বৃষকেতু কুমাৰে দেখিলা,
আছে যদি প্ৰাণল'ই ভয়
এতিয়াও পলোৱা ৰাজন;
সুন্দৰ শৰীৰ কিয়
ক্ষত কৰা লাজৰ ভয়ত?

বক্ৰবাহন। নেলাগে বুজনি দিব ৰণৰ ক্ষেত্ৰত,
আনন্দত বিষিনি মিলিব।
কৰিছা বিফল আশা—
ৰণ জিনি দেখিবা হুনাই গৈ
হস্তিনা নগৰ!

[ দুইবো প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

যুদ্ধক্ষেত্ৰৰ অন্য এক ভাগ

[ বৃষকেতুৰ প্ৰবেশ ]

বৃষকেতু। হতাশ—হতাশ মই নহওঁ কদাপি;
অৱশ্যে বহুত সেনা মৰিল ৰণত,
ক্ষয় হ'ল বহু বল আমাৰ পক্ষৰ,—
কিন্তু তথাপিও
কৰা নাই মনত সংশয়।
অলপীয়া সেনাৰেই
হৰুৱাম বিপক্ষৰ বহুত সেনাকো।
ভগৱন্ত আমাৰ সহায়
হোৱা নাই ক'তো পৰাজয়,
কদাপি নেঘাটো আমি এই সমৰতো।

[ অৰ্জুনৰ প্ৰবেশ ]

অৰ্জুন। খন্তেক থাকিব ক্ষান্ত তুমুল সংগ্ৰাম।
বহু সেনা এনেয়ে মৰিল;—
বাকী সকলোৱে বিশ্ৰাম লভিলে
হ'ব পুনু দুয়োদল দেখা;
কোন জিকে কোন হাৰে
হোৱা নাই একোৰে নিৰ্ণয়।
সাৱধানে সমৰ কৰিবা
পাণ্ডৱৰ কীৰ্তি আজি অস্ত্ৰৰ আগত।

বৃষকেতু। বহুবিধ ৰণ কৰি
দেখিছোঁ ৰণৰ কাম বহুত ক্ষেত্ৰত,
কিন্তু খুৰা, কৰা নাই এনে ৰণ
মোৰ জনমত।
মণিপুৰ সেনাদল অতি বলধৰ
বভ্ৰুবাহনো তাতে অসীম শকতি।

অৰ্জুন। চোৰাঁ, চোৰাঁ!
শত্রুদলে বিশ্ৰাম কালত
বিশ্ৰাম নকৰি
প্ৰবেশিলে ৰণক্ষেত্ৰ আহি;
আগৰ আমাৰ স্থান
কৰিলেহি অধিকাৰ,
পৰ্বত নদীৰ ব্যৱহাৰ
শত্ৰুৱে ছলনা কৰি ল'লে।
বহু সেনা হৰুৱাব পাৰি;
এনেয়ে আমাৰ সেনা বহু তাকৰিল,
তাতে যদি শত্ৰুৱেও লয় ভাল ঠাই,
অত্যন্ত কঠিন হ'ব ৰণ জয় কৰা!
বৃষকেতু। আহিলোঁ, আহিলোঁ খুৰা,
শত্ৰুৰ দলত মই ব্যাঘাত জন্মাওঁ।
[ বৃষকেতুৰ প্ৰস্থান ]
অৰ্জুন। বিপদ বাৰণ, আৰ্ত মই,
দিয়া দেখা ৰণৰ ক্ষেত্ৰত,
সশঙ্কিত আজি
ৰণৰ প্ৰভাৱ দেখি,
তুমি বিনে নাই কেও
নিস্তাৰ কৰোঁতা।
পাণ্ডৱ তোমাৰ দাস,
পাণ্ডৱৰ শুভাশুভ
তোমাৰ হাতত।
( অলপ বৈ ) যদিও পাহৰোঁ আমি
তোমাক যাদৱ,
কেতিয়াবা আনন্দ দিনত,
বিপদ কালত হ'লে
তোমাক পাহৰি আমি

নোৱাৰোঁ থিবেৰে ৰ'ব থন্তেক সময়ো।
সেই বুলি হৃষীকেশ কোপ নকৰিবা;
বিপদত নেৰিবা সখাক।
আনন্দত পাহৰে তোমাক
পৃথিৱীৰ সকলো প্ৰাণীয়ে,
ময়ো তাৰে ক্ষুদ্ৰ জীৱ এটি।—
ময়ো নৰ,—নৰৰ সকলো দোষ,
যতমান দুৰ্বলতা,
সকলোৰে ভাগ আছে মোৰ হৃদয়তো!
সেই বুলি যদুৰায়
নকৰিবা অনাদৰ দুৰ্বল সখাক।
( অলপ ৰৈ ) শক্তি—শক্তি আজি
লুকাল দেহৰ, নাই বল,
নোৱাৰোঁ কৰিব লৰচৰ।
( অলপ ৰৈ ) কাপুৰুষ প্ৰায়
মাগিছোঁ দৈবিক বল ৰণৰ ক্ষেত্ৰত,—
যুদ্ধ এৰি, দৈৱ ৰূপ দুৰ্বলৰ বল
ঈশ্বৰ আৰাধি
প্ৰবোধিছোঁ দুৰ্বল মনক!
আছে মোৰ ভয়ঙ্কৰ গাণ্ডীৱ হাতত
কুৰুক্ষেত্ৰ সমৰত
বধিলোঁ অলেখ বীৰ;
নাই ভয়, ক্ষুদ্ৰ ৰণ অৱশ্যে জিনিম।

[ বেগেৰে অৰ্জুনৰ প্ৰস্থান ]

[ বৃষকেতু আৰু বভ্ৰুবাহনৰ প্ৰবেশ ]

বভ্ৰুবাহন। মিছাতে আহিলা বীৰ
দিগ্বিজয় কৰাৰ কাৰণে,—
ভাবিছানে,—দুৰ্বল দেহেৰে

ভুবন বিজয় কৰি
অশ্বমেধ কৰিবা পূৰণ ?

বৃষকেতু। আলাপৰ নহয় সময় ;
ৰণৰ ক্ষেত্ৰত আহি
নেলাগে ভাবিব তুমি
যুধিষ্ঠিৰ নৃপতিৰ
অশ্বমেধ হ'বনে নহয়।
পৰিত্ৰাণ কৰা আজি নিজকে ৰণত,
পাৰা যদি নিজৰ বলেৰে
পাণ্ডৱক পৰাজিত কৰি
খ্যাতিমন্ত হোৱা জগতত।

বভ্ৰুবাহন। ক্ষান্ত হ'বলই যদি কৰা অনুৰোধ,
পাৰোঁ তেন্তে এৰিব তোমাক
নকৰি বিনাশ,
ইমানতে অনুগ্ৰহ কৰি।

বৃষকেতু। নিবিচাৰে অনুগ্ৰহ পাণ্ডুৰ সন্তানে ;
সম্মুখ ৰণত যদি
প্ৰাণ যায় শত্ৰুৰ হাতত,
তাত মোৰ বাঢ়িব গৌৰৱ।

বভ্ৰুবাহন। নব প্ৰাণ নতুন যৌৱন,
কিয় নষ্ট কৰা বীৰ অযথা সাহেৰে ?
জৰ্জৰিত তোমাৰ শৰীৰ
বয় গাত শোণিতৰ ধাৰ,—
ক্ষান্ত হোৱা, নেলাগে যুঁজিব।

বৃষকেতু। ক্ষান্ত থাকা তুমি বীৰ,
কোমল শৰীৰ, পাইছা বহুত দুখ—
কোনো দিনে যুঁজ দেখা নাই,
যত্নেৰে পালিত তুমি
মাতৃৰ স্নেহত ;

নেলাগে কৰিব যুঁজ,
কৰা তুমি এতিয়া স্বীকাৰ,—
পৰাজয় আজিৰ ৰণত।

[ দুইবো প্ৰস্থান ]

[ এটা সেনাৰ প্ৰবেশ ]

১ম সেনা। উস্ ৰাম! এনে যুঁজ আৰু নহ'ব মুপজিব। এই হাতেৰেই কুৰুক্ষেত্ৰৰ যুদ্ধত ইমান কুৰু-সেনা বধিলোঁ, তাৰ আৰু লেখ-জোখ নাই। আগৰ হ'লে যুঁজ লাগিলে, গাৰ বল টুটক চাৰি বাৰিষাৰ পানীৰ দৰে কোঁ কোঁ কৰে বাঢ়িহে যায়। কিন্তু এইখন যুঁজত দেখোঁ গাৰ বল লাহে লাহে হানিহে হৈ গৈছে। এই তৰোৱালখনকে দাঙিবলৈ গাত বল নাইকিয়া হৈ গৈছে! উস্ ৰাম! যুদ্ধৰ গতি বৰ ভাল দেখা নাই। যাওঁ, আকৌ লাগোঁগৈ, মুবুৰে মানে ৰাম! এই যুদ্ধত ঘাটি আকৌ হস্তিনাপুৰলৈ উলটি যোৱাৰ একো সকাম নাই।

[ ১ম সেনাৰ প্ৰস্থান ]

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। সিদ্ধি হ'ব গঙ্গাৰ কামনা,
পূৰ হ'ব মোৰ অভিশাপ,
অন্তৰ্য্যামী নিদ্ৰাত বিভোল
নোৱাৰে পশিব গ'ই
কাৰো ক'তো কৰুণ কাকুতি।
সৌভগ মদত মত্ত
অভিমানী পাণ্ডৱৰ দল,
অন্তৰ্হিত আজি বাসুদেৱ।
ভগৱন্ত নহ'লে সহায়
অৰ্জুনৰ নেথাকে প্ৰতাপ,
অৱশ্যে ঘাটিব আজি
যুদ্ধ কৰি বভ্ৰুবাহনেৰে।

[ গঙ্গাৰ প্ৰস্থান ]

[ অৰ্জুনৰ প্ৰবেশ ]

অৰ্জুন। বৃষকেতু পৰিল ৰণত,
কৰ্ণৰ তনয় মোৰ প্ৰাণৰ পুতলী,
বিপদৰ এক সহচৰ
হেৰুৱালোঁ আজি বিদেশত।
( অলপ বৈ ) নিশ্চয় হাৰিম ৰণ নোৱাৰো জিকিব,
এনেয়ে অৱশ দেহ
তাতে মোৰ দহিলে অন্তৰ।
( অলপ বৈ ) নাহিল প্ৰাণৰ সখি—
যদুকুলপতি।
হে মধুসূদন, বিপদবাৰণ,
ৰক্ষা কৰা বিপদ কালত,
ধৈৰ্য্য দিয়া অধৈৰ্য্য জনক ;—
মণিপুৰ নগৰত
হেৰুৱালোঁ প্ৰাণৰ লাহৰী।
ভয় নাই মৰণৰ বাবে,
কিন্তু,—অশ্বমেধ নহ'ব পূৰণ,
যুধিষ্ঠিৰ নৃপতিৰ সংকল্প ভাগিব।
ৰাধিকাৰঞ্জন, গোপিকামোহন,
দিয়া দেখা বিপদ কালত ;
ভক্তজনে কৰিছে কাকুতি
আহাঁ যদুনাথ,
পাণ্ডৱৰ বিপদৰ সখা,
পৰিত্ৰাণ কৰাহি যুদ্ধত!

[ বভ্ৰুবাহনৰ প্ৰবেশ ]

বভ্ৰুবাহন। তোমাৰ দুখত বীৰ,
মোৰো অতি সন্তপ্ত হৃদয় ;
সকলো দৈৱিক কাম,

সম্মুখ ৰণত পৰি
গ'ল বীৰ স্বৰ্গধামলৈ।
মৃতকৰ হকে দুখ কৰি
শক্তি হানি কৰা নহয় জ্ঞানীৰ কাম ;
জনাওঁ সহানুভূতি
বিপদত তোমাৰ লগত।

অৰ্জুন। মহত্বৰ দিছা পৰিচয়,
বিপদত শত্ৰু মিত্ৰ ভেদ
জ্ঞানীজনে নকৰে কদাপি।
আহাঁ যুদ্ধ শেষ কৰোঁ,—
পাৰিলোঁ জিনিলো ৰণ,
নহ'লে লুকাল আজি
পাণ্ডৱ-গৌৰৱ-ৰবি অনন্ত কালত।

[ দুইবো প্ৰস্থান ]

[ ২য় সেনাৰ প্ৰবেশ ]

২য় সেনা। আনন্দত আজি মোৰ প্ৰাণে নধৰা হৈছে। এনে যুঁজ কৰিহে মনত তৃপ্তি লাগে। আজি বাপেকে পাণ্ডৱৰ যাকে ধৰিছোঁ সেয়ে পৰিছে। বোপাইঁতৰ গাত বল-শক্তিৰ লেশমাত্ৰও নাই। গাত দেখোন টোকৰ একোটা লাগিলেই দাঁত নিকটায়। এনেকুৱা পৰকিতিৰেইনো ইহঁত কুৰুক্ষেত্ৰৰ যুদ্ধত জিকিলনে ? সেই দেশৰ মানুহবোৰ বৰ নিৰ্বল হ'ব পায়, দুৰ্য্যোধন ৰজাই মোৰ নিচিনা এটা মাতি নিয়া হ'লেই ইহঁতৰ আটাইবোৰকে ছহিতে খেদি আহিলোঁহেঁতেন। যাওঁ, আকৌ লাগোঁগে। বৰশীত মাছ আহে মানে টোপায়েহে থাকিবৰ মন যায়।

[ ২য় সেনাৰ প্ৰস্থান ]

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। লভিলে বাঞ্ছিত ফল
শান্ত হয় উদ্বিগ্ন হৃদয়—

বৃষকেতু পৰিল ৰণত
আশা মোৰ বহুত ফলিল,
তথাপিও অৰ্জুনৰ নহ'লে বিনাশ
অভিশাপ নহ'ব পূৰণ।
পৰদুখ দেখি
হুঠে মোৰ হৃদয়ত আনন্দ-লহৰী ;—
ধোওঁ মই
শত শত পাপীবিলাকৰ
মহাপাপো শৰণ মাগিলে।
মই মাথোঁ হ'লোঁহে কাৰণ,
ঘটনাৰ চক্ৰ ঘূৰি
হ'ব লগা অৱশ্যে ফলিব।

[ গঙ্গাৰ প্ৰস্থান ]

[ বভ্ৰুবাহনৰ প্ৰবেশ ]

বভ্ৰুবাহন। পৰিল অৰ্জুন আজি
শত্ৰু সেনা দিহাদিহি গ'ল।
ধন্য বীৰ ধনঞ্জয়,
প্ৰকাশিলা বাহুবল মৰণ কালত।
ৰাখিলোঁ দেশৰ কীৰ্তি বাহুৰ বলেৰে ;—
বলধৰ মৃত্যুঞ্জয়জয়ী
পাৰ্থ আজি হ'ল পৰাজয়,—
হেৰুৱালে প্ৰাণ
মণিপুৰ ৰণৰ ক্ষেত্ৰত।
পৰম গৌৰৱ মোৰ
মণিপুৰ বুৰঞ্জীত
চন্দ্ৰ-সূৰ্য্য থাকেমানে
অৰ্জুনক জয় কৰা কথা
সুবৰ্ণৰ আখৰেৰে লিখিত থাকিব।

মাতৃৰ দুৰ্ণাম গোৱা
পৰিশোধ দিলোঁ অৰ্জুনক।
( অলপ বৈ ) কিন্তু মোৰ হৃদয়ত
উদিব খুজিছে যেন
কিবা এটি নজনা ভাবনা।—
দুৰ্বল মনত দুৰ্বল ভাবনা আহি
ভোগাব খুজিছে মোক অসহ্য যাতনা।
পাণ্ডৱবিজয়ী মই মণিপুৰপতি
পৰাজিত কদাপি নহওঁ
হৃদয়ৰ দুৰ্বল ৰণত।

[ বভ্ৰুবাহনৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

ৰাজ আলি

[ অন্ধ মালিনীৰ প্ৰবেশ ]

অন্ধ মালিনী। গীত

ৰজনী গ'লে প্ৰভাত উদিলে
হৰষে পৰশে হিয়া ;
মন বেদনা এফেৰি পাতলে
পাতলে বিষাদ ছাঁয়া।
সুললিত গীত বিহঙ্গমে গায়,
প্ৰাণ জুৰায় জুৰ মলয়াই,
নতুন পোহৰে দুখ পাহৰায়,—
জুৰ কৰে যেন হিয়া।

শুনিছোঁ পৃথিৱী হেনো
সৌন্দৰ্য্যৰ প্ৰধান আকৰ।

নানাবিধ ফুল ফুলি
থাকে হেনো হাঁহি নাচি গছৰ ডালত,—
কৰে খেলা জুৰ বতাহেৰে।
আহে হেনো জাকে জাকে নতুন চৰাই
যায় উৰি আকাশৰ ওখ বতাহত।
সূৰ্য্যৰ পোহৰ হেনো
বহুগুণে চোকা,
জুৰ অতি চন্দ্ৰৰ পোহৰ।
দেখা নাই জন্মাবধি,
চকুযুৰি মোৰ
অন্ধ কৰি স্ৰজিলে বিধিয়ে।
মাথোঁ মই সূৰ্য্যৰ ৰ'দত
গম পাওঁ দেহত উত্তাপ,—
আৰু যেন অন্তৰত
কিবা এটা কৰে ফুলোঁ ফুলোঁ।
নেদেখিলোঁ ঈশ্বৰৰ অমিয় সৃজন,
নেদেখিলোঁ কোমল নিম্নৰ,
নেদেখিলোঁ তাৰাৰ মাজত
চন্দ্ৰৰ কোমল হাঁহি,
নেদেখিলোঁ গুণধাৰী মনুষ্যকুলৰ
শোভাময় বদনমণ্ডল।
( অলপ বৈ ) আজি জিনিছে ৰজাই ৰণ,
এই বাটে নিশ্চয় আহিব ;
দিম মালা ৰজাৰ ডিঙিত,
সেনাসকলক দিম
একোটি ধুনীয়া ফুল,
নিশ্চয় সুখেৰে যাব
তেওঁলোক আনন্দ মনেৰে।
প্ৰতিদান নেলাগে একোকে মোক,

দুৰ্বল মনত মোৰ
ভাল লাগে,—পাৰোঁ যদি
সন্তোষ লগাব কাকো
ক্ষুদ্ৰ শকতিৰ মোৰ ক্ষুদ্ৰ উপায়েৰে।
কেনি আহে সেনাদল,—
যাওঁচোন ইফালে সিফালে।

[ অন্ধ মালিনীৰ প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

### ৰাজ-অন্তঃপুৰ

[ চিত্ৰাঙ্গদা আৰু উলুপীৰ প্ৰবেশ ]

চিত্ৰাঙ্গদা। ( কান্দি ) আহাঁ মোৰ প্ৰাণৰ ভনীটি.
ভাল কথা ঘটিল ভাগ্যত ;
হেৰুৱালোঁ সধৱা জীৱন
হেৰুৱালোঁ বংশৰ সুখ্যাতি
পিতৃ-হত্যা কৰিলে কুমাৰে ;
দুৰ্ণাম কুখ্যাতি ৰ'ব এই জগতত
থাকেমানে মণিপুৰ নাম।
সূৰ্য্যাই চন্দ্ৰই দুয়ো পোহৰ ঢালিব,
তাৰ লগে লগে ক'ব, নিজৰ পিতৃক
চিত্ৰাঙ্গদা-কুমাৰে বধিলে।
হাবিত চৰায়ে গান যিমানে কৰিব,
তাৰ লগে লগে ক'ব—নিজৰ পিতৃক
চিত্ৰাঙ্গদা-কুমাৰে বধিলে।
সময়ত বাধা কৰিছিলোঁ,
নুশুনি মাতৃৰ কথা
অমঙ্গল ঘটালে হঠাতে,
উচ্ছৃঙ্খল কোমল কুমাৰে।

তুমিও বিধৱা হ'লা
কপালৰ সেন্দুৰ মোহাৰা।

উলুপী। (কান্দি) আছিলোঁ সুখেৰে মই
পাতালপুৰত,—
পালিছিলে অনন্ত পিতৃয়ে,—
পিতৃ মোৰ ৰাজ্য অধীশ্বৰ
উপযুক্ত পাত্ৰ পাই
তীৰ্থযাত্ৰা কৰাৰ কালত
দিলে বিয়া অৰ্জুন বীৰক।
পাৰ্থৰ প্ৰেমত মজি লগে লগে আহি
চালোঁহি তোমাৰ বিয়া
মোৰ প্ৰাণেশ্বৰ অৰ্জুনেৰে।
তুমি মই অভেদ ভাবেৰে
তেতিয়াৰে পৰা থাকিলোঁ ইয়াতে।
গ'ল পাৰ্থ নিজ দেশল'ই;
পৰস্পৰ উভয়ৰ প্ৰেম
উভয়তে মাৰ যোৱাক'ই—
তুমি মই অভেদ ভাগিনী;
নাছিল ইমান দিন প্ৰেমৰ যাতনা,
আজি পাৰ্থ ৰণত পৰিল
দুখ মোৰ দুগুণে জ্বলিল,
নোৱাৰোঁ, নোৱাৰোঁ মই
ধৈৰ্য্য ধৰি থন্তেক তন্তিব।

[ পৰি মূৰ্চ্ছা যায় ]

চিত্ৰাঙ্গদা। উঠা, উঠা, বিপদ কালত
ধৈৰ্য্যহীনা নহ'বা হঠাতে।
পৰিহাৰ কৰা দুখ শোক
নিজেই বিহ্বলা মই
কিনো দিম তোমাক প্ৰবোধ।

তুমি যদি জ্ঞানকে হেৰুওৱা
ময়ো আৰু নোৱাৰিম থিৰেৰে থাকিব।

উলুপী (উঠি) কেনি গ'লা প্ৰাণনাথ,
কিনো জগৰত ত্যজিলা দাসীক,
মৰণ কালত কিয়
পাহৰিলা দাসীৰ চেনেহ!
আঁহা নাথ আকউ এবাৰ
ভক্তি ভাৱে কৰোঁ এটি প্ৰণয়ৰ সেৱা।

[ বভ্ৰুবাহনৰ প্ৰৱেশ ]

বভ্ৰুবাহন। কৰিছোঁ প্ৰণাম মই
মাতৃ মাহী দুইৰো পদত।

চিত্ৰাঙ্গদা। ভাল কথা কৰিলা কুমাৰ,
ভাল কীৰ্তি ৰাখিলা বংশত;
অকালতে বিধৱা কৰিলা,
নিজ হাতে পিতৃক বধিলা,
গুৰুতৰ পাপ কৰি
চিৰকাল নৰক লভিলা;
মণিপুৰ বিৰিঞ্চি বংশেও
তাৰ হকে নৰক ভুগিব।

বভ্ৰুবাহন সকলো ভাগ্যৰ ফল;
ভাগ্যৰ দোষত
পিতৃয়ে লাঞ্ছনা কৰি যুদ্ধত লগালে—
তাৰ ফলতেই মই
নিজে নিজে অনুতাপ ইমান ভুগিছোঁ—
তাতে যদি বঢ়া কথা কোৱা,
কোমল হৃদয় মোৰ
ফাটি যাব, প্ৰাণ হেৰুৱাম।

উলুপী। মিছা শোক নকৰা কুমাৰ,
নিজে কৃষ্ণ পাৰ্থৰ সহায়

থাকি তেওঁ তোমাৰ বুকুত
যিহকে কৰিব দিছে তাকেহে কৰিছা।
প্ৰাণসমা বাইদেউ,
যদিও লোকক মই
পাৰোঁ দিব অনেক বুজনি—
কিন্তু হ'লে মই
নেপাওঁ প্ৰবোধ একো কাৰো কথা শুনি;
হিয়াৰ দুখৰ কথা
নেজানো ফুটাই ক'ব
নিলাজী বনৰ দৰে
জাপ যাওঁ অলপ দুখতে।

চিত্ৰাঙ্গদা। শোকত বিহ্বলা আমি
ৰাজকাৰ্য্য নকৰে কুমাৰে,
কেউপিনে মিলিছে বিপদ।
আহাঁ যাওঁ,—বহি থাকি
শোক কৰা নহয় উচিত।

[ সকলোৱে প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

*ৰাজ-প্ৰাসাদ*

[ প্ৰভাৱতীৰ প্ৰবেশ ]

প্ৰভাৱতী। ইমান দিনত আজি
যশস্যাৰ কিৰীটি খহিল,
ভাগ্য-লক্ষ্মী লুকাল ৰাজ্যৰ
বাৰিষাৰ ঘন ডাৱৰত।
মণিপুৰ ভাৰতৰ সীমান্ত দেশত,
আছিলে ইমান দিন
নাই ক'তো একোৰে বিঘিনি;

ৰাজ্য যায় যুদ্ধৰ পিচত—
পৰাজিত হ'লে সমৰত ;
কিন্তু, ৰণ জিনি—জয় লাভ কৰি
অৰাজক হ'ল মণিপুৰ।
যাব ৰজা ৰাজ্য ত্যাগ কৰি
অৰণ্যত আশ্ৰয় লভিব
ৰাজ্যভাৰ লাগিছে আমনি ;
পিতৃ-হত্যা পাপৰ ফলেৰে,
প্ৰায়শ্চিত্ত ৰূপে
অৰণ্যত নিবাস কৰিব।
প্ৰতিজ্ঞা কৰিলে নাথে
কোনে আৰু ঘূৰাব পাৰিব ?
( অলপ বৈ ) নাথ, যদিও ৰণত
নোৱাৰে ভেদিব বাণে তোমাৰ শৰীৰ,
কিন্তু তথাপিও ঘৰত থাকোঁতে
সুকোমল কোমল শৰীৰ,
কোমল শয্যাতো তাপত টোপনি নাহে ;
দাসীৰ বিচনী বা'ত
খন্তেক জিৰণি লাভ কৰা,
তেনেকুৱা কোমল দেহেৰে
কিৰূপে বঞ্চিবা অৰণ্যত ?

[ বভ্ৰুবাহনৰ প্ৰবেশ ]

বভ্ৰুবাহন। নকৰিবা একো অসন্তোষ,
পিতৃ-হত্যা পাতক কৰিলোঁ
পাপ ফল নিশ্চয় ভুঞ্জিম।
ৰাজ্য মোৰ লগা নাই ভাল,
উদ্যান দেখিলে
হয় মোৰ ৰোমাঞ্চ শৰীৰ,—
স্মৃতি হয় প্ৰথমে যিদিনা

পাণ্ডৱৰ ঘোঁৰা আহি
কালৰূপে প্ৰবেশে ৰাজ্যত।
পাৰোঁ মই আত্মহত্যা
কৰিব এতিয়া,
কিন্তু পাপতে বাঢ়িব পাপ ;
অৱশ্যে জানিবা মই
অৰণ্যত আশ্ৰয় কৰিম।

প্ৰভাৱতী। যাব দাসী তোমাৰ লগত,
কৰিব তোমাৰ সেৱা,
পৰিশ্ৰান্ত হ'লে তুমি অৰণ্যত ফুৰি।

বভ্ৰুবাহন। নক'বা, ন'কবা মোক,
নাই মোৰ সংসাৰত কোনো।
কাকো মই নোবোলো আপোন ;
মোৰ পিতা, মোৰ আই,
মোৰ পত্নী, মোৰ ৰাজ্য ধন—
এনে কথা নক'ম কদাপি।
বিৰাগ, বিৰাগ মোৰ
সংসাৰ-সুখত, ৰাজ্যৰ ভোগত,
সম্পূৰ্ণ বিৰাগ মোৰ নিজৰ প্ৰাণত।
প্ৰভাৱতী, জননীৰ অত্যন্ত বিলাই
কৰা গ'ই শুশ্ৰূষা এতিয়া ;
মিছাতে ইয়াত কিয়
ৰৈ থাকা বিনা উদ্দেশ্যেৰে ?
তাপিতৰ সন্তপ্ত পৰাণ
শান্ত হয় নিজৰ বুজনি পালে,—
সেইদৰে শান্ত হওঁ ময়ো,
তুমি থাকি কিয় তাত
বিঘিনি মিলোৱা ?
যোৱাঁ তুমি, কৰা গ'ই মাতৃৰ শুশ্ৰূষা।

প্ৰভাৱতী। ভাল নাথ, তোমাৰ আদেশ পালি
কৰোঁগ'ই মাতৃৰ শুশ্ৰূষা ;
কিন্তু তুমি নহ'বা বিহ্বল,
বিপদত ধৈৰ্য্য ধৰা জ্ঞানীৰ লক্ষণ !

[ প্ৰভাৱতীৰ প্ৰস্থান ]

বক্ৰুবাহন। জীৱনৰ কোনো কাৰ্য্য হ'বনে নহয় ?
পাপৰ বিষম অস্ত্ৰাঘাত
সহ্য কৰি জীৱন-ৰণত
আত্ম সমৰ্পণ কৰা
হ'বনে সাধুৰ কাম ?
নাই, নিজে মই যুদ্ধ সাজ পিন্ধি
বিপদক পৰাজি ৰণত
কৰোঁ যদি দুখৰ নিৰ্ম্মূল,
আহিবনে পুনু মোৰ শান্তিৰ টোপনি ?
নাহে—নাহে—
কৰোঁ মই মৰণ কামনা ;—
মৰণ টোপনি দুয়ো
একে গুণী বহুত কথাতে,—
দুয়োতে বিৰাম হয় মনৰ যাতনা—
হৃদয়ৰ অসহ্য বেদনা,
বাঞ্ছনীয় নিতান্ত মৰণ।
মৰণ—টোপনি—
টোপনিত স্বপ্ন ভয়ঙ্কৰ !
নেলাগে—নেলাগে মোক—
নিবিচাৰোঁ মৰণ কদাপি !
অন্ধকাৰ অসূৰ্য্য লোকত
ঠাই পায় আত্মঘাতী মহাপাপীজনে।
সুখে দুখে নৰৰ জীৱন,
সুখৰ পিচত মই দুখুৰাইছোঁতেন

ক'ত দুখে চুব পাৰে মোক ?
দুখ মই সহিব লাগিব।
যাওঁ মই,—কৰোঁগৈ
পিতৃৰ অন্ত্যেষ্টি সমাপন।

[ শ্ৰীকৃষ্ণৰ প্ৰবেশ ]

শ্ৰীকৃষ্ণ। নেলাগে কৰিব বীৰ,
পিতৃৰ অন্ত্যেষ্টি সমাপন ;
সখা যাৰ নিজে যদুৰায়
তাৰ মৃত্যু বহুত দূৰত,—
পুনু প্ৰাণ পাব ধনঞ্জয়ে
নকৰিবা মিছাতে সন্তাপ।

বভ্ৰুবাহন। কি কথা, কি কথা মোক শুনালাহি তুমি!
কোন তুমি? পুনু প্ৰাণ পাব পিতৃদেৱে—
কৰিছানে প্ৰতাৰণা মোক ?

শ্ৰীকৃষ্ণ। অলপো সংশয় নকৰিবা।
সংসাৰত অসম্ভৱ একো কথা নাই।

বভ্ৰুবাহন। স্বপ্ন—স্বপ্ন—
স্বপ্ন যেন হয় অনুমান,—
আছোঁনে সজাগ,—
নাই, মগ্ন মই দুৰ্ঘোৰ নিদ্ৰাত ;
যথাৰ্থতে যদি মোৰ টোপনি এতিয়া,
পিতৃ-হত্যা নিশ্চয় সপোন,—
সাৰ পালে পাম পুনু
শান্তিয়ে বিৰাজ কৰা
অমূল্য সংসাৰ—
ডাঙৰ গছৰ গাত জৰ্‌জৰ্‌ কৰি—
যেতিয়া বতাহ ব'ব
মোৰ তৃপ্তি লাগিব তেতিয়া,—
নেথাকিব বিপদৰ অলপো কণিকা।

শ্ৰীকৃষ্ণ। নকৰিবা অলপো সন্দেহ,
শুনা মোৰ কথা
পাব প্ৰাণ অৰ্জুনে তুনাই।
বভ্ৰুবাহন। কোন তুমি, দিয়া পৰিচয়।
শ্ৰীকৃষ্ণ। পাৰ্থ-সখা কৃষ্ণ নাম মোৰ।
বভ্ৰুবাহন। যদুপতি তুমি!
দিয়া পদছাঁয়া।
প্ৰভু, কি পাপত দিলা মোক
দাৰুণ যন্ত্ৰণা এনে? [প্ৰণাম কৰে]
শ্ৰীকৃষ্ণ। আহাঁ আমি কৰোঁ গ'ই তোমাৰ মাতৃক
সান্ত্বনাৰ আশ্বাস প্ৰদান;
স্থিৰ হ'লে ৰজাৰ জননী
আগবাঢ়ি যাম আমি
দিবলৈ পাৰ্থক জীৱন।
বভ্ৰুবাহন। মন্ত্ৰমুগ্ধ সাপৰ নিচিনা
যাম মই তোমাৰ লগত,
যিহকে কৰোৱা তুমি
তাকে মই নিশ্চয় কৰিম।

[দুইবো প্ৰস্থান]

## ষষ্ঠ গৰ্ভাঙ্ক

ৰাজ-অন্তঃপুৰ।

[চিত্ৰাঙ্গদা, উলূপী, বভ্ৰুবাহন আৰু শ্ৰীকৃষ্ণৰ প্ৰবেশ]

চিত্ৰাঙ্গদা। নিতান্তনে হে মুৰুলীধাৰি,
পুনু প্ৰাণ পাব প্ৰাণেশ্বৰে?
আশাৰ সপোন আহি
কৰিছানে পানীত অঙ্কিত?
নাই মোৰ সন্তপ্ত হৃদয়
আশাৰ ছলেৰে ছলি

শঁতাবৰ মিছা যতনেৰে
ঘিঁউ ঢালি দিছা অগনিত ?
মিছা যদি,—মিছা ছলনাৰে
নছলিবা চিৰ দুখুনীক।

শ্ৰীকৃষ্ণ। ছলনা চতুৰ বুলি
লোকে মোক মিছাকৈয়ে কয় ;
নিশ্চয় পুনৰ প্ৰাণ পাব ধনঞ্জয়ে
কথা মোৰ নহ'ব খণ্ডন।

চিত্ৰাঙ্গদা। জ্যোতিৰ্ময় দেখিছোঁ আশাক—
কেউপিনে আনন্দ উৎসৱ,
সকলোতে সুন্দৰ মহিমা,
সিদ্ধি হ'ব মনৰ কামনা!
ধন্য তুমি, ধন্য হোৱা ৰাধিকাৰঞ্জন,
কীৰ্তি থ'ক নভোমণ্ডলত ;
সকলোৱে একে মুখে গোৱাঁ—
কৃষ্ণসখা অমৰ পাণ্ডৱ।

উলুপী। উপযুক্ত সময়ত আহিলা যাদৱ,
কিৰূপে বাতৰি পালা,
কোনে ক'লে দুখৰ কাহিনী ?

শ্ৰীকৃষ্ণ। পালোঁ গম যেতিয়া অৰ্জুনে
স্মৰিছিলে সমৰক্ষেত্ৰত,
কিন্তু মই অবশ শৰীৰ হ'লোঁ
নোৱাৰিলোঁ একোকে কৰিব,
বিস্মৰণো হ'ল ততালিকে।
কুন্তীয়ে সপোন দেখি,
পুত্ৰ অৰ্জুনৰ বিপদ আশঙ্কা কৰি
পঠিয়াই দিলে মোক ;
আহি শুনো,—স্বপ্নফল যথাৰ্থ ফলিছে।

চিত্ৰাঙ্গদা। কিৰূপে পুনৰ প্ৰাণ পাব ধনঞ্জয়ে,
তাৰ প্ৰভু সোনকালে কৰা আয়োজন।
শ্ৰীকৃষ্ণ। জানো মই,—
আছে সঞ্জীৱনীমণি পাতালপুৰত ;—
তাৰ স্পৰ্শ হ'লে
সঞ্চাৰে পুনৰ প্ৰাণ মৃত শৰীৰতো।
সঞ্জীৱনীমণি স্পৰ্শ হ'লে পাব প্ৰাণ
পাৰ্থ বৃষকেতু দুয়োজনে,
সেনাদলো জীব লগে লগে।
বভ্ৰুবাহন। হে বংশীবদন,
বিলম্বৰ নাই প্ৰয়োজন,
যাওঁ পশোঁ পাতালপুৰত
আনোগ'ই সঞ্জীৱনীমণি।
উলুপী। সুৰ্বৰিছোঁ এতিয়া যাদৱ,
সঞ্জীৱনীমণি মোৰ যৌতুকৰ ধন ;
আছে পিতৃধাম পাতালপুৰত,
নাগ অধিপতি অনন্ত নামেৰে।
এতিয়াও আছে মণি পিতাৰ হাতত,
মোৰ অনুমতি মতে
নাগকুল হিতৰ কাৰণে।
এতিয়া নেপালে অনুমতি মোৰ,
নিদিবও পাৰে মণি অনন্ত পিতৃয়ে।
চিত্ৰাঙ্গদা। তোমাৰ যৌতুক-দাস পুণ্ডৰীক নামে,
সিও যক কৃষ্ণৰ লগতে।
তোমাৰ সঁজাতি ৰূপে
অনুমতি বজাত জনাব।
বভ্ৰুবাহন। পায় চিনি পাতালৰ পথ
বিনাকষ্টে প্ৰবেশাব পাতাল ৰাজ্যত,
পুণ্ডৰীক ওলোৱাও মোৰো অভিমত।

শ্ৰীকৃষ্ণ। সঞ্জীৱনীমণিৰ স্পৰ্শত,
প্ৰাণ আহে মৃত শৰীৰতো,
সেই মণি কৰোঁ যদি পাৰ্থত সংযোগ,
নিশ্চয় পুনৰ প্ৰাণ পাব ধনঞ্জয়ে ;
নিশ্চিন্ত চিত্তেৰে থাকা তোমালোক,
পাতালপুৰৰ পৰা গ'ই
আনো আমি সঞ্জীৱনীমণি।

বভ্ৰুবাহন। দূত!

[ দূতৰ প্ৰবেশ ]

দূত। কিবা আজ্ঞা ৰাজ-ৰাজেশ্বৰ!

বভ্ৰুবাহন। পুণ্ডৰীক নাগক জনাবি—
প্ৰবেশিম পাতালপুৰত,
সিও যাব লাগিব লগত।

দূত। শিৰোধাৰ্য্য ৰজাৰ আদেশ।

[ দূতৰ প্ৰস্থান ]

বভ্ৰুবাহন। হে মধুসূদন,
বিলম্বৰ নাই প্ৰয়োজন,
আশীৰ্বাদ কৰিবা জননী,
উভয়কে প্ৰণাম কৰিলোঁ,
সিদ্ধি হক মনৰ কামনা।

চিত্ৰাঙ্গদা। সিদ্ধি হক মনৰ কামনা।

শ্ৰীকৃষ্ণ। নিৰ্ভয় চিত্তেৰে থাকা, নকৰা বেজাৰ,
মনে মনে কৰিবা ভাবনা।
সিদ্ধি হক মনৰ কামনা।

উলুপী। সিদ্ধি হক মনৰ কামনা।

[ সকলোৰে প্ৰস্থান ]

# চতুৰ্থ অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

মায়া-কানন

[ মায়া-চক্ৰত জলদেৱীসকল ]

জলদেৱীসকল। গীত

জয় বিভু বনমালী
জয় বিভু বনমালী
নবীন লহৰী
উঠে হিৰা ভৰি
আহা হৰি হৰি বুলি।

[ পুণ্ডৰীকৰ প্ৰবেশ ]

পুণ্ডৰীক। হা হা হা—মোৰ পৰম ভাইগ। এৰা, মোৰ খনহে কপাল। কলিয়া কেনাইয়ে বোলে তই আগবাঢ়, পতালপুৰৰ পতালি চক্ৰখন চাই আহগৈ। আমাৰ বক্ৰবাহন কুমাৰ আকৌ ভয়ত পিচহে হোঁহকে। এৰা, এইসকল দেখিলে হ'লে মনটো চেঁচা পৰি যায় নহয়। অ' মোলৈ চাইছে দেখোন, হয় হয়, চকু পিৰিকিয়াইছে। ( নিজলৈ চাই ) মই বৰ ধুনীয়া মানুহ হবলা। মোৰ সুন্দৰ ছবিটি দেখি কোন ভোল নেযাব? এ, কাপোৰখন বেয়া হৈ আছে, ভালকৈ লওঁ। ( অলপ ৰৈ ) মোক মাতিছে, হয় হয়, মাতিছে, বাপেকে আগবাঢ়ি যাওঁ।

জলদেৱীসকল। গীত

অৰুণে তৰুণ
বিমল কিৰণ
মোহে জগ-মন চালি;
জয় বিভু বনমালী।

পুণ্ডৰীক। উস্ ৰাম! এই চাটি প্ৰেম বাণ হানিলে হবলা। অ'! কটা মোৰ গাত দেখোন পঞ্চশৰৰ চিনেই নাই। মদনৰ হেনো পাঁচডাল কাঁড়ে নিবিন্ধিলে প্ৰেমেই নহয়। মোক হ'লে একো কাঁড়ে-কুঁড়ে বিন্ধা নাই। চাবাইচ্ পুণ্ডৰীক, চাবাইচ্! মই বৃন্দাবনৰ শ্ৰীকৃষ্ণ, এইসকল গোপিকা। বাপেকে দুখোজমান কৃষ্ণই দিয়াদিয়েই দি চাওঁচোন। আমি দুখীয়া মানুহ বাঁহী পাম ক'ত? এই পেঁপাটোকে বজাওঁ।

জলদেৱীসকল। গীত

মোহন মুৰুলী,
সুললিত বুলি,
আপোনাকে নিয়ে ভুলি;
জয় বিভু বনমালী।

পুণ্ডৰীক। ও-হোঁ-হোঁ-হোঁ-হোঁ—, লাজ কৰি থাকিলে আৰু কাম নচলে, মৰসাহ দি এবাৰ মোৰ গোপিকাসকলক সম্বোধন কৰোঁ,—হে কুৰঙ্গনয়নী, বৃন্দাবনবিহাৰিণী—যাদব-মনোমোহিনী গোপিকাকান্ত-সঙ্গিনী মোৰ সহচৰীসকল, মই বৃন্দাবন পালোঁহি; এতিয়া তোমালোকে সৈতে ৰং-ধেমালি কৰি তৃপ্তি দান কৰিম, তাত সংশয় নাই।

জলদেৱীসকল। গীত

আকাশে নাচিছে,
জোনায়ে হাঁহিছে,
নতুন মাধুৰী তুলি;
জয় বিভু বনমালী।

পুণ্ডৰীক। ক'তা? নেমাতে! অভিমান কৰিছে হ'ব পায়; মোৰ হ'লে কথাবোৰ সল্ সল্ কৰে ওলাইছে নহয়! নোলাবই বা কিয়, মই হৈছো বৈকুণ্ঠৰ ভগৱন্ত, মৰ্ত্ত্যপুৰীত আহি যাদব বংশত অৱতাৰ হৈ গোপিকাসকলেৰে সৈতে বিহাৰ কৰিছোঁহি।

জলদেৱীসকল। গীত

নাচিছে গোপিকা,
আহিছে ৰাধিকা,
লোৱা প্ৰেম প্ৰাণ খুলি ;
জয় বিভু বনমালী।

[ শ্ৰীকৃষ্ণ আৰু বভ্ৰুবাহনৰ প্ৰবেশ ]

শ্ৰীকৃষ্ণ। ক্ষান্ত হোৱা জলদেৱীদল,
মায়া ভেদ কৰিব নোৱাৰি
ক্ষমা ভিক্ষা মাগিছে কৃষ্ণই।

বভ্ৰুবাহন। প্ৰাণ পাব লাগে মোৰ পিতৃ ধনঞ্জয়ে,
সামৰা মায়াৰ চক্ৰ
মায়াময়ী মায়াদেৱী দল,
নকৰাবা বাটত পলম।

শ্ৰীকৃষ্ণ। বুজিছোঁ তোমাৰ মায়া
হে জহ্নু কুমাৰী,
কোপ পৰিহাৰ কৰি
দিয়া পথ,—পশোঁগ'ই পাতালপুৰত।
পাৰিছোঁ চিনিব আমি
মায়া চক্ৰ সামৰা এতিয়া।

[ জলদেৱীসকলৰ অন্তৰ্দ্ধান ]

বভ্ৰুবাহন। পুণ্ডৰীক, বাট দেখুৱাই
তই আগে আগে যাবি
আমি দুয়ো পিচে পিচে যাম।

পুণ্ডৰীক। আও, ইমান কথা কয় ঔ ; মই নোৱাৰোঁ যাব, মোৰ ৰাধিকাবিলাকে মোক যাব নিদিয়ে। সৌৱা ৰাধিকাবিলাকে বাট ভেঁটি ধৰি আছে, নিদিয়ে যাব। পিচে নো তোমালোক কোন ?

শ্ৰীকৃষ্ণ। মায়াত বিভোল পুণ্ডৰীক,
ধৰি লোৱা, পাৰ হ'লে মায়াৰ কানন,
পাব পুনু আগৰ জ্ঞান।

পুণ্ডৰীক। মই নেযাওঁ ঔ, মই নেযাওঁ ঔ! মোৰ ৰাধিকাসকলে কান্দিব ঔ, মোৰ ৰাধিকাসকল কেনিবাদি লুকাল ঔ!

[ সকলোৰে প্ৰস্থান ]

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। মায়া ভেদ কৰিলে কৃষ্ণই ;
ৰণৰ ক্ষেত্ৰৰ পৰা
ল'ই যাম অৰ্জ্জুনৰ মূৰ,
থ'মহি লুকাই ;
সঞ্জীৱনী মণিৰ স্পৰ্শতো
বিনামূৰে নেপাব জীৱন,
চাওঁচোন কৃষ্ণৰ শকতি
আছে বাৰু আৰুনো কিমান ?

[ গঙ্গাৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

পাতালপুৰ—ৰাজ আলি

[ এটা নাগ আৰু এজনী নাগিনীৰ প্ৰবেশ ]

নাগ। তয়েই মোৰ কালক থালি ; মোৰ কিহৰ চিন্তা ? মই মুনিহ মানুহটো, মোৰ ক'ত মৰণ আছে ? য'লকে যাওঁ তাতে এমুঠি মিলিব, য'তে ৰাতি ত'তে কাতি ; কেৱল তোৰ পৰাইহে অজীণ-পাতকী হৈ ফুৰিবলগীয়া হৈছে।

নাগিনী। আটাইবোৰনো দোষ আৰু মোৰ গাতেইনে ?

নাগ। এৰা, আটাইবোৰ দোষ তোৰ গাতেইহে ; তোৰ পেটটো ভৰাবলৈকে নেদেখিছ মোৰ দিনে নিশাই তবণি নাইকিয়া হ'ল নহয় !

নাগিনী। এৰা মইহে খাওঁ, অইন কেৱে নেখায়েই ; মইহে খোৱাৰ ঘৰৰ, অইন আটাইবোৰ নোখোৱাৰ ঘৰৰহে ; নেখায়েই জীয়াই আছে !

নাগ। বোলোঁ মোৰ ভাই বুলিবলৈ মুঠেই আছিল এটা, সিও তোৰ প্ৰতাপত থাকিব নোৱাৰি দেশান্তৰী হ'ল নহয় ?

নাগিনী। মইনো কাক ক'ত খেদিছোঁ ? মই জানো কেতিয়াবা কাৰোবাক মুখেৰে যা বুলি কৈছিলোঁ ? মই হ'লে একা কাকো হেঁচি-ঠেলি পঠিওৱা নাই, যি গৈছে আপুনি গৈছে।

নাগ। মানুহ জানো হেঁচি-ঠেলি পঠিয়ালে যায় ? কথাৰেও পঠিয়াব পাৰি নহয়। মুখেৰে একো নমতাকৈয়ে জানো টিপা-টিপলিতে মানুহক কথা বুজাব নোৱাৰি ?

নাগিনী। আমি টিপা-টিপলি কেনেকৈ মাৰে, ভু-কে নেপাওঁ। সেইখন বিদ্যা আমি শিকিবলৈকে নহ'ল। মোৰ গাত হ'লে একো দোষ নাই, আমি কাকো একো নকৰোঁ, যি কৰে আটায়ে মোকেই হে কৰে।

নাগ। এৰা, যি কৰে আটাইবোৰ তোকেইহে কৰে, পিচে শেহান্তৰত ঘৰ এৰিলে কোনে ? তই এৰিলিনে, নাই মোৰ ভায়ে এৰিলে ?

নাগিনী। জানো কোনে ক'ত ঘৰ এৰিলে আমি বুজকে পোৱা নাই। এতিয়াও আমি মাগি-খুজি খাই ফুৰিব পাৰোঁ, মৰমৰ সুমলীয়া ভায়েকটিৰে ঘৰ কৰি থাকিলেই হয়।

নাগ। তইঁতে এইদৰে নাগ-মতা দিয়েই সাৰি ফুৰ। আগ নাই, গুৰি নাই খালি সুই-নাই।

নাগিনী। আমি ক'তো নাগ-মতা নিদিওঁ। জানো কোনে ক'ত নাগ-মতা দিয়ে আমি ক'ব নোৱাৰোঁ।

নাগ। এই কথাই কথাই ফোচ্ফোচাই নাগ-মতা দিবই লাগিছে, আকৌ কয় বোলে নাগ-মতা দিয়াই নাই। বোলোঁ তোৰ লাওখোলাটোৰ ভিতৰত কিবা গোবৰ আছেনে কি অ' ? ঘিঁউ বুলিবলৈ যদি দৰব'ত বটি দিবলৈকো এফোট থাকিলহেঁতেন !

নাগিনী। এৰা, মোৰ পৰাইহে আপদ হৈছে। কণা বিধতাই মাৰিও নিনিয়ে। মই মৰিলে তেও আটায়ে একোগাল সুখেৰে খাব পৰা হয়।

নাগ। মৰিব খুইছ মৰ, তোকনো কোনে ধৰি ৰাখিছে ?

নাগিনী। এৰা দেউতা ঈছৰ ! আমাক কোনেও দেখিবই নোৱৰা হ'ল। আমি ভাল দাঁতৰ শাল চকুৰ কুটা হ'লোঁ।

নাগ। এইখনত টেপ-টেপাই নেথাকিবি, মনে মনে থাক! একেবাৰ মাতিলে একেবাৰেই সাতবাৰ উত্তৰ দিয়!

নাগিনী। আমিনো ক'ত মাতিছোঁ? আমি দেখোন অথনিৰেপৰা মনে মনেই আছোঁ! ভাল দেও, আমাৰ মুখৰ মাত এবাৰ শুনিলেই গাটো তিঁহ-তিঁহাই যায় হ'বলা। মুখেৰে ননতাকৈয়েই এতিয়া আমিহে মতা হ'লগৈ।

নাগ। ইমানবোৰ বলকিব লাগিছ, তেও আকৌ বোলে—আমি মতাই নাই, লোকেহে মাতিছে। তোক মোৰ দেখিবৰে মন যোৱা নাই, যা যা; তই মোৰ লগত নাহিবি। মই লোকৰ গেবাৰি থাটিবলৈ আহিছোঁ যেতিয়া, অকলশৰে যাম, যা।

নাগিনী। এৰা, খাতাং কথা কৈ দিলেই হয়; চৰাইটোলৈ ফৰিংটো চৰজিছে, আমিও খাবলৈ নেপাই নমৰোঁ দিনটো মাগি ফুৰিলে তেও এজোৰাই নহয় এজোৰাই এমুঠি দিব। (যাব খোজে) ওঁ, তুমি মোক মৰিবলৈকে আগবঢ়াই দিছা নহয়, সৌৱা মোক নিবলৈ যম আহিছে, ৰ'বা। সৌৱা, সৌৱা যম—চোৱাঁ চোৱাঁ, সাক্ষাৎ যম ৰজা আহিছে।

[শ্ৰীকৃষ্ণ, বভ্ৰুবাহন আৰু পুণ্ডৰীকৰ প্ৰবেশ]

নাগ। ভাল থালি নাগিনী, ভাল কাম কৰিলি, মোক এই কামোৰ কেলেই মাৰিলি হেৰ' নাগিনী, কেলেই মাৰিলি? মোৰ জীয়াতে মৰণ হ'ল। মোৰ নাগিনী এতিয়া হাতততে ঢুকায়। (কান্দে)

নাগিনী। এতিয়া কান্দিলে কি হ'ব, আগবাঢ়ি একেবাৰ কোৱা।

নাগ। (আগবাঢ়ি) মই ৰজাৰ শৰণ দিছোঁ, মোৰ তিৰোতাই আপোনা-সকলক মতা নাই, আপোনাসকল এনেয়ে আহিছে ধৰ্ম-অৱতাৰ। কোনেও নমতাকৈয়ে আপোনাসকল পাহৰণতহে আহিছে ধৰ্ম-অৱতাৰ।

বভ্ৰুবাহন। হে যদুনন্দন,
পৰিলোঁনে আকউ মায়াত?
কি বৃত্তান্ত বুজিব নোৱাৰোঁ
ভাঙা মোৰ মনৰ সন্দেহ।

শ্ৰীকৃষ্ণ। নকৰিবা ভয়,
পাতালপুৰত তুৰন্ত নাগৰ বাস ;
আমি অহা দেখি সিহঁতেহে কৰিছে সন্দেহ।

নাগ। নিনিবা মোৰ প্ৰভু ঈছৰ, নিনিবা ; ইমানতো নিয়া যদি, মগ্নো নেগুৰতে লাগি যাম। জবে এৰিলেও মই কৰ্পটিয়ে নেৰোঁ প্ৰভু ঈছৰ ! ( নাগিনীক ধৰে )

শ্ৰীকৃষ্ণ। নকৰিবা কৰ্ণপাত
সিহঁতৰ মিছা কথাল'ই
অলপতে পামগই
পাতালৰ প্ৰধান গৰাকী
অনন্ত ৰজাৰ ৰাজধানী।

বভ্ৰুবাহন। সপোনতো ভাবি আছোঁ
কেতিয়া পুনৰ প্ৰাণ পায় ধনঞ্জয়ে ;
হে যাদৱ, যাওঁ আমি
বাটত অপেক্ষা কৰা নহয় সময়।

শ্ৰীকৃষ্ণ। দেখা যায় ৰিণি ৰিণি ৰ'দৰ পোহৰ,—
নগৰৰ ওখ মন্দিৰত,
শুনা যায় নৰ-কোলাহল ;
নাই আৰু বহু বাট,—পামগৈ
অলপতে পাতালৰ ৰজাৰ নগৰ।

[ শ্ৰীকৃষ্ণ, বভ্ৰুবাহন আৰু পুণ্ডৰীকৰ প্ৰস্থান ]

নাগ। উস্ ৰাম, ভাল ৰক্ষা কৈলা মোৰ গুৰু ; হেৰ নাগিনী, নাইহে কোৱা জানিবা ! একেবাৰ মই ক'লোৱেই, তই জানো এনেটো কৰিব পাৰ ?

নাগিনী। মোক তুমি উলামূলা মাইকী যেন ভাবিছানেকি ? আজি ধৰি মৰোঁ বুলিলে মোক কোন বাধোঁতা আছে ? পিচে তোমাৰে দুখ হয় বুলিহে সেইবোৰ কাম নকৰোঁ, এতিয়া চহূ টিপ মাৰি মৰ ৰজাক পঠিয়াই দিলো গুণেহে।

নাগ। এতিয়াৰপৰা আৰু মই তোৰ কথাত হকাবধা নকৰোঁ হেৰ’ নাগিনী ; মোৰ এটা নেলাগে হেজাৰটা ভাই মৰিলেও তোৰ কথা নেপেলাওঁ। এতিয়াৰপৰা আৰু তই দহ বুলিলেই দহ আৰু পঁচি বুলিলেই পঁচি।

[ দুইৰো প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

পাতালপুৰ—ৰাজসভা

[ অনন্ত, মন্ত্ৰী আৰু সভাসদসকল ]

অনন্ত। ৰাজকাৰ্য্য হ’ল সমাপন
আছে যদি অন্য কিবা কাম।
এতিয়া কৰিব পাৰোঁ আমি।

মন্ত্ৰী। নাই একো মহাৰাজ,
বিশেষ কৰিব লগা কাম।

[ দুৱৰীৰ প্ৰবেশ ]

দুৱৰী। মহাৰাজ, ৰ’ই আছে দুৱাৰত
পুণ্ডৰীক প্ৰাচীন লগুৱা,
ইচ্ছা কৰে ভেট হয় ৰজাৰ লগত।

অনন্ত। আজ্ঞা কৰ—আহক সোমাই।

[ দুৱৰীৰ প্ৰস্থান ]

মন্ত্ৰী। অৱশ্যে আনিছে কিবা
মাণপুৰ ৰাজ্যৰ সম্বাদ।

[ পুণ্ডৰীকৰ প্ৰবেশ ]

অনন্ত। পুণ্ডৰীক, কি আনিছ সমাচাৰ
ক মোক অতি সোনকালে ;
নিশ্চয় মঙ্গলে আছে উলুপী জীয়াৰী,
চিত্ৰাঙ্গদা ৰজাৰ জননী,
নৰপতি শ্ৰীবভ্ৰুবাহন ?

পুণ্ডৰীক। সকলোৰে মঙ্গল বাতৰি
নিবেদিছোঁ ৰাজ চৰণত ;—
ইয়াৰ বাহিৰে কিন্তু
আৰু আন ৰাজ্যৰ বিপদ হোৱা
অসম্ভৱ নহয় কদাপি।

অনন্ত। তেন্তে পুণ্ডৰীক,
নিশ্চয়ে আনিছ কিবা বিপদ বাতৰি,—
ক মোক অতি সোনকালে
মিছাতে নকৰ উৎকণ্ঠিত।

পুণ্ডৰীক। তেনে একো নহয় ৰাজন,
বৰ্ত্তমান কওঁ এটি সুখৰ সম্বাদ,
আহিছে কুমাৰ শ্ৰীবভ্ৰুবাহন
দ্বাৰকাৰ অধিপতি শ্ৰীকৃষ্ণক ল'ই ;—
আছে কিবা গূঢ় সমাচাৰ
তেওঁলোকে নিজে জনাব।
অপেক্ষা কৰিছে আহি অলপ দূৰতে
আজ্ঞা পালে মাতি আনো ৰাজসভাল'ই।

অনন্ত। অৱশ্যে ভাগ্যৰ কথা
ভগৱন্ত আহিছে নিজেই,
আয়োজন কৰোঁ মই,
আন মাতি অতি সোনকালে।

[ পুণ্ডৰীকৰ প্ৰস্থান ]

মন্ত্ৰী, কৰা আয়োজন—
পাদ্য-অৰ্ঘ্য ৰাজসিংহাসন
কৰি থোৱা তুৰন্তে প্ৰস্তুত।
ভাগ্যে মোৰ পুণ্যৰ ফলেৰে
যদুপতি আহিছে আপুনি,—
পুণ্য হ'ল পাতাল নগৰ

পুণ্য হ'ল বাসুকিৰ কুল
প্ৰবেশিলে ভগৱন্ত মোৰ নগৰত।

মন্ত্ৰী। যিবা আজ্ঞা মহাৰাজ,
সকলো প্ৰস্তুত কৰি থ'ম এতিয়াই।

অনন্ত। আগবাঢ়ি থাকোঁ মই নিজে;
আহিলে যাদৱ, কৰি প্ৰণিপাত
বহুৱাম স্বৰ্ণ আসনত।
কৰি থোৱা আয়োজন ছত্ৰ চামৰৰ,
সমুচিত অভ্যৰ্থনা
মণিপুৰ অধিপতি ৰজাক কৰিবা।

[ শ্ৰীকৃষ্ণ আৰু বভ্ৰুবাহনৰ প্ৰবেশ ]

শ্ৰীকৃষ্ণ। জয় হোৱা মহাৰাজ, পাতাল অধিপতি,
দেখা পালোঁ, আজি বহু দিনৰ পিচত।

বভ্ৰুবাহন। কৰিছোঁ প্ৰণাম মই
মাতামহ পদ-যুগলত।

অনন্ত। ধন্য হ'ল মোৰ ৰাজধানী,
পুণ্যময় হ'ল আজি
যাদৱৰ পৱিত্ৰ পায়েৰে।
লওঁ মই পদধূলা
দিয়া দেৱ ব্ৰহ্মাণ্ড ঈশ্বৰ;
কুমাৰক কৰোঁ আশীৰ্বাদ।
আসন গ্ৰহণ কৰা হে মধুসূদন,
হ'ক ধন্য মোৰ জীৱনৰ!

শ্ৰীকৃষ্ণ। নেলাগে নৃপতি,
নেলাগে বিশেষ একো যতন কৰিব।
আহিছিলোঁ যি উদ্দেশ্যে সিদ্ধি হয় যদি
অবিলম্বে যাম আমি
মণিপুৰ নগৰ উদ্দেশি।

যদিও ৰজাৰ
আতিথ্য সৎকাৰ পাই লভিছোঁ সন্তোষ,
তথাপিও নোৱাৰিম
বহুপৰ অপেক্ষা কৰিব।

বভ্ৰুবাহন। ৰাজ-ৰাজেশ্বৰ,
কৰোঁ মিনতিৰে নিবেদন,—
দিব লাগে সঞ্জীৱনী মণি,—
যিটো মণি মাহী উলুপীৰ
কৰিছিলা যৌতুকত দান।
পিতৃ মোৰ পাৰ্থ মহাবীৰ
বধিলোঁ ৰণত নিজে মই,
পিতৃঘাতী হৈ পিতৃকুল মাতৃকুল,
উটালোঁ পাপত দুয়োকুল;
পালে সঞ্জীৱনী মণি
স্পৰ্শ হ'লে পাৰ্থৰ দেহত—
পুনু প্ৰাণ পাব ধনঞ্জয়ে।

অনন্ত। আচৰিত কথা আজি শুনালা কুমাৰ।
পাৰ্থ বীৰ ৰণত পৰিল!
নহয় বিশ্বাস মোৰ;
কোৱা প্ৰভু পাণ্ডৱ-সহায়,
যথাৰ্থনে পাৰ্থ বীৰে
হেৰুৱালে প্ৰাণ সমৰত?

শ্ৰীকৃষ্ণ। সত্য কথা নৰপতি,
পাৰ্থ বীৰ পৰিল ৰণত;
কিন্তু যদি সঞ্জীৱনী মণি
স্পৰ্শ হয় বীৰৰ দেহত
সঞ্চাৰিব পুনু প্ৰাণ মৃত শৰীৰত।
সেইবাবে নহ'ব চিন্তিত ৰজা

পাব প্ৰাণ পাৰ্থই দুনাই
কীৰ্তি তযু ঘোষিব জগতে।

অনন্ত। সঞ্জীৱনী মণিৰ স্পৰ্শত
অৱশ্যে পুনৰ প্ৰাণ পাব
আছে যদি অক্ষুণ্ণ শৰীৰ।
নিতান্ত কুমাৰ
তোমাৰেই পাতাল নগৰ,
নিব পাৰা যিহকে বিচাৰা
কিন্তু কেনেক'ই পাৰ্থ আহি
পৰিল ৰণত,
কুমাৰ ঘাতকী হ'ল কিয় ?

শ্ৰীকৃষ্ণ। সি কথাৰ বহু বিৱৰণ,
নাই অৱসৰ—তথাপিও লাহে লাহে
ক'ম আমি সকলো কথাকে।

অনন্ত। নিশ্চয় পথৰ দুখ, লাগিছে ভাগৰ,—
কিছুপৰ বিশ্ৰাম লওক।
যদিও ইচ্ছুক মই বৃত্তান্তৰ বাবে,
নকৰোঁ এতিয়া একো কথাৰে জঞ্জাল।

বভ্ৰুবাহন। খন্তেক মাথোন
পাৰোঁ আমি বিশ্ৰাম কৰিব,
মণি ল'ই যাব লাগে
সোনকালে নিজ দেশল'ই।
বহুপৰ বিশ্ৰামৰ
এনেকুৱা নহয় সময়।

অনন্ত। মন্ত্ৰী, যথাযোগ্য সন্মান জনাই
সমাদৰ কৰা অতিথিক।
আনা সঞ্জীৱনী মণি
দিয়া আহি কুমাৰৰ কোমল হাতত।

পাৰ্থ উলুপীৰ প্ৰাণ
একেডোলে গঁথা,
পাৰ্থ জীলে উলুপীৰ জীৱন সাফল।

মন্ত্ৰী
যিবা আজ্ঞা মহাৰাজ,
আজ্ঞা মতে অভ্যৰ্থনা কৰি
দিম আনি সঞ্জীৱণী মণি।

[ মন্ত্ৰীৰ প্ৰস্থান ]

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

মণিপুৰ—ৰাজপ্ৰাসাদ

[ চিত্ৰাঙ্গদা, উলুপী আৰু বভ্ৰুবাহন ]

বভ্ৰুবাহন।
অনৰ্থক পাতাল ভেদিলোঁ,
অনৰ্থক যাতনা ভুগিলোঁ—
কোনে আহি মায়া কৰি
ছলনা চাতুৰী খেলি
ল'ই গ'ল অৰ্জুনৰ মূৰ ?
পাৰ্থ বৃষকেতু দুয়ো
ছিন্ন মূৰ,—অৰ্দ্ধেক শৰীৰ—
পৰি আছে ৰণৰ ক্ষেত্ৰত :
শক্তিশেল প্ৰায়
কোনে বাণ হানিলে হিয়াত ?

চিত্ৰাঙ্গদা।
হে আশা, দুখীয়াৰ দুখৰ সম্বল,
দূৰ হ'ই গ'লে তুমি
দুখীয়া হিয়াৰ পৰা,—
সেই প্ৰাণ কিহে ৰাখে ধৰি ?
আশা, আশা, গ'লা তুমি
অন্ত হ'ল হিয়াৰ বাসনা।

উলুপী। ভাবিছিলোঁ মনে মনে
পাণ্ডৱৰ বিপদ নহ'ব,—
সখা যাৰ নিজে যদুৰায়।
কিন্তু হায়, ছলনাৰ চতুৰ চক্ৰত
যাদৱৰ বুদ্ধিয়েও
পৰাভৱ মানে সময়ত।

বভ্ৰুবাহন। সঞ্জীৱনী মণি, তুমি বহু গুণধাৰী,—
প্ৰাণ পায় মৃতজনে তোমাৰ স্পৰ্শত;
কিন্তু, পাৰানে হে শক্তিশালী
সঞ্জীৱনী মণি,
অঙ্গ দিব,—অঙ্গহীন অৰ্জুন বীৰক?
মহা অঙ্গ মানৱ দেহৰ
যাৰ বলে চলে দেহ,
কৌশল নিৰ্মিত কলৰ নিচিনা,
জ্ঞান, বুদ্ধি পৱিত্ৰ গুণৰ
একমাত্ৰ প্ৰধান আশ্ৰম—
সেই মূৰ কোন শত্ৰুজনে
চুৰ কৰি ল'ই গ'ল
ক্ষুণ্ণ কৰি—বৃষকেতু পাৰ্থৰ শৰীৰ?

চিত্ৰাঙ্গদা। নিশ্চয় জানিলোঁ—
মোৰ ভাগ্য-ৰবি অপ্ৰসন্ন হ'ল।
কত জোৰা মৰা হ'ল
সঞ্জীৱনী মণিও আছিল
কিন্তু আক দু-আঙুলে নাটে
নহ'ব,—নমৰে জোৰা
ভাগ্যহীন দেশৰ দোষত।
থকা হ'লে ধনঞ্জয় হস্তিনাপুৰত
অমঙ্গল কথা এনে নোৱাৰে ঘটিব
কৃষ্ণসখা মধ্য-পাণ্ডৱৰ।

বভ্ৰুবাহন। বিদীৰ্ণ, বিদীৰ্ণ হ'ক
মোৰ এই বিষণ্ণ হৃদয়,
নাই আশা,—প্ৰাণৰ ভৰসা
ৰাজ্য ভোগ বিষতুল্য হ'ল।

[ শ্ৰীকৃষ্ণৰ প্ৰবেশ ]

হে যাদৱ,
আৰু কিবা আছেনে ইয়াৰ প্ৰতিকাৰ?
নাই, আছে সীমা
পৃথিৱীৰ বাহিৰৰ দৈৱিক কামতো?

শ্ৰীকৃষ্ণ। নকৰিবা মিছাতে বেজাৰ
ক্ষান্ত হোৱা তুমি,
ধৈৰ্য্যহীন নহ'বা হঠাতে।
উপযুক্ত আছে প্ৰতিকাৰ
নিশ্চয় জানিবা
সিদ্ধি হ'ল তোমাৰ কামনা।

বভ্ৰুবাহন। জগতৰ অধীশ্বৰ তুমি,
নহ'লে যাদৱ কদাপিও এনে কথা
নকৰিলোঁহেঁতেন প্ৰত্যয়;
সঁচানে হে যদুপতি
সিদ্ধি হ'ব মনৰ কামনা?

শ্ৰীকৃষ্ণ। ধৈৰ্য্য ধৰা বীৰবৰ,
নিশ্চিন্তে জানিবা—
অৰ্জুনৰ মৰণ নহয়।

চিত্ৰাঙ্গদা। ফুল চন্দনেৰে পূজা কৰিম তোমাক;
হ'বনে, হ'বনে সঁচা তোমাৰ বাতৰি—
নেভাবিবা, কোৱা দয়াময়!
আনন্দাশ্ৰু লৌতত যাদৱ
উঠি যাবা সিদ্ধি হয় যদি।

বেলি কৰা নাই প্ৰয়োজন,
সোনকালে সিদ্ধি কৰা কি উপায়ে পাবা
দুখুনীৰ মনৰ কামনা।

শ্ৰীকৃষ্ণ। সাক্ষী হোৱা,—চন্দ্ৰ-সূৰ্য্য, নক্ষত্ৰমণ্ডল,
শুনা ত্ৰিদিৱনিবাসী দেৱ-দেৱীদল,
শুনা কৈলাস শিখৰবাসী
ভূত, প্ৰেত, দানৱ, ডাইনী,
শুনা আজি মহা অভিশাপ,—
বৃষকেতু অৰ্জুনৰ
যেয়ে চুৰ কৰি নিছা মূৰ
তুৰন্তে স্থাপন কৰা
পুনু আনি পূৰ্বৰ স্থানত,
নহ'লে, নহ'লে মই দিওঁ অভিশাপ—

[ বেগাই গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। থৈছিলোঁ দুয়োজন বীৰৰ দেহৰ
মূৰ দুটি ময়েই লুকাই ;
আনিলোঁ—কৰিলোঁ মই দেহত যোজন
অক্ষুন্ন শৰীৰে আছে দুয়ো বীৰ পৰি,
মৃত সেনাদলৰ মাজত
সকলো অক্ষুন্ন ভাবে
ৰক্তময় ৰণৰ ক্ষেত্ৰত।
যোৱা বীৰ, সঞ্জীৱনী স্পৰ্শোৱা দেহত
পাব প্ৰাণ বৃষকেতু পাৰ্থ দুয়োজনে
সেনাসমে ৰণৰ ক্ষেত্ৰত।
এৰিলোঁ কপট মোৰ, কৰোঁ আশীৰ্বাদ—
চিৰসুখী, চিৰজয়ী
হ'ক দুয়ো পাৰ্থ বৃষকেতু।

[ গঙ্গাৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

ৰণক্ষেত্ৰ

[ অৰ্জুন, বৃষকেতু আৰু সেনাসকল ]

[ বেতালসকলৰ প্ৰৱেশ ]

বেতালসকল। গীত

শঙ্কৰ জটাধৰ শক্তি মোহন হৰ
ধূৰ্জটি বিষধৰ, ত্ৰিশূল-ধাৰী
মণি মালা ভূষণ, দিব্য আভৰণ,
যোগবল ধাৰণ, সংহাৰকাৰী।
ভক্তক তাৰণ, বৃষবৰ বাহন,
ভক্তি উপাসন, ভৱ-ভয়হাৰী।
বৈৰাগ বৈভৱ, আনন্দ অনুভৱ,
নিৰ্মল সুখ তৱ, মৃত্যুবিহাৰী।

[ বেতালসকলৰ প্ৰস্থান। ]

[ শ্ৰীকৃষ্ণ আৰু বভ্ৰুবাহনৰ প্ৰৱেশ ]

বভ্ৰুবাহন। আছে পৰি বৃষকেতু, পাৰ্থ, সেনাদল,
কাৰো ক'তো একো হোৱা নাই।
প্ৰহৰীসকলে সাৱধানে
আচৰিছে কৰ্তব্য নিজৰ।

শ্ৰীকৃষ্ণ। বিভুপদ স্মৰি ভকতিৰে
স্পৰ্শোৱা অদ্ভুত মণি মৃত শৰীৰত।

[ সেনাদল, বৃষকেতু আৰু অৰ্জুনৰ গাত সঞ্জীৱনী মণিৰ স্পৰ্শন, সকলোৱে প্ৰাণ পাই যুদ্ধ কৰাৰ উদ্যোগ ]

অৰ্জুন। কি, কি! থন্তেক মূৰ্চ্ছিত দেখি
ভাবিছনে ৰণ জয় কৰিব পাৰিবি?
পুনু হ'ম অগ্ৰসৰ,
পুনু যুদ্ধ কৰি কৰিম সংহাৰ তোক।

(কৃষ্ণক দেখি) শ্ৰীমধুসূদন জনাৰ্দন,
সেৱকৰ কাকুতি মিনতি শুনি
আহিলানে সহায় কাৰণে?
ভয়ঙ্কৰ আজিৰ ৰণত
তুমি সখা আহিলা যেতিয়া
নিশ্চয় জিনিম ৰণ,
পূৰ্ণ হ'ল অশ্বমেধ,
পাণ্ডৱৰ খ্যাতি গাব বিশ্ব ভূমণ্ডলে।

শ্ৰীকৃষ্ণ। নহয় অৰ্জুন,
নিজ পুত্ৰ বভ্ৰুবাহনেৰে
যুদ্ধ কৰি হেৰুৱালা প্ৰাণ
তুমি গঙ্গাৰ শাপত,—
সঞ্জীৱনী মণিৰ স্পৰ্শত
পুনু প্ৰাণ পালা অনায়াসে।
তুমি বীৰ, তীৰ্থযাত্ৰা কৰাৰ কালত
জন্ম হ'ল তোমাৰ সন্তান
নৰপতি বভ্ৰুবাহনৰ
চিত্ৰাঙ্গদা দেৱীৰ গৰ্ভত।
তোমাৰ পুত্ৰক তুমি
সম্ভাষণ কৰা সাদৰেৰে
(বভ্ৰুবাহনক) কৰ্ণৰ তনয়বীৰ বৃষকেতু নামে,
বয়সত জ্যেষ্ঠ হয় তোমাৰ ৰাজন,
ভাতৃ ভাৱে কৰা আলিঙ্গন।

অৰ্জুন। দুৰ্ঘোৰ মায়াৰে আজি আচ্ছন্ন ধৰণী!
এই মাত্ৰ তুমুল ৰণত
শত শত সেনানী পৰিল
ঘনে ঘনে মেদিনী কঁপিল,
ক'তা দেখোঁ একো চিন নাই।

ব'ইছিল শোণিতৰ ধাৰ
এতিয়াও আছে চিন
শুকান তেজৰ
বৈ যোৱা নদীৰ সোঁতেৰে,—
কিন্তু অক্ষুণ্ণ শৰীৰ দেখোঁ
সকলো সেনাৰ।
এই মোৰ প্ৰাণৰ সমান
বৃষকেতু কোমল কুমাৰ,—
অমঙ্গল সপোন স্বৰূপ।
স্মৃতিৰে চকুৰে আজি মোৰ বিসম্বাদ
কৰা প্ৰভু সন্দেহ ভঞ্জন।

শ্ৰীকৃষ্ণ। মানুহৰ শকতিৰ ক্ষুদ্ৰ ক্ষমতাৰ
বাহিৰেও আছে বহু
বিস্ময়জনক কাম—
দিঠকত ভাবিব নোৱৰা
সপোনৰো কল্পনা অতীত।
যি দেখিছা যথাৰ্থ সকলো কথা
সন্দেহৰ নাই বীৰ, অলপো কাৰণ।

অৰ্জুন। ক'লা তুমি যদুবীৰ,
প্ৰত্যয় কৰিলোঁ মই সকলো কথাতে।
( বভ্ৰুবাহনক ) যথাৰ্থ মণিপুৰেশ্বৰ,
তুমি ৰজা সন্তান মোৰ
বিস্মৰণ গঙ্গাৰ শাপত
স্মৃতি মোৰ হৈছে এতিয়া,
প্ৰস্ফুটিত মনৰ আকাশ
স্মৃতিৰূপ পুনাৰ ব'দত।
মোৰ প্ৰিয় ভাৰ্য্যা চিত্ৰাঙ্গদা
প্ৰাণৰ সমান,
আছিলোঁ পাহৰি মই গঙ্গাৰ শাপত,

মোৰ তুমি সুযোগ্য সন্তান
উপযুক্ত দিলা পৰিচয়।

বভ্রুবাহন। প্ৰণমিছোঁ জন্মদাতা তযু চৰণত;
কৰিলোঁ নেজানি দোষ
ক্ষমিব সকলো যেন
অবোধ পুত্ৰৰ দোষ বুলি।
জ্যেষ্ঠ ভ্রাতা কর্ণৰ নন্দন,
প্ৰণমো চৰণ,
বৃষকেতু, ক্ষমা অপৰাধ।

বৃষকেতু। ক্ষমিছোঁ সকলো বীৰবৰ,
তুমি ভাই বহু বলধৰ,
উপযুক্ত পাণ্ডৱসন্তান
প্ৰকাশিলা উচিত বিক্ৰম;
ধন্য তুমি ভাই;
ধন্য মই তুমি হেন বীৰে
মাতা মোক জ্যেষ্ঠ ভ্রাতা বুলি।

অৰ্জুন। ধন্যময়ো, আছে মোৰ তোমাৰ নিচিনা
গুণধৰ বিক্ৰমী সন্তান;
কৰোঁ আশীৰ্বাদ—দীৰ্ঘজীৱী হোৱা
প্ৰচাৰা বংশৰ কীৰ্তি দেশ-বিদেশত।

শ্ৰীকৃষ্ণ। পৰিচয় হ'ল সকলোৰে,
ব'লা যাওঁ অশ্বেষপুৰত
দিওঁগ'ই শুভ সমাচাৰ
সেনাদল কৰা জয়ধ্বনি।

সেনাসকল। জয় জয় মণিপুৰপতি।

[ সকলোৰে প্ৰস্থান ]

[ পুণ্ডৰীকৰ প্ৰবেশ ]

পুণ্ডৰীক। টান পালে আটায়ে ৰাম বোলে। দেখিলে যেতিয়া ল'ৰাটো ভাল, এতিয়া হ'লে তইহে তই, মইহে মই। আগেয়ে হ'লে

চুইহে নিকিলায়, এতিয়া যেন কোলাত তুলি লৈ সাত বুৰি-মান চুমা খাব। এসেকা পালে বেঁকা বাঁহ নেলাগে মানুহো পোন হয়। এৰা বোপাইহঁত, যিমান বয়স হ'ব, সিমান কথা শিকিবা। পিচে জানিবা কাৰো ক'তো একো নহ'ল, মৰা মানুহে জীলে, কিন্তু গোটেইটো কথাৰ মাৰঘাতটো পৰিল আহি মোৰ মূৰত ; উঠি ফুৰিবলৈ ঘোঁৰাডোখৰকে পাম বুলি ভাবিলোঁ। কিন্তু ঘোঁৰাটোলৈ আক্ৰোহ দেখি পেটতে হাত-ভৰি লুকুৱা হ'ল। এৰা যি হয় আটাইবোৰ মোৰেই হক, ময়ে মৰোঁ, অইনবোৰেই তৰক। ঘোঁৰা এটাৰ বাবে হতশ্ৰী হোৱাইতৰ ইমান খোৱা-কামোৰা !

[ পুণ্ডৰীকৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### ভিতৰ ফুলনি

[ অৰ্জুন, চিত্ৰাঙ্গদা, উলুপী আৰু বভ্ৰুবাহন ]

বভ্ৰুবাহন। প্ৰণমিছোঁ পিতৃদেৱ তয়ু চৰণত,
আজ্ঞা পালে পিতৃ মাতৃ উভয়জনৰ
ময়ো যাব পাৰোঁ
ঘোঁৰা ৰাখিবৰ কাৰণে লগতে।

অৰ্জুন। আছে মোৰ সম্পূৰ্ণ সম্মতি ;
তুয়ো ৰাণী মান্তি যদি হয়
ওলোৱা লগত।
ব'লা যাওঁ ঘোঁৰা ৰাখি ৰাখি
পাম গ'ই হস্তিনা নগৰ।

চিত্ৰাঙ্গদা। পিতাৰ সহায় কৰ্তব্য পুত্ৰৰ ;
আনন্দেৰে দিলোঁ অনুমতি
যজ্ঞৰ কাৰ্য্যত কৰাঁগৈ পিতাক সহায়।

উলুপী। যজ্ঞ সমাপন হ'লে
সকলোকে কৰি প্ৰণিপাত
উলটি আহিবা সোনকালে;
আশীৰ্বাদ কৰিলোঁ তোমাক—
সকলোতে মঙ্গল মিলিব।

বভ্ৰুবাহন। ভাল তেনে।
নাই আৰু অধিক সময়,
যাওঁ মই, উচিত যুগুতি কৰি
ৰাজ্যভাৰ গতাওঁ মন্ত্ৰীক;
কৰোঁ শীঘ্ৰে আয়োজন যাত্ৰাৰ কাৰণে।

[ বভ্ৰুবাহনৰ প্ৰস্থান ]

[ গঙ্গাৰ প্ৰবেশ ]

গঙ্গা। কৰোঁ আশীৰ্বাদ বীৰবৰ,
জয় হ'ক সকলো কামত।
যদিও দেখাত মই
সাধিছিলোঁ তোমাৰ বিঘিনি
কিন্তু হ'লে যথাৰ্থতে
কৰিছিলোঁ সকলো কামকে
পাণ্ডৱৰ হিতৰ কাৰণে।
নিমিলিলে হেজাৰ বিঘিনি
অশ্বমেধ নহয় পূৰণ।
চিত্ৰাঙ্গদা পুণ্যময়ী সতী,
সতীত্ব প্ৰভাৱে যাৰ
মণিপুৰ অজেয় তোমাৰ,
সতীক নিন্দিলা তুমি পালা প্ৰতিফল—
প্ৰাণ মান দুয়োটা হেৰাল;
যাহঁৰ কৰুণাত পুনু প্ৰাণ পালা,—
মৰিও নমৰা তুমি
চিত্ৰাঙ্গদা ৰাণীৰ পুণ্যত।

পূৰ্ণ হ'ল পাণ্ডৱ-গৌৰব
পূৰ্ণ হ'ল অশ্বমেধ নিশ্চয় জানিবা।
গোৱা গোৱা অপ্সৰীসকল
অৰ্জুনৰ আশিস্-সংগীত,—
জয় হ'ক পাণ্ডৱৰ
সকলো কামত।

[ অপ্সৰীসকলৰ আবিৰ্ভাৱ ]

অপ্সৰীসকল। গীত

গাইছে আজি অমৰগণে
জয় জয় জয় বন্দনা।
দুখ শোক যত আঁতৰি যাব,—
সিদ্ধি হ'ব মনোবাসনা।
উদিব নতুন—প্ৰণয় ভাৱ,
নতুন প্ৰণয় ভাবনা।
হৃদয়ে নাচিব—আশিস্ শুনি
কৰিব আশিস্ কামনা।

যৱনিকা পতন

# চৰিত্ৰলিপি

## মতা

| | |
|---|---|
| বালী | কিষ্কিন্ধ্যাৰ ৰজা |
| সুগ্ৰীৱ | বালীৰ ভায়েক |
| নল, নীল, হনুমান আৰু জাম্বুবান | প্ৰধান বিষয়সমূহ |
| স্বৰূপানন্দ | কুলগুৰু |
| অঙ্গদ | বালীৰ পুতেক |
| দুন্দুভি | এটা দানৱ |
| মায়াৱন্ত | দুন্দুভিৰ পুতেক। |

ব্ৰহ্মা, ৰাম, লক্ষ্মণ, প্ৰহৰী, দুটা দানৱ আৰু সভাসদসকল

## তিৰোতা

| | |
|---|---|
| তাৰা | বালীৰ ঘৈণীয়েক |
| ৰুমা | সুগ্ৰীৱৰ ঘৈণীয়েক |
| শবৰী | এজনী অপ্সৰী |
| মাধৱী | এজনী সহচৰী |

দেৱকন্যাসকল, সহচৰীসকল, মায়াকন্যাসকল
আৰু নৰ্তকীসকল।

# আৰম্ভণি

## সাগৰৰ পাৰ

[ ধ্যানমগ্ন বালী ]

বালী। সুবিস্তৃত গহীন সাগৰ
মাৰ যায় কত ঢৌ চকু-পচাৰতে,
যেনে বিশ্ব ব্ৰহ্মাণ্ডত
পায় লয় নৱৰ জীৱন।
সাগৰৰ বিশাল আকৃতি,
ৰিণিকি ৰিণিকি মনা।
নিলগত আকাশেৰে মিলন দেখিলে
নিজৰ ক্ষুদ্ৰত্ব জানি
অনন্ত উদাৰ ভাব ওপজে হিয়াত;
ধন্য এই তপস্যাৰ ঠাই
একাগ্ৰতা বিৰাজে মনত।
কৰা কৃপা কৃপাময় অগতিৰ গতি,
দিয়া দেখা কৰিছোঁ কাকুতি।
ধ্যানত নিমগ্ন মই
বাঞ্ছা কৰি বৰ দেৱতাৰ
আৰাধিছোঁ বিভুৰ চৰণ।
সুপ্ৰসন্ন হোৱা দয়াময়
তুষ্ট হোৱা সেৱকৰ প্ৰতি,
সিদ্ধি কৰা কামনা মনৰ।
কল্পনা পটত যেন দেখোঁ বিৰিঙিক
স্থিৰ ভাব গহীন প্ৰকৃতি,

মুখত জ্বলন্ত জ্যোতি
দেৱাকৃতি প্ৰসন্ন বদন
মৰাল গমনে যেন
মোৰ পিনে আহে খোজকাঢ়ি;
পালেহি ওচৰ মোৰ
মাতিব খুজিছে যেন মোক সাদৰেৰে।

[ ব্ৰহ্মাৰ প্ৰবেশ ]

( ব্ৰহ্মমূৰ্তিৰ আবিৰ্ভাৱ )

ব্ৰহ্মা। উঠা বালী আহিলোঁ আপুনি,
সন্তোষ লভিলোঁ মই তোমাৰ ধ্যানত।

বালী। ( চকু মেলি চাই সেৱা কৰি )
আহিলা বিৰিঞ্চি, কৰোঁ প্ৰণিপাত—
লোৱা মোৰ হিয়াৰ ভকতি;
তুমি প্ৰভু দেৱতাৰ পতি
দিয়া বৰ পূৰ্ণ কৰা মোৰ অভিলাষ।

ব্ৰহ্মা। কোৱা বালী কি বৰ বিচাৰি
আৰাধিলা মোক তপস্যাৰে?
কোৱা তত্তালিকে তুমি
নকৰিবা এনেয়ে পলম।

বালী। দিয়া বৰ বৰদাতা
নমৰিম নৰৰ হাতত।

ব্ৰহ্মা। তথাস্তু বুলিলোঁ মই;
কোৱাঁ, যদি আৰু কিবা লাগে।

বালী। নমৰিম জল, জন্তু, অগ্নিৰ মুখত
নমৰিম মাৰিমৰকত।

ব্ৰহ্মা। তথাস্তু বুলিলোঁ মই;
কোৱাঁ যদি আৰু কিবা লাগে।

বালী। নমৰিম বধ কৰি শত্ৰুৰ হাতত।

ব্ৰহ্মা। তাতো মই তথাস্তু বুলিলোঁ।

বালী। দিয়া বৰ দেৱ দয়াময়
নাচৰিম ধৰ্ম কৰ্ম
তথাপিও স্বৰ্গবাসী হ'ম।

ব্ৰহ্মা। দিলোঁ বৰ, সেয়ে হ'ব
শত পাপ কৰিলেও তুমি
অন্তিমত স্বৰ্গবাসী হ'বা।

[ ব্ৰহ্মাৰ প্ৰস্থান ]

বালী। কি, হঠাতে কল্পনা ছবি
মাৰ গ'ল মনৰ মাজত!
পালোঁ বৰ, ধ্যানত দেখিলোঁ বিবিঙ্কিক ;
পাই গ'লোঁ মনে ভবা দৰে ;
নিৰ্ভয় মনেৰে মই
থাকিব পাৰিম সুখে কিষ্কিন্ধ্যা দেশত,
নিজে মই নিজ মুখে কওঁ
ধন্য ধন্য বালীৰ জনম।

[ বালীৰ প্ৰস্থান ]

# প্ৰথম অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

পম্পা সৰোবৰ

দেৱকন্যাসকল। গীত

কাননত ফুল ফুলিছে,
বিহঙ্গে সুৰ ধৰিছে,
নাচিছে কাননে, মলয় সমীৰণে আনি দিছে
হিয়াত বেলিৰ বৰণ সানি
সৰসীৰ শীতল পানী
বতাহে লবাই দিছে
কোলাত পদুম ফুল ফুলিছে।
জড়-জন্তু প্ৰীতি-মিলন
নাই নৰৰ সমাগম,
মোহিনী বেশ ধৰিছে
শান্তি দেৱী বিৰাজিছে।

[ দেৱকন্যাসকলৰ প্ৰস্থান ]

[ ৰাম আৰু লক্ষ্মণৰ প্ৰবেশ ]

ৰাম। শুনা ভাই শুনা, অলক্ষ্যত
বাজিব লাগিছে সেয়া
মনমোহা সুধাকণ্ঠ গীত ;
মনোৰমা সুঠাম সুৰিত এই
কিন্নৰ কিন্নৰী দলে
নৃত্য গীত কৰে আনন্দেৰে
চোৱা ভাই পম্পা সৰোবৰ
তাৰ পাৰে পাৰে কেনে
মানুহে নজোৱা ৰবে

সুশোভিত সৰু গছবোৰে
নাচিব লাগিছে উলাহেৰে।
চোৱাঁ চোৱাঁ নির্মল পানীত,
ফটিক সদৃশ—
অবিকৃত ছাঁয়া তাৰ
কিৰূপে পৰিছে তলে তলে।
বতাহ মাৰিলে
গছবোৰ লৰে ঠাৰে ঠাৰে
পানীৰ তলত পৰা ছাঁবোৰে তাৰ
নাচে লগে লগে।
দেখি তাক অমৰাৱতীৰ
দেৱবালা সকলৰো যায় মন—
কৰে আহি ইয়াত বিহাৰ।
ৰক্তোৎপল শোভিছে পানীত
আচ্ছাদিত গোটেই সৰসী
ৰাজহাঁহে আনন্দ মনেৰে
কৰিছেহি তাত বিচৰণ;
উৰি গৈ আকাশৰপৰা
বেলিসূতা পেলাব লাগিছে,
চোৱাঁ সেই সূতা আহি
পৰিছেহি আমাৰ দেহত।
বতাহত কঁপিব লাগিছে সোৱা
সৰসীৰ সুনির্মল পানী,
উঠি তাত সৰু সৰু ঢৌ
নচুৱাই দিছে পদুমক।

লক্ষ্মণ। সুশোভিত সুন্দৰ সৰসী।
তাতে, বসন্তৰ মৃদু সমাগম,
মৃদু মৃদু বলিছে সুগন্ধ বায়,

মৃদু মৃদু বাজিছে দূৰত
মউ সনা কুলিৰ সঙ্গীত ;
ছালি ধৰি নাচিছে ম'ৰাই,
তাৰ লগে লগে যেন
শূন্য পথে উৰি যোৱা কোমল চৰায়ে
কোমল সঙ্গীত এটি শুনাব লাগিছে।
পালে আহি এই ঠাই
নপৰে মনত আৰু
অযোধ্যাৰ অতুল গৌৰৱ,
নেথাকে মনত তাৰ স্বৰ্ণময় বাট-পথ
ৰ'দৰ পোহৰ পৰি জকমক্ কৰা
ওখ ওখ প্ৰাচীন মন্দিৰ ;
এনেকুৱা মনমোহা প্ৰিয় দৰশন
চকুত পৰিলে
কেনিবা আঁতৰি যায়
হৃদয়ৰ সকলো যাতনা।

ৰাম। কিন্তু নেযায় আঁতৰি হ'লে
হৃদয় বিদৰা মোৰ শোকৰ কাহিনী।
হৃদয়-প্ৰতিমা মোৰ
প্ৰাণতুল্যা জনকনন্দিনী—
নেপাহৰোঁ, লুকাই থ'ব
হৃদয় পটৰপৰা থন্তেক সময়ো
সুখময় দৃশ্য দেখি
বসন্তৰ সুখ সময়ত,
সীতাৰে সুখেৰে থকা সুখৰ সময়
হয় আহি হিয়াত অঙ্কিত।
আহিছে শীতল বায়ু
বসন্তৰ মৃদু মলয়াত
মন-প্ৰাণ দিয়ে শীতলাই ;

কিন্তু সীতাৰ বিৰহী
দগ্ধ প্ৰাণ মোৰ হৃদয়ত
অনুভৱ হয় হ'লে অগ্নিৰ নিচিনা।
আছিলে যেতিয়া সীতা
যিবিলাক বস্তু
লাগিছিল অতি প্ৰিয় মোৰ,
সেইবোৰো অপ্ৰিয় এতিয়া।
থকা হ'লে লগত জানকী
পাতিলোহেঁতেন আমি
কত কথা পম্পাৰ পাৰত।
যোৱা তুমি যোৱা ভাই,
থাকিলোঁ ইয়াতে মই
ভৰতক দিবা সমাচাৰ
থাকা গৈ সুখে অযোধ্যাত;
নেলাগে ভুগিব দুখ
চিৰদুখী ৰামৰ লগত।

লক্ষ্মণ। কিয় ৰঘুমণি তুমি
কোৱা এনে হতাশ কাহিনী!
স্থিৰবুদ্ধি ঐশ্বৰিক অন্তৰ তোমাৰ
তথাপি দেখুৱা কিয় চিত্তৰ বিকাৰ?
জটায়ুয়ে দিছে সমাচাৰ
ৰাৱণ নামেৰে লঙ্কাৰ অধীশে
নিছে হৰি জানকী সতীক
নেজানো বসতি ক'ত সেই ৰাৱণৰ,
কিন্তু জানিবা ৰাঘৱ
আছে যদি পাতালত,
নাই, কোনো নিম্ন প্ৰদেশত,
তথাপি নাশিম আমি সেই দুৰ্বৃত্তক।
এতিয়া বিচাৰোঁ আমি

কেনি আছে লঙ্কা দ্বীপ,
কিৰূপে দুনাই আমি
লভিব পাৰিম সেই জানকী দেৱীক।
যত্ন নকৰিলে কোনো কাম সম্ফল নহয়,
উদ্যোগ উৎসাহ দুয়ো নহ'লে মিলন,
নেথাকিলে হৃদয়ত বল,
নেথাকিলে লক্ষ্যস্থল বহু নিলগত
কদাপি অভীষ্ট সিদ্ধি নহয় মনৰ।
শোক দুখ কৰা পৰিহাৰ,
আহাঁ আমি হওঁ অগ্ৰসৰ,
নিতান্ত ৰাঘৱ আমি
উদ্ধাৰিম মৈথিলী দেৱীক।

ৰাম। ধন্য তুমি ভাই
ধন্য ময়ো মনৰ দুখত
পাইছোঁ সহানুভূতি
তুমি হেন নিৰ্ভীক বীৰৰ।
মোৰ বিপদত মোৰ
তুমি ভাই এক সহচৰ,
সুখে-দুখে জনমে-মৰণে
লোৱা ভাগ মোৰ বিপদৰ,
পাতলোৱা মনৰ যাতনা;
আছা তুমি সহায় যেতিয়া
অৱশ্যে দুনাই পাম
প্ৰাণৰ পুতলী জানকীক।

[ শবৰীৰ প্ৰৱেশ ]

শবৰী। প্ৰণমো চৰণ ৰঘুবৰ
মুক্তি দিয়া; স্থান দিয়া তব চৰণত।
দেৱৰ দুহিতা মই সুৰাজনন্দিনী,

ফুৰিছিলো ৰংমনে অলকাপুৰত
নাই তাত দুখ-শোক-জৰা-ব্যাধি
নাই তাত সংসাৰৰ বোল।
কিন্তু, লগালোঁ বিষম দোষ অলকাপতিৰ
সেইবাবে দণ্ড দিলে
নিৰ্বাসিত হ'লোঁ পৃথিৱীত।
তেতিয়াৰে পৰা ফুৰি ফুৰি
সুৰম্য পম্পাৰ এই ৰম্য কাননত
ল'লোঁহি বসতি,
আচৰণ কৰিলোঁ তপস্যা,
তুষ্ট হৈ দেৱৰাজে ক'লে পুনৰপি,
"যেতিয়া আহিব ৰাম
পাবি দেখা পম্পাৰ পাৰতে
স্পৰ্শ কৰি ৰামৰ চৰণ
পাৰিবি সোমাব পুনু অলকাপুৰীত;
পাবি পুনৰপি তোৰ
পূৰ্বৰূপ প্ৰাচীন গৌৰৱ।"
মুক্তি দিয়া পতিত পাৱন,
হৃষীকেশ তুমি জনাৰ্দন,
অগতিৰ গতি তুমি দেৱ দয়াময়,
ভক্তি মুক্তি শক্তিদাতা গোলোকবিহাৰী,
স্থান দিয়া তয়ু চৰণত।
( ভৰিত সাৱটি ধৰে )
[ শৱৰীৰ অপ্সৰী ৰূপ ধাৰণ ]
লক্ষ্মণ। চোৱা চোৱা অপৰূপ নতুন গৌৰৱ
শৱৰীয়ে কৰিছে ধাৰণ,
স্পৰ্শি প্ৰভু তোমাৰ চৰণ
লভিলে কনক জ্যোতি,
ধন্য ধন্য ৰামৰ মহিমা।

শবৰী। গীত

আনিছোঁ তোমাৰ পূজা গোলোকবিহাৰী,
বনপুষ্প তুলি আনি
ভক্তি-ৰঞ্জন সানি
কৰিছোঁ তোমাক পূজা ভক্ত-ভয়হাৰী,
ভক্তি উপহাৰ লোৱা
লোৱা চতুৰ্ভুজধাৰী,
ভক্তি-মুক্তি-শক্তিদাতা দৈত্যনাশকাৰী।

ৰাম। তোমাৰ ভক্তিত দেৱী,
লভিলোঁ অপাৰ প্ৰীতি
তুষ্ট হলোঁ তোমাৰ গুণত।
যোৱা তুমি—আনন্দে প্ৰবেশাগৈ
দেৱপুৰী অমৰাৱতীত।
অস্ত হ'ল তোমাৰ দুখৰ দিন
সুদিনত পৰিছে এতিয়া
সুখ ভোগ কৰা আনন্দেৰে।

শবৰী। পাৰোনে কৰিব কিবা ক্ষুদ্ৰ উপকাৰ,
কোৱা প্ৰভু জগত-ঈশ্বৰ!
মুক্তি পালোঁ তোমাৰ গুণত
কীৰ্তি তযু গাম অলকাত।

ৰাম। জানানে শবৰী,
কেনি গ'লে পাম আমি
লঙ্কা দ্বীপ দেশ ৰাৱণৰ?

শবৰী। নেজানো ৰাঘৱ লঙ্কা কেনি;
কিন্তু সৌ যে শোভিছে গিৰি
ৰমণীয় গছ-গছনিৰে
তাৰ নাম ঋষ্যমূক,
তাৰ ওচৰতে আছে সুগ্ৰীৱ নামেৰে
তেজশালী সূৰ্য্যৰ তনয়।

জ্যেষ্ঠ ভাই বালীৰ লগত বিৰোধ আচৰি
সহচৰ সমন্বিতে সুগ্ৰীৱই
কৰিছে বসতি আহি সেই পৰ্বততে ;
সুধিলে বাতৰি তেওঁ অৱশ্যে পাৰিব দিব,
লঙ্কা কেনি জানিব পাৰিবা।
দেৱৰ দেৱতা তুমি জগত-ঈশ্বৰ
পাহৰিলা পৃথিৱীত সকলো দৈৱিক জ্ঞান,
নিজে তুমি নেজানা লঙ্কাৰ বাট,
সেইদৰে ময়ো পাহৰিলোঁ।
পৃথিৱীত পায় লোপ
অমৰৰ সকলো গৌৰৱ।

ৰাম। ধন্য হোৱা সুদামনন্দিনী!

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

ঋষ্যমূক পৰ্বত

[ সুগ্ৰীৱ, নল, নীল আৰু জাম্বুবানৰ প্ৰবেশ ]

জাম্বুবান। পাৰোঁ আমি ইয়াতে জিৰাব,
হনুমানে অলপতে দিব সমাচাৰ,
কোন সেই ছদ্মবেশী বীৰৰূপী
দুটি প্ৰাণী পিচে পিচে আহিছে আমাৰ।
নাই ভয় এই পৰ্বতত,
দুন্দুভিৰ মৃতদেহ পৰিছিলে আহি
এই পৰ্বতত থকা
মতঙ্গ ঋষিৰ আশ্ৰমত ;
তাতে ঋষিৰাজে বালীক উদ্দেশি
দিলে এই ঘোৰ অভিশাপ,
"যিজনে কৰিলে এই
পুণ্যময় তপস্যাৰ ঠাই

কলুষিত মৃত শৰীৰেৰে
সেইজনে কেতিয়াবা আহি
ঋষ্যমূক পৰ্বতত দিয়ে যদি ভৰি
তুৰন্তে ছিগিব তাৰ মূৰ।"
এতেকে নোৱাৰে বালী পশিব ই ঠাই
পাৰোঁ আমি নিষ্কণ্টকে থাকিব ইয়াত।
হনুমান গৈছে যেতিয়া
জানি-শুনি আহি
দিব বীৰ ঠিক সমাচাৰ।

নল। কথাৰ শেষতে সৌৱা
হনুমান পাইছেহি আহি।

[ হনুমানৰ প্ৰবেশ ]

সুগ্ৰীৱ। কোৱা হনুমান,
কোন সেই সুন্দৰ গঠন দুটি বীৰ,
বদন-কান্তিত যাৰ
প্ৰভাময় গোটেই পৰ্বত?

হনুমান। জানিব পাৰিলোঁ,—অযোধ্যানিবাসী
দশৰথ ৰজাৰ নন্দন,
ৰাম আৰু লক্ষ্মণ নামৰ দুয়ো বীৰ।
নিজ ভাই ভৰতক ৰাজ্য দান কৰি
কৈকেয়ীৰ প্ৰীতিৰ কাৰণে
নিজে ৰাম বনবাসী হ'ল,
জ্যেষ্ঠ-অনুৰাগী লক্ষ্মণ কুমাৰ
হ'ল সহচৰ ৰামৰ;
নিজ ভাৰ্য্যা সীতাৰ লগত
দণ্ডকা বনত
থাকোঁতে ৰাৱণে নিলে হৰি
অনুপমা সীতা সুন্দৰীক।

শুনি বীৰ যশস্যা তোমাৰ
তোমাৰে মিত্ৰতা কৰি
সীতাক উদ্ধাৰ কৰোঁ বুলি আহিছে ৰাঘৱ।

নীল। ঠিক হনুমান—দূৰ কৰি দিলা তুমি
সকলোৰে মনৰ সন্দেহ ;
ভাবি আমি—বালীৰ মায়াবী দূত বুলি
ভয়ে ভয়ে ফুৰিলোঁ ৰনত।

সুগ্ৰীৱ। শুনিছোঁ ৰামৰ কথা,
ৰঘুবীৰ পৰম ধাৰ্মিক
দুখীয়াক, ভয় পোৱা বিপন্নজনক
ৰক্ষা কৰা ধৰ্ম ৰাঘৱৰ।
দুষ্টক দমন আৰু সন্তক পালন
কৰে ৰঘুবীৰে ;
সেইবাবে ৰাঘৱৰ বন্ধুত্ব তোলত
লাভ হ'ব,—কদাপিও বিঘাত নিমিলে।

হনুমান। আহিছে ৰাঘৱ সোঁৱা,
এই ঠাই পালে ততালিকে।

[ ৰাম আৰু লক্ষ্মণৰ প্ৰবেশ ]

সুগ্ৰীৱ। ( কৃতাঞ্জলি কৰি )
প্ৰণমো চৰণ প্ৰভু
অগতিৰ গতি তুমি সত্য নাৰায়ণ
সকলোৰে প্ৰিয় জনাৰ্দন,
শুনিছোঁ তোমাৰ কীৰ্তি হে মধুসূদন।
ক্ষুদ্ৰ প্ৰাণী অৰণ্যনিবাসী মই,
মিত্ৰতা কৰিব খোজে আজি
জগতৰ অধিপতি ৰঘুবংশজাত
নৰৰূপী নৰনাৰায়ণে
এই মোৰ পৰম গৌৰৱ।

ৰাম। উঠা তুমি বীৰবৰ,
ধৰ্মপ্ৰিয় অৰণ্যৰ পতি ;
বিপদত পৰি
লক্ষ্যভ্ৰষ্ট মোৰ দৰে তুমি।
কোৱা বিৱৰণ,—শুনো কথা,
পাৰোঁ নে কৰিব কিবা
সহায়তা পৰস্পৰে উভয়জনক ?

সুগ্ৰীৱ। বহুদিন আগতে বালীয়ে
দুন্দুভি দানৱক
বধিছিলে ৰণৰ ক্ষেত্ৰত,—
মায়াবন্ত পুত্ৰ দুন্দুভিৰ
পিতৃ-শোক সহিব নোৱাৰি
আৰম্ভ কৰিলে যুদ্ধ বালীৰ লগত ;
যুদ্ধ কৰি কৰি দুয়ো
প্ৰবেশিলে পাতালপুৰত,
দুৱৰী স্বৰূপে মই ৰ'লোঁ দুৱাৰত।
বহুদিন অপেক্ষা কৰিলোঁ
নাহিল উলটি বালী যুদ্ধ শেষ কৰি।
মায়াবন্ত পৰম মায়াবী
প্ৰাণ এৰি বালীৰ শৰত
"সুগ্ৰীৱ মৰিলোঁ" বুলি চিঞৰ মাৰিলে।
শুনি মই ভাবিলোঁ মৰিল বালী
কিন্তু মায়াবন্ত আহি
কৰে বুলি পুনু অত্যাচাৰ,
পাতালৰ পথ ৰুদ্ধ কৰি
মনৰ দুখেৰে
হ'লো মই ৰজা কিষ্কিন্ধ্যাৰ,
নুবুজিলোঁ দানৱৰ চতুৰ ছলনা।
বালী আহি ওলাল ৰাজ্যত

সুমুধিলে একো বিৱৰণ
এই মোৰ প্ৰাণৰ বিষয়াসকলেৰে
ৰাজদ্ৰোহী বুলি
নিৰ্বাসন দণ্ড বিধানিলে।
ৰুমা নামে প্ৰাণৰ পুতলী মোৰ
ৰাখিছে আবদ্ধ কৰি
কিষ্কিন্ধ্যাৰ অন্তেষপুৰত;
নিৰ্বাসন দুখ ভোগ, পত্নীৰ বিচ্ছেদ
জ্বলিছে হিয়াত মোৰ অগ্নিৰ সদৃশ।

ৰাম। মোৰো বীৰবৰ,
নিৰ্বাসন দুখ ভোগ, পত্নীৰ বিচ্ছেদ,
দুয়ো দুখ হিয়াত জ্বলিছে;
উপযুক্ত পাত্ৰ তুমি মোৰ মিত্ৰতাৰ,
জানিবা তোমাৰ দুখ
অন্ত হ'ল ইমান দিনত।

লক্ষ্মণ। সমদুখে দুখীলোক পালে সংসাৰত
বহুত লাঘৱ হয় হিয়াৰ যাতনা;
সুগ্ৰীৱক লগ পাই
লাগিছে মনত যেন
পৰস্পৰ সহানুভূতিত
পাতলিব বহুত যাতনা।

সুগ্ৰীৱ। মোৰো বীৰ লাগিছে তদনুৰূপ।
জানো মই,—লঙ্কাপতি ৰাৱণে ছলেৰে
নিছে হৰি জানকী দেৱীক,
ৰাৱণক সবংশে বিনাশি
উদ্ধাৰিম মৈথিলী সতীক
চিনো মই লঙ্কা দ্বীপ
ৰাৱণক কেবাবাৰো দেখিছো ৰণত।

শক্তি অনুসৰি
তযু পথ অনুগামী হৈ
কৰিম সাহায্য মই লঙ্কাৰ যুদ্ধত।

হনুমান। বালীক বিনাশ কৰি
কৰি দিলে নিষ্কণ্টক কিষ্কিন্ধ্যা নগৰী
কিষ্কিন্ধ্যাৰ যত্ত সেনাদল
হ'ব প্ৰভু তোমাৰ সহায়।

ৰাম। সেইবাবে হনুমান
কদাপিও নবধো বালীক।
ভাই-ভাই বিবাদৰ ভিতৰ সোমাই
এজনৰ পক্ষপাতী হৈ
স্বাৰ্থসিদ্ধি নকৰোঁ নিজৰ।
দুৰ্বলীৰ পক্ষপাতী হ'লে
পক্ষপাতী নোবোলে জ্ঞানীয়ে;
শুনিছোঁ বালীৰ উৎপীড়ন
সেইবাবে কৰিছোঁ প্ৰতিজ্ঞা মই
বালীক নিধন কৰি
সুগ্ৰীৱক পাতিম নৃপতি;
ৰুমাৰ লগত সুগ্ৰীৱৰ
কৰি দিম পুনৰ মিলন।
[ সুগ্ৰীৱৰ হাতত ধৰি ]
চন্দ্ৰ-সূৰ্য্য সাক্ষী কৰি প্ৰতিজ্ঞা কৰিলোঁ,
দুয়ো আমি সখা হলোঁ অভিন্ন হৃদয়।
সুখে-দুখে জীৱনত
সমভাগী হ'লোঁ পৰস্পৰ।

সুগ্ৰীৱ। তযু পদ স্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিলোঁ
সুগ্ৰীৱক চিৰদাস বুলি
ভাবিবা ৰাঘৱ জীৱনে মৰণে।

[ সকলোৱে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

ফুলনি

[ বালীৰ প্ৰবেশ ]

বালী। তাৰা মোৰ লক্ষ্মী স্বৰূপিনী
ৰূপে-গুণে অদ্বিতীয়া নাৰীৰ মাজত,
তথাপিও ৰুমাৰ কাৰণে
কিয় মোৰ হেঁপাহ প্ৰাণত।
সকলো মানুহ লোভী
মনে মনে লোকৰ বস্তুত।
আজি ইয়াতে ৰুমাক পাম,
হৃদয়ৰ বাসনা পূৰাম।
কিয় মোৰ মনটোত খুকুৰি লাগিছে
কিয় থোজে থোজে হৃদয় কঁপিছে;
বেয়া ভাব ভাবিছোঁ মনত,
সেইবাবে সাহ হোৱা নাই।
এপিনে হিয়াৰ মোৰ প্ৰবল বাৰণ
আনপিনে উত্তেজনা দৃঢ় প্ৰতিজ্ঞাৰ,
কোনটোক দিওঁ প্ৰাধান্য এতিয়া?
বীৰ মই প্ৰতিজ্ঞাৰ বশৱৰ্তী দাস
হৃদয়ৰ মানা শুনি
প্ৰতিজ্ঞা কদাপি নেৰোঁ মই;
উদ্দেশ্য সাধন হ'ব
ৰুমাক ইয়াতে পাম
ছল চাই অপেক্ষা কৰিলোঁ।

[ বালীৰ প্ৰস্থান ]

[ ৰুমা আৰু তাৰাৰ প্ৰবেশ ]

ৰুমা। যথাৰ্থতে বাইদেউ, তুমি আছা বাবে
প্ৰাণ ধৰি আছোঁ কিষ্কিন্ধ্যাত;

বিনাদোষে স্বামীক বনত দিলে
ৰাখিলে ৰাজ্যত মোক
যাব নিদি বনলৈ স্বামীৰ লগতে।
ময়ো থকা হ'লে স্বামীয়ে বনত
শুশ্ৰূষাৰ গুণে
নেপালেহেঁতেন বহু দুখ।
পিঞ্জৰ-আৱদ্ধ পখী মই
বাহ্যিক শৰীৰ বশৱৰ্তী ৰজাৰ আজ্ঞাৰ
মন কিন্তু বনবাসী স্বামীৰ লগত।

তাৰা। মিছা শোক নকৰিবা ৰুমা।
স্বামী মোৰ এনেয়ে খণ্ডাল,
বিচাৰ নকৰি দণ্ড বিধানিলে
তোমাৰ বল্লভ সুগ্ৰীৱক।
মাৰ গ'লে থং—সকলো বুজাই
বিৱৰণ ৰজাক জনাই
পাৰোঁ যদি সুগ্ৰীৱক আনি
যুৱৰাজ পতাম ৰাজ্যত,—
তোমাৰ দুখৰ নিশা গৈ
সুপ্ৰসন্ন প্ৰভাত উদিব।

ৰুমা। তোমাৰ কথাত বাইদেউ,
আশাৰে আৱদ্ধ হৈ
প্ৰাণ মোৰ আছে শৰীৰত।

তাৰা। তাৰাৰ মৰমে যদি পাৰে পাতলাব
তোমাৰ দুখৰ বোজা,
নিশ্চিন্তে জানিবা ৰুমা,
তুমি মোৰ প্ৰাণৰ পুতলী।
দেখিছোঁ তোমাৰ দুখ,
সেইবাবে মোৰ সন্তোষৰো
ব্যতিক্ৰম ঘটিছে সদায়।

দুখত পৰিও কিন্তু
বশৱৰ্ত্তী নহ'লে দুখৰ
সেই দুখে পীড়িব নোৱাৰে কাৰো মন।
দুখত বেজাৰ কৰা জন্তুৰ লক্ষণ,
বিপদত ধৈৰ্য্য ধৰা মানুহৰ গুণ,
কিন্তু বিপদত পৰি আনন্দ মনেৰে থকা,
স্বৰ্গবাসী দেৱৰ লক্ষণ।
এতেকতে রুমা, পাহৰা দুখৰ কথা,
সখীদল আহিছে এতিয়া
শুনা এটি আনন্দ সঙ্গীত।

[ সহচৰীসকলৰ প্ৰবেশ ]

সহচৰীসকল। গীত

নক'লা মনৰ কথা
মনৰ বেথা মনত থ'লা;
টুকিলা চকুৰ পানী
সুখ নেজানি দুখত ব'লা।
ভাবিছিলা,—সুখৰ ৰবি
উদিলে পাবা হৃদয় ছবি
বিপৰীত বিধিয়ে পাতে
চিৰদিন আশাতে ব'লা।

[ সহচৰীসকলৰ প্ৰস্থান ]

তাৰা। আঁহা রুমা যাওঁ আৰু
বেলি মাৰ যাব অলপতে।

রুমা। যোৱা তুমি বাইদেউ,
থাকোঁ মই এই কাননতে;
পাহৰিছোঁ মনৰ যাতনা
ভাল মোৰ লাগিছে ইয়াত।

[ তাৰাৰ প্ৰস্থান ]

পাতলে মনৰ দুখ
পালে কাকো সমদুখী এই জগতত,
পাতলে পুতৌ পালে কাৰো ওচৰত।
তদুপৰি পাতলে মনৰ দুখ
ইচ্ছামতে কান্দিব পাৰিলে।
সংসাৰত আছে কোনো লোক
ভাল পায় লোকৰ দুখত ;—
স্বামী সুগ্ৰীৱক দিলে বনলৈ
মোকো হ'ব দিয়া হ'লে লগৰ সহায়
কদাপি নোভোগো দুখ স্বামীৰ শোকত।
বালীৰ উদ্দেশ্য কিনো নোৱাৰো বুজিব ;
মোক হ'লে যাতনা দিয়াৰ বিনে
নাই দেখা আন উপকাৰ।

[ বালীৰ প্ৰবেশ ]

বালী। শুনিলোঁ, শুনিলোঁ ৰুমা
সকলো তোমাৰ কথা,
কিয় তুমি পৰভাব কৰা মোক ?
তুমি মোৰ হৃদয়ৰ পুতলী
তোমাৰ স্বামীক বনবাসী কৰি
ৰাখিলোঁ তোমাক প্ৰাণেশ্বৰী
তোমাৰ সুখৰ হেতু তোমাৰ স্নেহত।
সেইদৰে তুমিও ভাবিব লাগে
আত্মভাব কৰি
ঠাই দিব লাগে মোক
তোমাৰ হৃদয়-মন্দিৰত।
ৰুমা। পূজনীয় আপুনি দাদাৰ ;
আপোনাৰ মুখত কদাপি
এনেকথা শুনোৱাও অতি অযুগুত।

দুখুনীৰ দুখৰ লগত দুখ নেজাপিব,
অনাহক নিদিব যন্ত্ৰণা,—
পিতৃ-জ্ঞান কৰোঁ আপোনাক।

বালী। কদাপি নক'ৰা এনে কথা ;
প্ৰাণেশ্বৰী ৰুমা
জানা তুমি—হিয়াৰ সলনি
তুমি যদি নিবিলোৱা হিয়া
ঘোৰ পাপ নিশ্চয় ভূগিবা।
হ'ব তাৰা তোমাৰ অধীন,
তুমি হ'বা ঘাইপটেশ্বৰী,
ৰাজত্বৰ স্বৰ্ণ আসনত
হৃদয়ৰ পদ্ম আসনত
বহা প্ৰাণেশ্বৰী।

[ ধৰিব খোজে ]

ৰুমা। সাবধান—অধম পামৰ
হাত তই নিদিবি দেহত মোৰ।
কৰিছোঁ ধাৰণ যদি সতীত্ব কবচ
যদি এক মনে এক প্ৰাণে
কৰিছোঁ পতিৰ সেৱা,
তেন্তে নোৱাৰ পামৰ তই
কদাপিতো ওচৰ চাপিব।
অৰীতি নতুন কথা শুনালিহি মোক
সেইবাবে দিওঁ অভিশাপ,—
ক্ষয় হ'ল আয়ু তোৰ,
নোৱাৰিবি বুজিব পামৰ
ক'ৰ পৰা তোৰ যম গুলাবহি আহি।

বালী। আশীৰ্বাদ বুলি মই মানিছোঁ সকলো,
পালে যান তোমাৰ হৃদয়

জীওঁ যদি এদিনো ধৰাত
সেই এদিনকে
ভাবিম মনত মই শতবৰ্ষ বুলি,—
স্বৰ্গতুল্য লাগিব ধৰণী।
ঈশ্বৰৰ ইচ্ছা পূৰণত
অনাহক বাধা নকৰিবা।

[ ধৰিব খোজে ]

ৰুমা। ৰক্ষা কৰা ভগৱতী বিপদতাৰিণী!
প্ৰাণ থাকে মানে
নোৱাৰিবি চুব মোৰ দেহ।

( ফুল গছ উভালি লয় )

[ তাৰাৰ প্ৰবেশ ]

তাৰা। ( বালীৰ হাতত ধৰি )
ক'ত তুমি শিকিলা অনীতি এনে?
ভাতৃবধু অস্পৃশ্যা তোমাৰ;
ধিক্ নৰপতি
জ্ঞানী হৈয়ো কিয় তুমি কৰা অনাচাৰ?

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

নগৰৰ ওচৰ

[ ৰাম, লক্ষ্মণ আৰু সুগ্ৰীৱৰ প্ৰৱেশ ]

সুগ্ৰীৱ। কিষ্কিন্ধ্যাৰ পালোঁহি ওচৰ,
ৰওঁ আৰু ইমানতে আমি ;
হনুমানো আহিছে দেখিছোঁ।
শুনোচোন কিনো সমাচাৰ।

[ হনুমানৰ প্ৰৱেশ ]

হনুমান। তোমাৰ আদেশ মতে
তিৰস্কাৰ কৰিলোঁ বালীক,
শুনি বালী ঘৃতাহুতি খণ্ডত জ্বলিছে।
এতিয়াই ওলাবহি আহি
হোৱা বীৰ তুৰন্তে প্ৰস্তুত।

সুগ্ৰীৱ। ৰঘুনাথ, তোমাৰ বলত
আজি মই মহা বলবান,
তোমাত নিৰ্ভৰ কৰি
বিচাৰিছোঁ ৰণ আজি দুৰ্জয় ৰিপুৰে।

ৰাম। তুমি বীৰ নকৰিবা অলপো সন্দেহ
কথা মোৰ নহ'ব খণ্ডন,
বালী আজি অৱশ্যে মৰিব
নিষ্কণ্টক হ'বা তুমি,
স্বচ্ছন্দে কৰিবা ৰাজ্য কিষ্কিন্ধ্যা দেশত
কত যত্ন কৰিলোঁ মিলাওঁ বুলি
কিন্তু নিদিলে বালীয়ে কাণ
কালৰ মুখত পৰি

পাহৰিছে উচিত বিধান ;
আহাঁ যাওঁ, থাকোঁ আমি গছৰ আঁৰতে।

লক্ষ্মণ। ( মনে মনে )
হঠাতে হিয়াত মোৰ মোহ উপজিছে,
কোনো দোষে কদাপি নহয় দোষী
তথাপিও কি বাবে বধিব আজি
বালীক ৰাঘৱে ?
ৰক্ষা কৰা মহেশ্বৰী
নিদিবা কদাপি আজি বালীক পৰিব
ব্যাধৰূপী ৰামৰ শৰত।
সীতাৰ বিৰহী সবল ৰাঘৱে
সুগ্ৰীৱৰ দুখ দেখি
পাহৰিছে কৰ্তব্য নিজৰ।
নিস্তাৰিণী, নিস্তাৰা ৰামক আজি
পৱিত্ৰ ৰঘুৰ কুল
অপৱিত্ৰ নকৰাবা অনীতি কাৰ্য়েৰে।

[ ৰাম, লক্ষ্মণ আৰু হনুমানৰ প্ৰস্থান ]

সুগ্ৰীৱ। আছে বালী আজিও জীয়াই।
আচৰিত, সংসাৰত মাথোঁ
উদ্গতি দেখিবা পাপীৰ।
ধাৰ্মিক শুকাই যায়, নোৱাৰে বাঢ়িব,
পাপৰূপী বনৰীয়া গছে যেৰি ধৰা
ফুলনিৰ ফুল গছ যেনে।
দৈৱশক্তি পালে হৃদয়ত
ভগৱন্ত বিৰাজিলে বাস্তৱ মূলত
তুচ্ছ জ্ঞান কৰোঁ মই এই জগতকে।
ৰামৰ প্ৰকাণ্ড বল,
উপাৰিলে পৰ্বত সমান
দুন্দুভিৰ মৃত শৰীৰকো,

কৰিলে নিক্ষেপ শত যোজন দূৰত
লক্ষ লক্ষ শাল গছো
একেপাত শৰতে ছেদিলে,
সেই ৰাম মোৰ সহায়।
কেতিয়াবা বালীৰ ভাগ্যত
সৌভাগ্য হ'ব নে এনেকুৱা!
আজি অলপ পিচতে
হ'ব মোৰ কিষ্কিন্ধ্যা নগৰী,
ৰুমা হ'ব বন্ধন মুকলি।
ৰুমা নাম মনত পৰিলে—
স্মৃতি হ'লে,—অনাহক
ৰুমাৰ দৌৰাত্ম্য কৰা কথা
দুগুণে অনল মোৰ জ্বলে হৃদয়ত,
ৰুমাৰ পৱিত্ৰ ছবি হিয়াত উদিলে
নিজে নিজে বহুগুণে
বলী বুলি হয় অনুমান।

[ বালীৰ প্ৰবেশ ]

বালী। কি হেতু পাষণ্ড তই
আহি প্ৰতিদিনে
কৰ মোক এনে অত্যাচাৰ?
নাই নে অলপো ভয় মৃত্যুৰ কাৰণে
নেজান নে তোৰো আয়ু শেষ হ'ল বুলি?
ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি
ৰাজত্বৰ চিন্তা—যাৰ বাবে,
উচিত আছিল প্ৰাণদণ্ড কৰা,
কৃতাৰ্থ মানিবি,—
লঘু দণ্ড বনবাস—বিধানিলোঁ মই।

সুগ্ৰীৱ। জ্যেষ্ঠ ভাই শেষ বাৰ
ভক্তিভাবে প্ৰণমিলোঁ মই,—

কাৰ আয়ু শেষ হ'ল এতিয়া বুজিবা
স্বচ্ছন্দে ভূগিবা আজি
দেৱপুৰী অমৃত সুখেৰে।

বালী। নিতান্ত বলিয়া হ'লি তই,
অৰণ্যত থাকি থাকি
অসভ্য জন্তুৰ আচৰণ দেখি
পাহৰিলি মনুষ্যত্ব গুণ।
বলিয়াক কদাপি নধৰোঁ মই
দোষ কৰিলেও
পায় ক্ষমা ৰজাৰ কাষত।

সুগ্ৰীৱ। কথাৰে বিবাদ কৰা, নাই আৱশ্যক;
পাৰ যদি পৰাজিব মোক
নিষ্কণ্টকে কৰ ৰাজ্য ভোগ,
নহ'লে এৰি দে তই ৰাজ সিংহাসন
যা গুচি,—নেথাকিবি কিষ্কিন্ধ্যা দেশত

[ দুইবো যুদ্ধ ]

বালী। দুৰাচাৰ, এই বলেৰেই আহি
যুদ্ধ কৰ বালীৰ লগত?
পৰিলিহি মৃত্যুৰ মুখত।
যুদ্ধক্ষেত্ৰত মই
ভাই বুলি নকৰিম একো অনুগ্ৰহ।

সুগ্ৰীৱ। চিন্তা কৰ ইষ্ট দেৱতাক,
বলেৰে নোৱাৰোঁ যদি
ছলেৰে মাৰিম আজি তোক,
এই তই মৰিলি পামৰ।

( ৰামৰ পিনে চায় )

[ দুইবো যুদ্ধ—সুগ্ৰীৱ পৰে ]

বালী। কদাপি নবধোঁ মই
সংজ্ঞাহীন মূৰ্চ্ছিত জনক।
পাৰোঁ মই অনায়াসে প্ৰাণ ল'ব তোৰ,
কিন্তু পৌৰুষ নৰ'ব বালীৰ।
থাক তই ইয়াতে পামৰ,
সজ শিক্ষা পালি
নকৰিবি আৰু এনে দুৰ্জয় সাহস।

[ বালীৰ প্ৰস্থান ]

সুগ্ৰীৱ। ( জ্ঞান পাই উঠি )
সকলো ছলনা ৰাঘৱৰ।
ভাল বুলি ৰাঘৱক বিশ্বাস কৰাৰ
উপযুক্ত পালোঁ প্ৰতিফল।
আছে কিবা গুপ্ত অভিপ্ৰায়,—
নহ'লেনো ৰামে
কিয় আহি ছন্ন কৰি
দিয়ে মোক মৃত্যুত পেলাই ?
একেশৰে বালীক বধিম বুলি
ক'লে শতবাৰ,—
কিন্তু নেৰাখিলে নিজৰ বচন ;
ঘৃণনীয় বীৰৰ অযোগ্য বন্ধু
ৰামচন্দ্ৰ অধম ক্ষত্ৰিয় ;
এই মোৰ অপমান দিয়া
ল'ম মই তাৰ প্ৰতিশোধ।

[ সুগ্ৰীৱৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

মতঙ্গ বন

[ সুগ্ৰীৱ, হনুমান, ৰাম আৰু লক্ষ্মণ ]

সুগ্ৰীৱ। হে ৰঘুনন্দন,
আশ্বাসিলা বালীক বধিম বুলি
কৰোৱালা সমৰ আহ্বান
সংকটত পেলোৱালা মোক,—
কিন্তু যদি নাছিল ইচ্ছা
দুৰন্ত বালীক বধিবৰ
তেন্তে লাগিছিল সেই কথা
পূৰ্বেই জানিব দিব মোক,—
নিদিলোহেঁতেন মোৰ অমূল্য জীৱন
বালীৰ অস্ত্ৰৰ আজি মুখত পৰিব।
ৰাম। সুধীৰ সুগ্ৰীৱ তুমি, ভাই মোৰ
প্ৰাণসম লক্ষ্মণৰ দৰে।
প্ৰণয় বান্ধেৰে বান্ধিলা হৃদয়,
প্ৰতিজ্ঞা কৰিলোঁ
পৰস্পৰে সাহায্য কৰিম বুলি,
সেইমতে আছিলোঁ প্ৰস্তুত মই
বালীবধ কৰিবৰ মনে।
কিন্তু দুটি ভাই একেটি সাঁচতে গঢ়া
অনুৰূপ দুয়োটিৰ তত্তুল্য গঠন।
এটিক দেখিলে ভ্ৰম হয় সিটি বুলি
বালী সুগ্ৰীৱৰ নামৰ বাহিৰে
চিনিবৰ নাই একো চিন।
মাত শুনিলেও নোৱাৰি বুজিব
ৰণ কৌশলতো চকুত চমক লাগে,
দুইৰো মাজত
নেদেখিলোঁ একোৰে প্ৰভেদ।

সেইবাবে নেৰিলোঁ প্ৰচণ্ড শৰ
সন্দেহ লাগিল,—বালী বুলি বধোঁ বুলি
প্ৰাণসম তুমি মোৰ সখা সুগ্ৰীৱক।
ভ্ৰমক্ৰমে বধা হ'লে তোমাক সুগ্ৰীৱ
কুখ্যাতিৰে ৰঘুবংশ পুৰিলহেঁতেন
থাকিলহেঁতেন সীতা লঙ্কাতে দুখত,
তুমি হেন সখাৰ মৃত্যুত
লাগিলহেঁতেন ব্যথা
মৰ্মাঘাত মোৰ হৃদয়ত।
কিন্তু আজিও প্ৰস্তুত আমি
প্ৰাণসম সুগ্ৰীৱৰ হিতৰ কাৰণে।

সুগ্ৰীৱ। বন্ধু বুলি স্বীকাৰ কৰিলোঁ যাৰে
পুনু নিবেদিলোঁ প্ৰভু
সকলোকে তযু চৰণত;
নহ'লে ৰাঘৱ!
সাৰি আছি যমৰ হাতৰ পৰা
কদাপি তোমাক আৰু প্ৰত্যয় নকৰোঁ
শুনিলে কমাৰ দুখ,
শুনি অনাচাৰী বালীৰ কাহিনী
ভাবোঁ,—পাৰিলে বালীক বধোঁ
নতু, দিওঁ প্ৰাণ বালীৰ হাতত।

হনুমান। দিয়া যুক্তি ৰঘুমণি
কিৰূপে বালীক বধোঁ,
প্ৰভু তুমি পৃথিৱীৰ পতি
দিয়া এটা উচিত বিধান।

ৰাম। চোৱাচোন লক্ষ্মণ সোৱা
গজপুষ্পী সুন্দৰ কুসুম
ফুলি আছে গছৰ ডালত,
আনা তুলি, গাঁথি দিয়া মালা,

সেই মালা পিন্ধি সুগ্ৰীৱই
তুনাই পাতক যুদ্ধ বালীৰ লগত
এইবাৰ পুষ্পমালা শোভিব গলত
কোন বালী অৱশ্যে চিনিম।

লক্ষ্মণ। যিবা আজ্ঞা ৰঘুৰাজ,—আনি মালা,
দিম নিজে সুগ্ৰীৱৰ ডিঙিত পিন্ধাই।

[ লক্ষ্মণৰ প্ৰস্থান ]

ৰাম। ওলোৱা সুগ্ৰীৱ, ব'লা যাওঁ
পূৰ্বৰূপে কৰা যুদ্ধ বালীৰ লগত।
সিবেলিৰ দৰে নহ'ব কদাপি
মৰিব পাষণ্ড বালী নিশ্চয় জানিবা।

হনুমান। ৰাঘৱৰ অব্যৰ্থ বচন
কদাপিও খণ্ডন নহ'ব।
ওলোৱা সুগ্ৰীৱ তুমি,
আগৰ দৰেই,—তিৰস্কাৰ কৰি
দিম আনি বালীক লগতে।

[ লক্ষ্মণৰ প্ৰবেশ ]

লক্ষ্মণ। পিন্ধা বীৰ গজপুষ্পী মালা
বিজয় স্বৰূপে
আৰোপিলোঁ পুষ্পমালা তোমাৰ দেহত।

হনুমান। ৰণযাত্ৰা কৰো সকলোৱে।

[ সকলোৱে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### পৰ্বতৰ দাঁতি

[ দুটা দানৱৰ প্ৰবেশ ]

১ম দানৱ। বোলো ককাই পিচে কি?

২য় দানৱ। তোৰ মূৰ—মোৰ লাওখোলা।

১ম দানৱ। নহয় ককাই মই জাত বৰলা।
কোনে দিব, আমাৰ তিৰোতা নাই,
তোৰ হ'লে চিন্তাই নাই,—
মোৰ ঘৰখন পাতি দে।

২য় দানৱ। আও, নক'বি বোপাই, মই নোৱাৰোঁ। আজিকালি ছোৱালীৰ দাম বৰ চৰিছে।

১ম দানৱ। কিমানলৈ? ডুকুৰি হ'বনে?

২য় দানৱ। নহয়।

১ম দানৱ। তিনিকুৰিত হ'বনে?

২য় দানৱ। উঁহোঁ।

১ম দানৱ। তেনেহ'লে?

২য় দানৱ। আগেয়ে ধনৰ এটা উপায় কৰ।

১ম দানৱ। কেনেকৈ?

২য় দানৱ। চুৰ কৰ। বৰ চহকীৰ ঘৰত সিন্ধি দে। নোৱাৰিলে হাবিৰ লা, ৰবৰ এঠা, চন্দন কাঠ, অগৰু কাঠ নি বেচগৈ। পোহাৰীখনে দেখিলে ৰক্ষা নাইকিয়া হ'ব। ৰজাৰ ভূৰ্ভঙ্গেই নাই, পোহাৰীখনে মাজতে পইচা খায়।

১ম দানৱ। ইমানবোৰ কৰাতকৈ ছোৱালী এজনীকে চুৰ কৰি অনাই ভাল। বুধি নেজানো বাবেহে।

২য় দানৱ। বুধি হ'লে দিব পাৰো,
মূৰত এটোপা গোন্ধতেল ঘঁহি
মুখত ল'বি এটা বাঙলী হাঁহি
গাত পিন্ধিবি মখমলৰ চোলা

ডিঙিত পিন্ধিবি ফুলৰ মালা,
হাতত ল'বি বৰ্হমথুৰি
বিছলৈ যাবি ডেকা যেন হৈ।
চকুৰে মাৰিবি টিপ
ছোৱালীৰ টেঁটুত লাগিব চিপ্।

১ম দানৱ। ঠিক ককাই, এইটোহে সজ বুধি, আহাঁচোন বাৰু নাচোঁ।

গীত

নাচ নাচ নাচ নাচ ঘূৰি ঘূৰি নাচ
কৰ্কাল ভাঙি ভাঙি নাচিবি।
মূৰেৰে নাচিবি ভৰিৰে নাচিবি
হাতেৰে ঢোলটো কোবাবি।
আ—সাস্—সা—সা,
বা—বা—বা—বা।
লাচতে ঘূৰিবি মিচিকি হাঁহিবি
চকুৰে চকুৰে মিলাবি।
আ—সাস্—সা—সা,
বা—বা—বা—বা।

প্ৰহৰী। এই, তহঁতে কিহৰ খিকিন্দালি পাতিছ?

১ম দানৱ। এইগৰাকী নো ক'ৰ পৰা আহিল?

প্ৰহৰী। এই, তহঁতে এইপিনে সুগ্ৰীৱক দেখিছিলি নে?

২য় দানৱ। (কঁপি-কঁপি) এ দেউতা, দেখিছিলোঁ—এ নাই দেখা—কাক নো সোধোঁ, কি বুলি কওঁ?

১ম দানৱ। দেউতা, নাই দেখা।

প্ৰহৰী। তহঁতে দেখিছ, ক'বই লাগিব। বোলো ৰজাৰ হুকুম, সুগ্ৰীৱ অহা দেখিলেই সংবাদ দিব লাগিব। এইটো কেলেই কঁপিছে?

১ম দানৱ। নাই কঁপা, মিছা। কাকো ক'তো আমি দেখা নাই, কেনেকৈ ক'ম?

প্ৰহৰী। তহঁতৰ কথা ঠিক নাই, তহঁত সুগ্ৰীৱৰ দূত হব পায়।

১ম দানব। দেউতা, হাত পাতকচোন। এইয়া ধৰক। আমাক মিছাকৈ নধৰিব, আমি একো বুজ নাপাওঁ।

প্ৰহৰী। বাৰু আহিলোঁ। তইঁত যাব পাৰ।

[ প্ৰহৰীৰ প্ৰস্থান ]

১ম দানৱ। আজি পইচাকেইটা হাতত নথকা হ'লে সাৰি যোৱাই টান। এইখন নগৰত দৰ্মহা নোলোৱাকৈয়ে প্ৰহৰী কাম কৰি চহকী হৈ খাব পাৰি।

২য় দানৱ। মোৰ দেও এতিয়াহে মূখলৈ জীয়া তেজ আহিছে। তিৰোতাজনীৰ বুকুৰপৰা আঁতৰিলেই এই দশা। আজিৰপৰা বাপেকে বামুণেই মৰক বা লগুণেই ছিগক, কেতিয়াও ঘৰৰপৰা নোলাওঁ।

১ম দানৱ। আহাঁ দেও, যাওঁগৈ। আৰু আকৌ বা ক'ত কি জেঙা লাগে!

২য় দানৱ। ব'লা, ব'লা।

[ দুইবো প্ৰস্থান ]

## তৃতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

বালী আৰু অঙ্গদ

বালী। কুমাৰ অঙ্গদ তুমি
জানিলানে সুগ্ৰীৱৰ কিবা সমাচাৰ?

অঙ্গদ। মহাৰাজ, শুনিলোঁ দূতৰ মুখে
ক'ৰবাৰ ৰাম আৰু লক্ষ্মণ নামেৰে
বনচৰ তপস্বী দুজন আহি
সুগ্ৰীৱৰ লগত লাগিছে।
তাতে সুগ্ৰীৱই পাইছে বিষম সাহ
ভাবিছে—পাৰিব কাঢ়ি ল'ব
ৰাজ্যখনি আপোনাৰ পৰা
কিন্তু তপস্বী দুজন
কোমল শৰীৰ কোমল গঠন
সম্পূৰ্ণ অনুপযুক্ত ৰণৰ কাৰণে।
দূতে কোৱা কথাখিনি হয় যদি সঁচা
মিছাতে সাহস কৰি
সুগ্ৰীৱৰ হ'ব পৰাজয়।

বালী। নেলাগে কৰিব ভয়
জানো মই ৰাম লক্ষ্মণক।
সুগ্ৰীৱক বিনাশ নকৰি
ল'লোঁ কিনি ৰাজ্যৰ দুৰন্ত অৰি।
অশান্তি কৰিলোঁ নগৰত।
আগেয়েই বধিব খুজিলোঁ
তাৰাই কৰিলে মানা—
তুমিও অঙ্গদ,
সুগ্ৰীৱক নিদিলা বধিব।

চোৰাঁ আজি তাৰ প্ৰতিফল,
স্নেহৰ মলনি
পালোঁ ৰিপু সাপৰ নিচিনা।

[ স্বৰূপানন্দৰ প্ৰৱেশ ]

বালী। প্ৰণমো চৰণ গুৰুদেৱ,
কি বাবে আহিল আজি
কোন কাৰ্য্য কৰিম সাধন?

স্বৰূপানন্দ। আহিছিলোঁ তোমাৰ কাৰ্য্যতে,
নকৰিবা মিছা বিসম্বাদ
ভায়ে-ভায়ে বিৰোধ আচৰা
শুনা নাই জ্ঞানীৰ মাজত;
ৰাজ্যৰ নিয়ম মতে
সুগ্ৰীৱই হয় যুৱৰাজ,
সেই মতে লোৱা সুগ্ৰীৱক,
কিবা যদি দোষো কৰিছিল
পালে তাৰ দণ্ড সমুচিত।

বালী। গুৰুদেৱ,
সেই কথা বহুত শুনিছোঁ,
আৰু শুনিবৰ ইচ্ছা নাই।
আছে যদি অন্য কিবা কাম,
ক'লে মোক কৰিম সাধন।

স্বৰূপানন্দ। সেয়ে কথা বীৰবৰ,
ক'লোঁ মই উভয়ৰ হিতৰ কাৰণে।
সন্তোষ দেখিলে,
দুয়ো ভাই থাকিলে সুখেৰে,
ৰাজলক্ষ্মী প্ৰসন্না থাকিব;
হিত ব্যতিৰেকে
কোনো নাই অহিত কথা।

বালী। সুগ্ৰীৱৰ পক্ষপাতী বুলি
সকলোৱে কয় আপোনাক।
সুগ্ৰীৱৰ হিত চিন্তা অৱশ্যে কৰিব
নাই তাত একো আচৰিত।
স্বৰূপানন্দ। কাৰো পক্ষে পক্ষপাতী কথা
ভবা নাই হৃদয়তো মোৰ।
কুলগুৰু মই
দুয়ো ভাই কুলৰ নন্দন।
বালী-সুগ্ৰীৱত নকৰোঁ প্ৰভেদ।
কেৱল হিতৰ অৰ্থে
দিলোঁ মই হিত উপদেশ
সেইবাবে পাৰা তুমি
পক্ষপাতী অৱশ্যে বুলিব।
বালী। নাই যদি অন্য একো কাম
প্ৰণমিলোঁ যুগল চৰণ
যাওঁ মই ৰাজ-কাৰ্য্যলৈ।

[ বালীৰ প্ৰস্থান ]

স্বৰূপানন্দ। কি ফল ফলিব মই
নোৱাৰোঁ সঠিক ক'ব,
কিন্তু ক'ব পাৰোঁ,—
বিষতুল্য হ'ব প্ৰতিফল।
অঙ্গদ। গুৰুদেৱ! শুনিলে সকলো কথা,
মতি বুদ্ধি লৰিল ৰজাৰ,
আমি যদি কওঁ কোনো কথা
ঘৃতাহুতি দিয়ে তত্তালিকে।
যাওঁ মই কৰোঁগৈ
নিজৰ কৰ্তব্য কাম;
প্ৰণমিলোঁ গুৰুৰ চৰণ।

স্বৰূপানন্দ। ধন্য তুমি কুলৰ তিলক,
ধৰ্মাধৰ্মবোধ আছে যথাৰ্থ তোমাৰ।
থাকিব ধৰ্মত মতি
দীৰ্ঘজীৱী হ'বা
লোৱা মোৰ এই আশীৰ্বাদ।

[ অঙ্গদৰ প্ৰস্থান ]

স্বৰূপানন্দ। ক'ত কোনে দেখিছে অন্যায় এনে ?
বালী বীৰ অত্যন্ত উদাৰ চিত
সৰ্বগুণে গুণী, ভাতৃবধূ লোভ কৰি
একেটি দোষেৰে আজি
বহুত গুণৰো
শুভফল ব্যাঘাত কৰিছে,
সংসাৰত বহুত গুণৰো
হ্ৰাস হয় একেটি দোষতে।
সজ উপদেশ দিলে
ভাবে মোক পক্ষপাতী বুলি,
কুলক্ষণ লাগিছে ৰাজ্যত
শেষ ফল চাওঁ কিনো হয়।

[ স্বৰূপানন্দৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

### সপ্তৰ্ষি আশ্ৰম

[ সুগ্ৰীব, ৰাম আৰু লক্ষ্মণৰ প্ৰবেশ ]

ৰাম। হনুমন্ত আহি
সম্বাদ নিদিয়ে মানে বালীৰ মুখৰ
ৰওঁ আমি এই কাননতে।

লক্ষ্মণ। যুবৰাজ,—চোৱাঁ, কেনে
গছেৰে আবৃত সেই ওখ ঠাইখনি
দেখি যেন মাইলাথ মেঘৰ ম্লিছিলা।

দেখিলে আনন্দ লাগে
ভক্তি ভাব ওপজে মনত
কোৱা বীৰ, জানা যদি তুমি
কাননৰ কিবা বিৱৰণ।

সুগ্ৰীৱ। পূৰ্বে এই উদ্যানতে
কৰিছিলে কঠোৰ তপস্যা
সাতজন মহাঋষি বহি,
সেইবাবে সপ্তৰ্ষি আশ্ৰম নামে
এই ঠাই ভুবনবিদিত;
যোগবল সাধি ঋষিসৱে
বহুদিন অনাহাৰে থাকি
বুৰ মাৰি পানীৰ তলত
অন্ত কৰি প্ৰাণৰ কঠোৰ ব্ৰত
অমৰত্ব পালে কেউজনে।
তেতিয়াৰে পৰা কিষ্কিন্ধ্যাবাসীয়ে
তীৰ্থ বুলি স্নান কৰে আহি
আশ্ৰমৰ পৱিত্ৰ পানীত,
দুখ, শোক, শ্ৰম, ৰোগ যায় শৰীৰৰ।
কিন্তু নাহে কোনো অকলৈ
মায়াময় এই আশ্ৰমত,
কোনো প্ৰাণী নিশাত নেথাকে।
দেখি দিঠকতে
বহুবিধ মায়া দৰশন
পুণ্য জীৱ মৃত্যুৰ পিচত
মায়াৰূপে থাকে আশ্ৰমত।

ৰাম। শুনো যেন ক'ৰবাত মধুৰ সঙ্গীত,
বনৰ মাজত যেন
বৰষিছে অমিয়া পঞ্চম।

[ মায়াকন্যাসকলৰ প্ৰবেশ ]

মায়াকন্যাসকল। গীত

আজি আমি কৰি যতন
পাতিছোঁ আপোন মনে মনে ;
আহিব সখি, বহিব তাতে
মোহিব প্ৰেমৰ মধুৰ তানে।
হিয়াৰ আশা পূৰণ হ'ব,
সুখৰ নতুন মলয় ব'ব,
শুনিব মনৰ কথা,
ক'ম কথা কাণে কাণে।

[ মায়াকন্যাসকলৰ প্ৰস্থান ]

লক্ষ্মণ। ঠিক কথা বীৰবৰ,
কাননত শুনি দিঠকতে
দেৱকন্যাসকলৰ মধুৰ সঙ্গীত।

সুগ্ৰীৱ। মৃদু গীত—নোৱাৰি ধৰিব ঠিক,
বাজিছেনে বাহিৰত ?
নতু মনৰ মাজত
কাল্পনিক শব্দ শুনিছোঁ !
ঠিক একো নোৱাৰি ধৰিব।
ভক্তিভাৱে সাধনা কৰিলে
থাকিলে মনৰ কোনো
জানিবলগীয়া কথা
অশৰীৰী দেৱবাণী শুনি আশ্ৰমত।

ৰাম। কোৱা বীৰ,—দেখা নাই,
কিন্তু যেন আহিছে কোনোবা এটি
শুনিছোঁ শবদ কিবা বায়ুৰ মাজত।

[ দুন্দুভিৰ প্ৰেতমূৰ্ত্তিৰ আবিৰ্ভাৱ ]

দুন্দুভি। বধিলে বালীয়ে মোক অন্যায় যুঁজত
সেইবাবে বাৰ্ত্তাৱহ দিওঁ সমাচাৰ,—

তপস্যাৰ কালত বালীক
ব্ৰহ্মা আহি বৰ দিওঁ বুলি
আশ্বাসিলে প্ৰীতি বচনেৰে,—
বালীয়ে বুলিলে, "প্ৰভু
দিয়া বৰ,—নমৰিম ৰোগৰ হাতত,
নমৰিম কেতিয়াও সম্মুখ ৰণত,
নমৰিম জল, অগ্নি, জন্তুৰ মুখত,
নাচৰিম ধৰ্ম-কৰ্ম
তথাপিও স্বৰ্গবাসী হ'ম।"
ব্ৰহ্মাই বুলিলে,—"বীৰ!
সিদ্ধি হ'ব সকলো তোমাৰ
তথাপিও নোৱাৰা লুকাব
তুমি মৃত্যুৰ হাতত।
ভগৱন্তে ব্যাধৰূপে বধিব তোমাক,
সেইবাবে স্বৰ্গবাসী হ'বা,
কিন্তু ৰোগ, ব্যাধি, সম্মুখ ৰণত,
কদাপি নমৰা তুমি নিশ্চয় বুজিবা।"
এতেকতে ৰামৰ হাতত আজি
অবিলম্বে বালীৰ মৰণ।

[ দুন্দুভি অদৃশ্য হয় ]

সুগ্ৰীৱ। ঠিক কথা,
বতাহত বাজিব লাগিছে যেন,—
অবিলম্বে বালীৰ মৰণ।

[ মায়াবন্তৰ প্ৰেতমূৰ্তিৰ আবিৰ্ভাৱ ]

মায়াবন্ত। আজি সুগ্ৰীৱৰ সুপ্ৰসন্ন দিন,
বালীৰ দুদিন,
দেৱকুলে পাহৰাব ৰামৰ বেদনা
যাচিব সাহায্য—বালীৰ মৰণ হ'ব,
দেৱবাক্য নহ'ব লঙ্ঘন।

বহুকাল কৰিছে বালীয়ে ৰাজ্য
অতিক্ৰম কৰিলে নৰৰ আয়ু,
মৰে আজি ব্ৰহ্মাৰ শাপত।
পাতালত বালীয়ে বধিলে মোক
তাৰ ফল পাব হাতে হাতে।

[ মায়াবস্ত অদৃশ্য হয় ]

লক্ষ্মণ। লাগিছে মনত যেন
জয় হ'ল সুগ্ৰীৱৰ আজি,
ৰাঘৱৰ চিৰ কীৰ্তি
কিষ্কিন্ধ্যাত থাপিত থাকিব।
হনুমন্ত আহে মানে
গ'ই থাকোঁ আমি,—চাই চাই
কাননৰ অপূৰ্ব জেউতি।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### ৰাজ-অন্তঃপুৰ

[ তাৰা আৰু বালীৰ প্ৰবেশ ]

তাৰা। সবিনয়ে কৰোঁ নিবেদন,
নাই কাৰ্য্য অনাহক গৃহ-কন্দলৰ।
সুগ্ৰীৱ যথাৰ্থ যুৱৰাজ
চিৰদিন এই প্ৰথা
আছে চলি তোমাৰ কুলত
কৰা নাই সুগ্ৰীৱই একো অনাচাৰ,
চিন্তা নাই তোমাৰ মৰণ।
কেৱল ভ্ৰমত পৰি,—বুজিব নোৱাৰি
তোমাক বধিছে বুলি

প্ৰজাৰ সম্মতি ক্ৰমে
হৈছিলে ৰজা কিষ্কিন্ধ্যাত ;
অৰাজক নোৱাৰে থাকিব দেশ ;
সেইবাবে হোৱা নাই
সুগ্ৰীৱৰ দোষ গুৰুতৰ।
যুদ্ধ জিনি আহিলত তুমি
সম্ভ্ৰমেৰে সমৰ্পিলে
সিংহাসন তোমাৰ পদত।
ক্ষমা কৰা নৃপতি প্ৰধান,
শুনা তুমি দাসীৰ বচন।

বালী। কিয় তুমি হাক দিয়া কথা
প্ৰতিদিনে কোৱা পুনৰপি ?
জ্ঞানীজনে নিজৰ বচন
নথওায় কদাপিতো নিজে,
উপযুক্ত বিচাৰৰ ফলে
সুগ্ৰীৱক বনবাসী কৰিছোঁ যেতিয়া
সেই বাক্য নহয় লঙ্ঘন।

তাৰা। দেশে দেশে কুখ্যাতি তোমাৰ,—
প্ৰজাই বুলিছে মন্দ
সকলোৱে সুগ্ৰীৱক নিৰ্দোষী বুলিছে,
দুখত সহানুভূতি জাগিছে প্ৰজাৰ।
সেইবাবে জনাওঁ দাসীয়ে,—
প্ৰজাৰ স্নেহত আমি ৰাজত্ব কৰিছোঁ।
পৃথিৱীত সকলো সমান
ৰজা প্ৰজা ঈশ্বৰৰ সমান সন্তান,
প্ৰজাক সন্তোষ যদি নকৰে ৰজাই,
বিদ্ৰোহ দাবাগ্নি জ্বলে সেই ৰাজ্যত,—
ৰজা অতি ক্ষীণবলী,—প্ৰজা বলবান,—

প্ৰজাৰ প্ৰীতিৰ অৰ্থে
সুগ্ৰীৱক সাম্ৰা ৰাজন।
চোৰাঁ ভাবি,—যদি প্ৰজাসবে
বলেৰে তোমাক ভাঙি
সুগ্ৰীৱক ৰজা পাতি লয়
নেথাকিব একো আৰু তোমাৰ উপায়।

বালী। সকলো তোমাৰ অনুমান
প্ৰজাসবে নিজ মুখে
শতবাৰ মোৰ কাৰ্য্য প্ৰশংসা কৰিছে
কিৰূপে জানিলা তুমি
মোক সবে বেয়া পাই বুলি?

তাৰা। ৰজা তুমি—ৰাজ্য অধীশ্বৰ,
প্ৰজাসবে মুখৰ আগত
নিন্দিব নেৱাৰে কদাপিতো;
সেইবাবে আগত প্ৰশংসা কৰে
ভিতৰি নেপায় ভাল।
ৰাণী মই অন্তেৰপুৰত থাকোঁ,
ৰাখোঁ মই সকলো বাতৰি।
জানিবা নিশ্চয়,
প্ৰজাৰ স্নেহৰ পাত্ৰ
কদাপি নোহোৱা তুমি ৰজা।

বালী। নোহোৱা ৰাজ্যৰ মন্ত্ৰী তুমি,
শুনো তোমাৰ উপদেশ
বিশেষত ঋষি-মুনিসবে
তিৰোতাৰ পৰামৰ্শ মতে
নচলিবা বুলি শাস্ত্ৰত লিখিছে
প্ৰস্ফুটিত সোণালী আখৰে।
মন্ত্ৰণাৰ উপযুক্ত নোহোৱা কদাপি
অনৰ্থক বাক্য ব্যয় কিয় কৰা তুমি?

তাৰা। নাৰী মই,
পক্ষপাতী পুৰুষ লেখকে
লিখিছে নহওঁ বুলি
মন্ত্ৰণাৰ উপযুক্ত আমি।
তিৰোতাৰ প্ৰাধান্য
সুবুজিলে পূৰ্ব ঋষিসবে
সেইবাবে দিছা তুমি শাস্ত্ৰৰ শৰণ।
হ'ব পাৰো বুদ্ধিহীনা নাৰী
কিন্তু মহাৰাজ,
বুজিবা নিশ্চয় কথা—
সুগ্ৰীৱক গ্ৰহণ নকৰি
নোৱাৰিবা শান্তি তুমি ৰাখিব দেশত

বালী। পুৰুষৰ প্ৰীতিৰ কাৰণে
তিৰোতাক সৃজিলে বিধিয়ে,
প্ৰণয় ভাবৰ তুমি অবলা ললনা;
আহিছিলোঁ প্ৰীতি আলাপেৰে
শান্তি ভাব পাবৰ কাৰণে
কিন্তু তুমি অশান্তি কৰিলা মোক।
ৰাণী তুমি,
সেইহেতু ক্ষমিছোঁ সকলো।
কিন্তু শুনাই নক'বা আৰু
সুগ্ৰীৱৰ কথা,—
পালিবা বচন ৰজাৰ আদেশ বুলি,
নকৰিবা প্ৰতিবাদ
অনুৰোধ ৰাখিবা স্বামীৰ।

[ প্ৰহৰীৰ প্ৰৱেশ ]

প্ৰহৰী। মন্ত্ৰীৰ আদেশ মতে
নিৱেদোঁ বাতৰি এই তব চৰণত

হনুমন্ত আহি
নগৰত কোলাহল কৰিব লাগিছে।
উচ্চ ৰৱে বুলিছে পবন-সুতে
"যুদ্ধ কৰি,—সুগ্ৰীৱক
পৰাজয় কৰক বালীয়ে,
নতু, সিংহাসন দিয়ক এনেয়ে এৰি
আহি তাত বহক সুগ্ৰীৱ।"
এইদৰে শান্তি ভঙ্গ কৰিছে প্ৰজাৰ
সুগ্ৰীৱও আছে নিলগতে
মহাৰাজে উপযুক্ত আদেশ কৰক।

বালী। জনাবি মন্ত্ৰীক, যাম এতিয়াই
সুগ্ৰীৱক কৰিম নিপাত,
নাই চিন্তা অলপো প্ৰজাৰ।

প্ৰহৰী। যিবা আজ্ঞা নৃপতিপ্ৰধান!

[ প্ৰহৰীৰ প্ৰস্থান ]

তাৰা। বিপদ বিপদ যেন লাগিছে হিয়াত,
দেখিছোঁ অশান্তি ভাব শান্ত প্ৰকৃতিতো।
এই মাত্ৰ সুগ্ৰীৱক
পৰাজয় কৰিলা ৰণত,
পুনৰপি আহিছে তথাপি
পৰিহৰি ভয় মৰণৰ,
অৱশ্যে পাইছে বল
দাশৰথী ৰাম লক্ষ্মণৰ।
মহাবলী ৰামৰ লগত
নেলাগে কৰিব যুঁজ
কওঁ পুনু ধৰি চৰণত।

বালী। ৰাণী, বশ তুমি কৰিলা স্নেহেৰে মোক,
প্ৰণয়ৰ নিদৰ্শন পাইছোঁ তোমাৰ।

নাই ভয় ৰামৰ কাৰণে
ধাৰ্মিক কৰ্তব্য জ্ঞানী ৰঘুৰ নন্দন,
অকাৰণে ৰঘুবীৰে
মোক একো হিংসা নকৰিব।
একো ভয় নকৰিবা ৰাণী,
জ্ঞানী ৰাম,—নিজেও নকৰে পাপ
সুগ্ৰীৱকো নিদিব কৰিব।
ততালিকে আহিম উলটি
পাবা তুমি সুগ্ৰীৱৰ মৰণ বাতৰি।

[ বালীৰ প্ৰস্থান ]

তাৰা। ধৰ্মপক্ষ ৰামৰ আশ্ৰিত
কিন্তু কোন পক্ষে অধৰ্ম কৰিছে
বুজা নাই স্বামীয়ে আজিও।
আশা মোৰ গুৰুৰ পাৰত
বিশ্ব-বিধাতাৰ অভয় পদত,
অমঙ্গল কদাপি নহয় যেন
প্ৰাণতুল্য স্বামীৰ ৰণত।
অমঙ্গল দেখিছোঁ বহুত,
সকলোকে কৰিবা মঙ্গলময়
ব্ৰহ্মৰূপী দেৱ সনাতন।

[ তাৰাৰ প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

### গছৰ তল

[ ৰাম, লক্ষ্মণ আৰু সুগ্ৰীৱৰ প্ৰৱেশ ]

সুগ্ৰীৱ। হনুমন্ত আহিব উলটি
অলপতে ওলাবহি বালী,
ৰঘুনাথ পাৰিব লুকাব
এই গছৰ আঁৰতে,—

বধক বালীক আজি
প্ৰতিজ্ঞা কৰক ফলৱতী।

লক্ষ্মণ। গজপুষ্পী ফুলৰ মালাই
শোভিছে বীৰক,
ৰণৰ মাজতো আমি
সুগ্ৰীৱক চিনিব পাৰিম।

ৰাম। ৰণ কৰা নিশ্চিন্ত মনেৰে,
জানা তুমি মোৰ পৰাক্ৰম,
পুষ্পমালা অভিজ্ঞান
ওলমিছে তোমাৰ ডিঙিত।
চিনিম বালীক
হ'ব বালী বালিত লুণ্ঠিত।

সুগ্ৰীৱ। কৰিছোঁ নিৰ্ভৰ মই
ৰঘুপতি তোমাৰ কথাত।
হ'ব আজি বালীৰ মৰণ,
সুখ-ৰবি উদিব ধৰাত।
যাওঁ মই আগবাঢ়ি
দুয়ো বীৰ থাকক লুকাই
সেইজোপা গছৰ আঁৰতে।

ৰাম। যোৱা তুমি আগবাঢ়ি,
থাকিলোঁ লুকাই আমি,
বালীৰ পতন হ'ব,
সুখ হব কিষ্কিন্ধ্যা দেশত।

[ সুগ্ৰীৱৰ প্ৰস্থান ]

[ ৰাম আৰু লক্ষ্মণ লুকায় ]

## পঞ্চম গৰ্ভাঙ্ক

নগৰৰ ওচৰ

[ বালী আৰু সুগ্ৰীৱৰ প্ৰবেশ ]

বালী। পৰিলি সিবাৰ—
অনুগ্ৰহ কৰি প্ৰাণ নেমাৰিলোঁ,
একো শিক্ষা তথাপি নেপালি।
এই মোৰ বদ্ধ মুষ্টি বজ্ৰৰ সমান,
নিতান্ত মৰিলি আজি
কোনে পাৰে ৰাখক ধৰাত।

সুগ্ৰীৱ। ঐশ্বৰিক শক্তিৰ কাষত
তোৰ শক্তি হ'ব পৰাজয়,
মৰিলি, মৰিলি বালী
কৰ চিন্তা ইষ্টদেৱতাক।

বালী। নিৰ্বোধ পামৰ তই
বুজা নাই নিজৰ শকতি,
বাৰে বাৰে হাৰিছ ৰণত
তথাপিও ৰণ-তৃষ্ণা নাই মিটা তোৰ,
কুলক্ষণ ইয়াকে বুজিবি।

[ দুইবো প্ৰস্থান ]

## ষষ্ঠ গৰ্ভাঙ্ক

ৰণক্ষেত্ৰ

[ বালী আৰু সুগ্ৰীৱৰ প্ৰবেশ ]

বালী। এইবাৰ পৰিলি পামৰ
এৰ আশা প্ৰাণৰ ভাৰসা,
দেখিবি, দেখিবি আজি
পাপীপূৰ্ণ যমৰ আলয়।

সুগ্ৰীৱ। অতি আশা কৰিব নেপায় ;
যাব প্ৰাণ, মৰিলি এতিয়া
এই বালী পাপৰ আধাৰ
ভ্ৰাতৃবধুলোভী
শূন্য তাৰ ধৰ্মাধৰ্ম জ্ঞান।
মৰিলি পামৰ,
দেখ আজি—কোন হ'ল যমৰ আলহী।
[ বালীৰ দেহত বাণ নিক্ষেপ ]

বালী। কি, কি, কোনে বাণ হানিলে হিয়াত!
কৰিছিলোঁ যুদ্ধ মই সুগ্ৰীৱৰে স'তে
কৰা নাই কাৰো অপকাৰ
কোনে এই মৰ্ম্মাঘাত বাণ
হানিলে হিয়াত মোৰ অদৃশ্য ৰূপেৰে!
যায় প্ৰাণ বিশাল বাণত
কিন্তু নেজানিলোঁ
মৰিলোঁ নে উপযুক্ত বীৰৰ হাতত।

সুগ্ৰীৱ। মৰিলি, মৰিলি বালী,
অযোধ্যাপতি
ৰঘুৰাজ ৰামৰ হাতত।

বালী। শুনো আচৰিত কথা মৰণ কালত।
জানিছিলোঁ ৰঘুপতি বিষ্ণু-অৱতাৰ,
জ্ঞানবান পৰম ধাৰ্ম্মিক,
কিন্তু চন্দ্ৰ-সূৰ্য্য থাকে মানে
ঘোষিব জগতে
ৰঘুপতি ভীৰু অনাচাৰী।
ধৰ্মনীতি যুদ্ধনীতি বিদিত ৰামৰ,
কোন নীতি অনুসাৰে
বধে মোক ব্যাধে বধা দৰে?

কিন্তু থাকিল মনত খেদ
গ'ল প্ৰাণ কাপুৰুষ ৰামৰ হাতত।

সুগ্ৰীৱ। কোন নীতি অনুসাৰে, নকৰি বিচাৰ
দিলা দণ্ড নিৰ্দোষী জনক?
প্ৰজাৰ পালক তুমি
কিষ্কিন্ধ্যাৰ পতি;
কিন্তু কোন নীতি অনুসাৰে
বনবাসী কৰিলা প্ৰজাক?
জানা তুমি ধৰ্মাধৰ্ম
পাপ-পুণ্য বিদিত তোমাৰ;
কিন্তু কোন নীতি অনুসাৰে
লোভিছিলা ভাতৃৰ বধূক?
পাপৰ উচিত দণ্ড পালা
ৰামৰ শৰত আজি প্ৰাণ হেৰুৱালা।

বালী। ভাই তই,
কৰিছিলোঁ শত অপৰাধ—
ক্ষমিবি সকলো;
পুত্ৰৰূপে অঙ্গদক পালন কৰিবি,
নিদিবি তাৰাক দুখ,
মৰণ-শয্যাত তোক কৰোঁ আশীৰ্বাদ—
ভাতৃস্নেহ, ৰাজ্যভোগ
একেলগে নাছিল ভাগ্যত।
কৰোঁ অনুৰোধ
মাতি আনি দিবিনে ৰামক?

সুগ্ৰীৱ। জ্যেষ্ঠ তুমি, ক্ষমা অপৰাধ,
ভক্তিভাবে কৰিছোঁ প্ৰণাম।
আনো মাতি ৰঘুপতি ৰামক এতিয়া।

[সুগ্ৰীৱৰ প্ৰস্থান]

[ ৰাম আৰু লক্ষ্মণৰ প্ৰবেশ ]

লক্ষ্মণ। চোৱা ৰঘূপতি
মাটিত পৰিও কেনে
প্ৰকাশিছে বালীৰ গৌৰৱ ;
প্ৰাণ-ৰবি অস্তমিত প্ৰায়
ধন্য বালী তোমাৰ মহিমা !

বালী। কোন তুমি, তুমি নে অযোধ্যাপতি
দশৰথ ৰজাৰ নন্দন ?

ৰাম। ৰাম মই,—দশৰথ ৰজাৰ নন্দন,
নহওঁ অযোধ্যাপতি
বনবাসী তপস্বী বনৰ।

বালী। যথাৰ্থ তপস্বী তুমি বুজিলোঁ এতিয়া।
জানিছিলোঁ শুদ্ধমতি
বিশুদ্ধ কুলত জন্ম
ৰঘুপতি বিখ্যাত ধাৰ্মিক ;
কিন্তু এতিয়া জানিলোঁ
নীচমতি দুৰ্মতি ৰাঘৱ।
ধিক্ ! ধিক্ ৰামৰ জনম—
ধিক্ ! ধিক্ ৰঘুৰ পৱিত্ৰ কুল,
ধিক্ ! ধিক্ ! সুখ্যাতি তোমাৰ।
পিতৃ-সত্য কৰিলা পালন
দেখুৱালা পবিত্ৰ ধৰ্মৰ ভাব,
কিন্তু ধিক্ ! ধিক্ সকলো তোমাৰ।
মৰণকালতো পাইছোঁ দেহত বল,
শক্তি আছে কৰিবৰ বাবে
ৰঘুপতি ৰামৰ গঞ্জনা।
ভূমিব্যাপী ৰজা মই
কোন অপৰাধে চোৰ ৰূপে আহি
হানিলা ভীষণ শৰ মোৰ শৰীৰত ?

আছিলোঁ নিদ্ৰিত মই নিশঙ্ক মনেৰে
সৰ্পৰূপে কিয় আহি কৰিলা দংশন ?
কোৱা হ'লে মোক—ৰাৱণক নাশি
আনিলোঁহেঁতেন জানকীক।
ধৰ্মনীতি বিচাৰ নকৰি
সুগ্ৰীৱৰ অনুৰোধ মতে
বধি মোক ব্যাধ হ'লা ক্ষত্ৰিয় কুলৰ ;
তোমাৰ দুৰ্নাম শুনি ক্ষত্ৰিয় সমাজে
তিৰস্কাৰ কৰিব তোমাক।
নশ্বৰ শৰীৰ—নাশ হ'ব ;
নাই কৰা সেইবাদে খেদ।
কোৱা ৰঘুমণি কিয় তুমি
কৰিলা অনীতি এনে নিৰ্দোষী জনক ?
ৰাম। মহামতি, বেদশাস্ত্ৰ বিদিত তোমাৰ,
তথাপিও কিয় মোক কৰা তিৰস্কাৰ ?
জন্ম মোৰ ৰজাৰ কুলত
বশৱৰ্ত্তী ভৰত ৰজাৰ
বাধ্য মই ৰাজধৰ্ম পালিবৰ বাবে।
ধৰ্ম এৰি লোভিছিলা ভাতৃবধূ তুমি,—
ভাতৃবধূ ভগিনীক লোভ কৰে যেয়ে
দণ্ড তাৰ নিতান্ত মৰণ,—
সেইবাবে প্ৰাণদণ্ড কৰিলোঁ তোমাক ;
অযোধ্যাৰ অধিপতি পতি জগতৰ
দণ্ড দিলোঁ ৰজাৰ নামেৰে
সেই হেতু কদাপিও পাপত নপৰোঁ।
ক'ব পাৰা—বধিলোঁ তোমাক মই।
অলক্ষিত বাণৰ ঘাতত,—
কিন্তু জানিবা নৃপতি
জগতৰ অধীশ্বৰ মই,

ৰোগ-ব্যাধি উপসৰ্গ যেনে
তেনে মোৰ বাণৰ আঘাত,
ৰোগত মৰিলে নাই দোষ বিশ্ব-বিধাতাৰ,
আয়ুস টুটিল, কালৰ মুখত পৰি,
হেৰুৱালা প্ৰাণ মোৰ বিষাল বাণত।
নহওঁ কদাপি দোষী,
অনৰ্থক নিন্দা কৰি মোক
আৰ্জিছা পৰম পাপ মৰণ কালত।

বালী। একোকে নুবুজি প্ৰভু নিন্দিলোঁ তোমাক
ক্ষমা নাথ জগতৰ পতি,
মৰিছোঁ যথাৰ্থৰূপে পাপৰ ফলত
নাই বধা অন্যায় স্বৰূপে
বিশ্বৰ পালক তুমি, পালিবা তাৰাক,
অন্ন দিবা পিতৃহীন অঙ্গদ বীৰক।
মুক্তি দিয়া প্ৰভু, নিন্দিলোঁ তোমাক,
ঠাই দিয়া যুগল পদত।
দেৱ-অৱতাৰ তুমি
সাধিলা দেৱৰ কাম
সিদ্ধি হ'ল ব্ৰহ্মাৰ বচন।
বুজিলোঁ এতিয়া মই,—তপস্যা কৰোঁতে
বৰ দিওঁ বুলি
শাপ দিলে ব্ৰহ্মাই ছলেৰে,—
নমৰিলোঁ ৰোগৰ হাতত
নমৰিলোঁ সন্মুখ ৰণত
নমৰিলোঁ জল-জন্তু-দৈৱৰ হাতত,
নাচৰিলোঁ ধৰ্ম কৰ্ম
তথাপিও স্বৰ্গবাসী হ'লোঁ,—
তোমাৰ হাতত পৰি
ঠাই পালোঁ অনন্ত স্বৰ্গত।

শৰীৰৰ বল ক্ৰমে কমিব লাগিছে
যাব প্ৰাণ অলপ পৰতে
দিয়া প্ৰভু মুক্তিৰ উপায়।

ৰাম। পাপমুক্ত হ'লা তুমি ৰজাৰ দণ্ডত;
লোভ-মোহ-তাপ-ভয় কৰা পৰিহাৰ
পাবা স্থান বৈকুণ্ঠপুৰত।
অনুচিত তপস্যাৰে ব্ৰহ্মাক বন্দিলা
শাপ পালা বৰৰ সলনি।
এতেকে ৰাজন, এৰা দুখ-শোক,
সংসাৰৰ মায়া মোহ দিয়া বিসৰ্জন।
অঙ্গদ থাকিব সুখে
নহয় তাৰাৰ দুখ
সুগ্ৰীৱই নীতি মতে পালন কৰিব।
যোৱা বীৰ নিৰ্মল চিত্তেৰে
স্বৰ্গ ভোগ কৰাঁগৈ অতুল সুখেৰে।

বালী। আহাঁ, আহাঁ সত্য নাৰায়ণ,
দিয়া পদ মোৰ হৃদয়ত।

[ মৃত্যু ]

# চতুৰ্থ অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

### আলিবাট

[ দুটা দানৱৰ প্ৰবেশ ]

১ম দানৱ। বুইছা ককাই, মই হ'লে ইবোৰ-সিবোৰ কথাৰ ভু নপাওঁ। আমি ক'লৈ হয় অইন এখন দেশলৈকে যাওঁগে আৰু ব'লা।

২য় দানৱ। এৰা বোপাই! মই কৈছোঁৱেই নহয়। ঘৰত তিৰোতাজনীৰ প্ৰতাপত থাকিবই নোৱৰা হ'ল। তইঁত বৰলা মানুহ—বৰ সুখত আছ।

১ম দানৱ। সেইদৰে চালে সুখৰ দিনো অস্ত হ'ল। মই সেইবাৰ যে চুৰ কৰি আনিছিলোঁ, সেইজনী ছোৱালীলৈ বালী ৰজায়ো চকু দিছিল। গুণীৰ গুণ বুজা বালী ৰজাই জানিবা ছোৱালীজনী এৰি মোৰ পিঠিত চাপৰ দুটামান মাৰি ঘৰলৈ পঠিয়াই দিলে। এৰি দিলতে তাই ভক্-ভক্ কৰে হাঁহি মোৰ ঘৰ সোমালহি।

২য় দানৱ। বালী ৰজাৰ দিনত আৰু এটা সুবিধা আছিল। বাঁহ চুৰি, কুঁহিয়াৰ চুৰি, জেওৰাত মেলি দিয়া কাপোৰ চুৰি, এইবোৰ চুৰিৰ লগত নধৰিছিলেই।

১ম দানৱ। আমাৰ নিচিনা টোকোনা তৰপৰ মানুহৰ সেইটো জানো কম সুবিধা বুলিছা?

২য় দানৱ। তোৰ কথাটোৰ কি হয় এটা কৰিব পাৰিলেই আমি অইন দেশলৈ যাবই লাগিব। ইয়াত ৰাজ-শোক সহি আৰু কিমান থাকিবা?

১ম দানৱ। ককাই, ৰাজ-শোক নো কিহক বুলিছা?

২য় দানৱ। আমাৰ বালী ৰজা মৰিল এইটো জানো ৰাজ-শোক নহয়? তোৰটো কথাৰ কি হয় এটা সোনকালে কৰ।

১ম দানৱ। মই হ'লে বালী ৰজা থকা দিনৰেপৰা ৰাণী গৰাকীৰ আসৈ পাওঁ। মোক মতাই নি গান-বাজানা কৰোৱায়। এতিয়া লগ ধৰিলে ওলাব।

২য় দানৱ। কেনেকৈ পাব চুৰ কৰি আন। তাৰাই খবৰ পালে সতিনীয়েকক এৰি নিদিয়ে।

১ম দানৱ। কালিৰ গানটো আকৌ এবাৰ আওৰাওঁ আহাঁ। ৰাণীক সেইটো গান শুনাই আজি ভুলাব পাৰিম।

২য় দানৱ। বাৰু, গা বোপাই।

গীত

তুমি মোৰ প্ৰাণ ৰাধা ৰাসেশ্বৰী
নাকত পিন্ধিবা নাকী—এ।
সাদৰী মোখোৰা মুখত পিন্ধিবা
ফুৰিম বৃন্দাবনত ৰাখি—এ।
লেকামডালি পিন্ধি জীনখনি বান্ধি
থাকা বৃন্দাবনত চেকুৰি—এ।

[ দুইৰো প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

অন্তঃপুৰ

[ তাৰা আৰু মাধৱী ]

তাৰা। হৃদয়ৰ হৃদয়নাথক
সমৰ্পিলো অগ্নিৰ মুখত,
সেই অগ্নি জ্বলালো হিয়াত মোৰ।
সকলোকে চিতাৰ অগ্নিত
স্বামীৰ লগত মই দিলোঁ বিসৰ্জন।
হা—হা নাথ হৃদয়-ঈশ্বৰ
ক'লৈ পলালা নাথ ?
অভাগীক নিনিলা লগত।
লোৱা তুমি জীৱনৰ উপায় বিচাৰি,-
নেপাবা ঠাই কিষ্কিন্ধ্যা দেশত।

য'ত তুমি লালিত পালিত
য'ত তুমি ফুৰিছা ধেমালি কৰি,
যি শয্যাত শুইছা সদায়
সেইবোৰ কাঢ়ি ল'ব শত্রুৱে এতিয়া।
হায় প্ৰাণনাথ চোৱাঁহি তাৰাৰ দুখ
চোৱাঁ আহি অঙ্গদৰ বিষণ্ণ বদন ;
খন্তেকতে মায়া মোহ সকলো পাহৰি
কিয় প্ৰাণনাথ আমাক দুখত দেখি
সন্তাপিত নোহোৱা এতিয়া ?
আগেয়ে আমাৰ দুখ দেখিলে তোমাৰ
নেথাকে মনত শান্তি,—
কিন্তু আজি অগ্নিৰ শয্যাত শুই
সকলোকে কিয় পাহৰিলা ?
অঙ্গদৰ চোৱাহি বিলাই
হ'ব আজি গৃহহীন পথৰ পথিক।

মাধৱী। ৰাণী তুমি ৰাজ্যঅধীশ্বৰী,
কিয় কৰা মনত বেজাৰ
কিষ্কিন্ধ্যাৰ ৰজাৰ ঘৰৰপৰা
কাৰ সাধ্য খেদিব তোমাক ?

তাৰা। ৰাণী মই ৰাজ্যঅধীশ্বৰী
কদাপি নহওঁ ;—
খন্তেক আগতে আছিলোঁ যদিও
মুহূৰ্ত্ততে সেই খ্যাতি
খহিল দেহৰ পৰা মোৰ।
তিৰোতাৰ সকলো গৌৰব
স্বামীৰ পদানুগামী,
মাৰ যায় স্বামীৰ লগতে
দগ্ধ হয় স্বামীৰ চিতাত
সূৰ্য্য গ'লে ৰ'দ যায় যেনে।

মাধৱী। অৱশ্যে নহ'ব পাৰা ৰাণী
কিন্তু ৰাজমাতা তুমি।
তাৰা। ৰাজনীতি নেজানা মাধৱী,
ৰাজমাতা নহওঁ কদাপি
নীতি অনুসাৰে সুগ্ৰীৱ নৃপতি হ'ব,
ইচ্ছা হ'লে অঙ্গদক
যুৱৰাজ পাতিব পাৰিব।
কিন্তু পিতৃহীন অনাথ বালক
কিৰূপে থাকিব কিষ্কিন্ধ্যাত?
মাধৱী। সন্তাপ কৰিলে
নাহে ৰজা কদাপি উলটি,
আহিছে কুমাৰ
অসন্তোষ দেখিলে তোমাৰ
পাব দুখ,—শান্তভাবে থাকা।

[ অঙ্গদৰ প্ৰবেশ ]

অঙ্গদ। সংসাৰত পিতৃ-মাতৃ দুজন মাথোন
স্নেহময় সন্তান বৎসল
গ'ল পিতা, আছা তুমি মাতা।
পিতৃৰ অন্ত্যেষ্টিক্ৰিয়া হ'ল সমাপন,
কোৱা মাতৃ কোন কাৰ্য্য কৰিম সাধন?
তাৰা। কোন কাৰ্য্য কৰিবা সাধন?
পলোৱা নগৰ এৰি
নেথাকিবা বন্ধুহীন এই নগৰত।
থাকোঁতে পিতাৰা, সকলো আমাৰ বশ,
সকলোৱে পিতাৰাক ভাল বুলিছিল।
কিন্তু মৰিল যেতিয়া
নিন্দা মাথোঁ প্ৰজাৰ মুখত,
পাপী বুলি কয় সকলোৱে।

যোৱা তুমি,
নেথাকিবা কিষ্কিন্ধ্যা দেশত,
কিষ্কিন্ধ্যাত অমঙ্গল জানিবা তোমাৰ।

[ হনুমানৰ প্ৰবেশ ]

হনুমান! আহিছা এতিয়া?
পূৰ্ণ হ'ল তোমাৰ কামনা।
ৰাজ্যভোগ কৰা আনন্দেৰে
চিৰশত্ৰু ঢুকাল তোমাৰ।

হনুমান। কিয় ৰাণী বঢ়োৱা বেজাৰ
সন্তাপিত ভগ্ন-হৃদয়ত?
ৰজাৰ অন্ত্যেষ্টি কৰি
সুগ্ৰীৱৰো লাগিছে বেজাৰ,
অনেক কোৱাতো ৰাজ্যমুখে নাহি
আছেগৈ পূৰ্বস্থান মতঙ্গ বনত।
ৰামেও বুজালে, লক্ষ্মণেও ক'লে,
তথাপিও নেৰিলে বেজাৰ।
ৰামৰ আদেশ মতে
দিওঁ ৰাণী তোমাক প্ৰবোধ,
কৰ্মৰ ফলত মৰিল তোমাৰ পতি
কৰ্মৰ ফলত
হ'লা তুমি অকালবিধৱা।
জলবিম্ব নৰৰ জীৱন,
কালি আছে আজি নাই,
অনিশ্চিত সকলো ধৰাত।
সুগ্ৰীৱ অঙ্গদ দুয়ো
শোকাকুল সন্তপ্ত পৰাণ
ধৈৰ্য্য ধৰি দিয়া তুমি দুইকো প্ৰবোধ
প্ৰতিজ্ঞা ৰামৰ—
নোসোমায় জনপূৰ্ণ প্ৰজাৰ নগৰ

সেইহেতু অনুচৰ ৰূপে
পাঁচিলে ৰাঘৱে মোক
দিবলৈ তোমাক প্ৰবোধ।

তাৰা। জানো মই ৰঘুপতি পৰম ধাৰ্মিক
শুনিছোঁ ৰামৰ কীৰ্তি।
কিন্তু কৰিলে ৰাঘৱে পাপ
বধ কৰি স্বামীক মিছাতে।
জনাবা ৰামক মোৰ
প্ৰণিপাত ভক্তিৰ শৰণ;
কিন্তু কৰিলে অনাথা মোক
কৰিলে বঞ্চিত
চিৰকাল স্বামীৰ সুখৰপৰা,
সেইহেতু দিওঁ অভিশাপ,—
সীতাক উদ্ধাৰ কৰি,—নোৱাৰিব ৰামে
সুখ ভোগ কৰিব ধৰাত;
সতীৰ বচন
দৃঢ় অতি পৰ্বতৰ দৰে;
সীতাৰ বিৰহ দুখ
ভুগিব ৰাঘৱে চিৰকাল।

হনুমান। কিয় ৰাজেশ্বৰী,
ৰাঘৱক দিলা অভিশাপ?
ৰঘুপতি বান্ধৱ তোমাৰ,
প্ৰস্তুত ৰাঘৱ
তযু হিত সাধনৰ বাবে।

তাৰা। জানো মই ৰামৰ মহিমা
ৰঘুপতি জগতৰ পতি
ভগৱন্ত বিষ্ণু মহামতি,
দয়া-ধৰ্ম-কৃপাময় অগতিৰ গতি।
সহস্ৰ প্ৰণাম মোৰ ৰামৰ পদত,

ক'বা ৰাঘৱক
অৰাজক নোৱাৰে থাকিব দেশ,
সোনকালে কৰক ৰাজ্যৰ
যিবা হয় উচিত বিধান।

হনুমান। কৰিম পালন আজ্ঞা,
মাগোঁ ৰাণী এতিয়া বিদায়।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

অৰণ্য

[ ৰাম, লক্ষ্মণ আৰু সুগ্ৰীৱৰ প্ৰবেশ ]

সুগ্ৰীৱ। মহামতি ৰঘুৰ নন্দন,
কৰিলা পালন তুমি প্ৰতিজ্ঞা তোমাৰ
বালীক নিধন কৰি ৰাজ্য দিলা মোক,
কিন্তু সেই ৰাজ্য বিষতুল্য মোৰ।
তাৰাই কান্দিছে,
অঙ্গদেও বিষাদ কৰিছে,
সেইবাবে ইক্ষ্বাকুনন্দন!
হৃদয়ত বেজাৰ লাগিছে।
ক্ৰোধৰ অধীন হৈ
ভ্ৰাতৃবধ আকাঙ্ক্ষা কৰিলোঁ
ভ্ৰাতৃক বধিলোঁ
হৃদয়ত নিজে নিজে আঘাত কৰিলোঁ।
ইচ্ছা কৰা হ'লে পূৰ্বতে বালীয়ে
মোৰ প্ৰাণ পাৰিলেহেঁতেন ল'ব
কিন্তু মহত্ত্ব ভাবেৰে বধ নকৰিলে।

তাৰ প্ৰতিফলে
নীচ ভাবে বধিলোঁ বালীক।
হলোঁ মগ্ন কুলষ্ম পাপত,
চিৰদিন ৰ'ম নৰকত
উপযুক্ত কদাপি নহওঁ
কিষ্কিন্ধ্যাৰ ৰাজ-আসনৰ।

লক্ষ্মণ। জ্ঞানী তুমি, বেদশাস্ত্ৰ বিদিত তোমাৰ,
তথাপি কি বাবে বীৰ,
খন্তেকতে ধৈৰ্য্যহীন হোৱা?
বীৰ তুমি, বীৰৰ অন্তৰ
কদাপি নিদিবা হ'ব ইমান চঞ্চল।

ৰাম। চোৱাঁ বীৰ,
অবিশ্ৰান্ত কান্দিলা বালীৰ বাবে
নুমালা চিতাৰ অগ্নি চকুৰ পানীৰে,
তথাপিও নাহিল উলটি বালী।
চিৰকাল কান্দি থাকা যদি
আন কৰ্ম কৰি পৰিহাৰ
দিন-ৰাতি কৰা খেদ বালীৰ কাৰণে
তথাপিও নাহিব উলটি বালী।
তোমাৰ দুখৰ বীৰ,
হ'লোঁ মই প্ৰধান কাৰণ
যিমানে কৰিবা দুখ
সিমানে হানিবা শেল মোৰ হৃদয়ত।

সুগ্ৰীৱ। জ্ঞান-বুদ্ধি-আকাঙ্ক্ষা হিয়াৰ
ভস্মীভূত হ'ল আজি
বালীৰ চিতাৰ অগনিত;
প্ৰভু তুমি নিত্য নিৰঞ্জন
দূৰ কৰা হিয়াৰ সন্তাপ।

[ স্বৰূপানন্দৰ প্ৰবেশ ]

স্বৰূপানন্দ। গীত

দেহিমে দেহিমে অনন্ত জীৱন
তুমি ৰঘুপতি দেৱ যদুপতি
বিতৰা কৰুণা অনাদি চৰণ,
তুমি দয়াময় দেৱ বিশ্বময়
বৰষা মহিমা ভকত ৰতন।
দয়াময় অগতিৰ গতি
নোৱাৰোঁ বুজিব প্ৰভু
তোমাৰ মহিমা ;
পাপী মই পাপ মুক্ত কৰা।
দিয়া প্ৰভু, স্পৰ্শ কৰোঁ তোমাৰ চৰণ
কৰোঁ মোৰ সাৰ্থক জীৱন।

ৰাম। ভক্ত তুমি, তুষ্ট হ'লোঁ তোমাৰ ভক্তিত
ঠাই পাবা বৈকুণ্ঠপুৰত ;
কোন তুমি? কি হেতু আহিলা?

স্বৰূপানন্দ। কিষ্কিন্ধ্যাৰ কুলগুৰু মই,
নামত স্বৰূপানন্দ ;
আহিছিলোঁ তয়ু পদ পূজাৰ কাৰণে।
প্ৰজাসৱে কৰে নিবেদন
সুগ্ৰীৱক ৰজা পাতি
অঙ্গদক যুৱৰাজ অভিষেক কৰি
শান্তি পুনু কৰক স্থাপন,
এয়ে নিবেদন প্ৰভু
কৃপাময় তোমাৰ পদত।

ৰাম। মযো কওঁ সেই কথা।
শুনিছা সুগ্ৰীৱ
কি আশা কৰিছে প্ৰজাসৱে?
ৰজা তুমি—প্ৰজাক পালন কৰা

তোমাৰ কৰ্ত্তব্য কাম,
নকৰিলে সেই ধৰ্ম তুমি আচৰণ
চিৰকাল নৰক ভুগিবা,
জগতত কুখ্যাতি থাকিব।
শুনা কথা সকলো প্ৰজাৰ,
যোৱা তুমি লোৱা ৰাজপদ;
তাৰা আৰু অঙ্গদক
দিয়াগৈ শান্তিৰ বুজনি।

সুগ্ৰীৱ। দাস মই,
তুমি মোৰ উপাস্য দেৱতা।
শিৰোধাৰ্য্য তোমাৰ আদেশ,
নমিলোঁ চৰণ প্ৰভু আহিলোঁ এতিয়া।

[ সুগ্ৰীৱ আৰু স্বৰূপানন্দৰ প্ৰবেশ ]

ৰাম। চোৱা ভাই,
বালীক নিধন কৰি লাগিছে বেজাৰ,
সুগ্ৰীৱৰ বেজাৰত হৃদয় ফাটিছে
তাৰাৰ দুখত মোৰ হিয়া বিদাৰিছে।
অঙ্গদক অকালতে অনাথ কৰিলোঁ।

লক্ষ্মণ। ধৰ্মৰ পালনকৰ্ত্তা তুমি,
ধৰ্মৰ কাৰণে বধিলা বালীক।

ৰাম। মৰাৰ পিচতো বালীৰ দেহত
আছিল জ্বলন্ত তেজ
সূৰ্য্য অস্ত গ'লে
জ্বলি থকা পৰ্বতৰ শৃঙ্গৰ দৰে
শোভিছিলে ৰাজশ্ৰীয়ে মৃত শৰীৰতো।

লক্ষ্মণ। পৰ্বতৰ ভিতৰত থাপিত যদিও
সুসভ্য দেশৰ দৰে
সুশোভিত কিষ্কিন্ধ্যা নগৰী।

মহাতেজী বালী নৃপতিয়ে
শাসিলে প্ৰজাক
সজালে কিষ্কিন্ধ্যা দেশ ইন্দ্ৰৰ সমানে।

[ দুইবো প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

অন্তঃপুৰ

[ তাৰা, সুগ্ৰীৱ আৰু অঙ্গদৰ প্ৰবেশ ]

তাৰা। নাই কৰা দোষাৰোপ সুগ্ৰীৱ তোমাক
বুজিছো তোমাৰ ব্যথা,
নিজেও ব্যথিত যদি সহস্ৰ দুখত,
বুজিব পাৰিছোঁ কিন্তু তোমাৰ যাতনা।

সুগ্ৰীৱ। দোষী দেৱী তোমাৰ পদত
অঙ্গদক অনাথ কৰিলোঁ।
নিজ গুণে ক্ষমিছা সকলো।
কোৱা বাৰু অঙ্গদ কুমাৰ
ক্ষমা জানো কৰিছা তুমিও?

অঙ্গদ। ভাগ্যফলে পিতৃহীন হলোঁ
কি দোষ তোমাত?
আয়ুস নহ'লে ক্ষয়
কোনে কাৰ প্ৰাণ ল'ব পাৰে?
তুমি হ'লা কাৰণ মাথোন
কৰ্মফল ভুগিলে পিতাই—
কৰ্মফল ভুগিছে মাতৃয়ে,
কৰ্মফল নিজেও ভুগিছোঁ—
সেইবাবে খেদ কৰা নাই।

সুগ্ৰীৱ। মাতৃৰূপে পূজিম তোমাক,
সুধিম সকলো কথা তোমাক সততে,
বিচক্ষণা লক্ষ্মী-স্বৰূপিনী তুমি
চলিম তোমাৰ দেৱী পৰামৰ্শমতে;
অঙ্গদক স্নেহভাবে কৰিম পালন।

তাৰা। পিন্ধা তুমি কিষ্কিন্ধ্যাৰ ৰাজ-আভৰণ
অঙ্গদক পাতা যুৱৰাজ,
প্ৰজাক পালন কৰা ধৰ্মনীতি মতে
অৰাজক নকৰিবা দেশ।

সুগ্ৰীৱ। ধন্য ধন্য বিধাতাই
সংসাৰত সৃজিলে তিৰোতা।
সুখৰ বেলিকা
কদাপিতো নোৱাৰি তুষিব,
ছায়াময় অনিশ্চিত গতি;
কিন্তু দুখত পৰিলে
বুলোৱা শান্তিৰ হাত
শান্তিময়ী অপ্সৰীৰ দৰে।
নিজ দুখ সকলো পাহৰি
তাৰাই বুজনি দিছে
স্বামীঘাতী অধমকো আজি।
ধন্য তাৰা, ধন্য ধন্য তোমাৰ কাহিনী,
পৃথিৱীত চন্দ্ৰ-সূৰ্য্য থাকেমানে
ৰৈ যাব তোমাৰ সুখ্যাতি।

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

অন্তঃপুৰ

[ ৰুমা আৰু সুগ্ৰীৱ ]

সুগ্ৰীৱ। গুণৱতী সতীৰ আদৰ্শ
উপযুক্ত ধৰ্মপত্নী তুমি,
তোমাৰ নিচিনা
ৰমণীস্বৰূপ চন্দ্ৰহাৰে
যাৰ কণ্ঠ কৰে সুশোভিত,
ধন্য তাৰ পুৰুষ জনম।
তোমাৰ পুণ্যত মই
মহাবলী বালীক পৰাজি
কাৰামুক্ত কৰিলোঁ তোমাক ;
বালীক নিধন কৰি
পোৱা নাই আনন্দ মনত,
হোৱা নাই আনন্দিত
লাভ কৰি কিষ্কিন্ধ্যাৰ ৰাজ-সিংহাসন ;
কিন্তু লাগিছে আনন্দ আজি
বহুবাম তোমাৰ নিচিনা
পুণ্যময়ী আদৰ্শ সতীক
কিষ্কিন্ধ্যাৰ উচ্চ আসনত।
তোমাৰ সম্মান দেখি
লোকৰ সলনি
লভিম অপাৰ প্ৰীতি মোৰ হৃদয়ত ;
দেখা নাই তোমাৰ সদৃশ
সৰ্বগুণ-বিভূষিতা বীৰৰ ৰমণী।

ৰুমা। তুমি মোৰ প্ৰাণনাথ হৃদয়বল্লভ,
সেইবাবে বখানিছা মোক
সৰ্ব্বগুণ-বিভূষিতা বুলি।
ভাল পোৱা তুমি মোক,
গুণ মাথো দেখিছা সকলো।
দুৰ্ণিত শুৱনি পৰ্বত
ওচৰত খলা-বমা দেখি,
কিন্তু স্নেহপূৰ্ণ পতি আৰু পত্নীৰ মাজত
এই কথা কদাপি নেখাটে।

সুগ্ৰীৱ। ৰামৰ বলত মই হ'লোঁ বলবান
শত্ৰুৰ নিপাত,—সতীৰ উদ্ধাৰ
আৰু কলঙ্ক মোচন,
তিনি কাৰ্য্য সিদ্ধি হ'ল ৰামৰ কৃপাত।
ৰাম মোৰ উপাস্য দেৱতা
যাম মই ৰামৰ লগত,
ৰাৱণক পৰাজিত কৰি
কৰিম বন্ধুৰ মই প্ৰতি-উপকাৰ।

ৰুমা। যোৱা নাথ ৰামৰ লগত;
যাৰ পৰা পোৱা উপকাৰ,
তাৰ ধাৰ শুজিবা সহস্ৰভাৱে,
তাৰ হকে প্ৰাণ আঁৰি দিবা।
তদুপৰি, কৰিলে ৰামৰ সেৱা
মোক্ষ পাবা অন্তিমকালত;
ময়ো অনুগামিনী তোমাৰ
পাম মুক্তি তোমাৰ লগতে।

সুগ্ৰীৱ। নহয় সময় বেলি
নিৰালয়ে আনন্দ কৰাৰ।
আত্ম-স্বাধীনতা মই
কাইলৈ দিম বিসৰ্জন,

হ'ব অভিষেক, আহিব লক্ষ্মণ
ৰাজ্যভাৰ গুৰুভাৰ
সদায় অশান্তি তাৰ
যেয়ে পিন্ধে ৰজাৰ মুকুট।
আহাঁ দেৱী, কৰোঁগৈ আয়োজন
লক্ষ্মণক পূজাৰ কাৰণে।

ৰুমা। ব'লা যাওঁ প্ৰাণনাথ,
চন্দনেৰে লক্ষ্মণ বীৰক
কৰিম ভক্তিৰ পূজা মই।

[ দুইৰো প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

প্ৰস্ৰবন পৰ্বত

[ ৰাম আৰু লক্ষ্মণ ]

ৰাম। চোৱাঁ ভাই, এই পৰ্বতত
মধুৰ বসন্ত ঋতু
বিৰাজিছে আনন্দ মনেৰে।
বৰ্ষাকাল হৈছে এতিয়া
তথাপিও ফলে-ফুলে শোভিব লাগিছে;
গাইছে মধুৰ সুৰে
অৰণ্যৰ যতেক পক্ষীয়ে
ৰিব্ ৰিব্ মলয়া বলিছে;
আনিছে ফুলৰ গোন্ধ
কৰিছে শীতল দেহ;
সকলোতে শান্তি বৰষিছে।
বৰ্ষা চাৰি মাহ থাকিম ইয়াতে
বৰ্ষা ঋতু নহ'লে অতীত
নোৱাৰিম যাব আমি লঙ্কাৰ উদ্দেশ্যে।

লক্ষ্মণ। এই ওখ পৰ্বত শৃঙ্গৰ পৰা
দেখা যায় কিষ্কিন্ধ্যাৰ শোভা মনোহৰ
জনপূৰ্ণ ৰাজধানী
অৰণ্যেৰে বেষ্টিত চৌপাশে,
ৰমণীয় অপূৰ্বদৰ্শন।
পৰিষ্কাৰ ৰাজআলি
সুশোভিত পানীৰ তৰাগ,
পাৰে পাৰে নাহৰ শোভিত
বাটৰ দাঁতিয়ে প্ৰতি
শাৰী শাৰী ইটাৰ দেৱাল!
আহে যায় বাটৰুৱা
গাড়ী-ঘোঁৰা চলিব লাগিছে—
সকলোৰে মিলি
সৃজিছে মিশ্ৰিত এটি গহীন শব্দ।

ৰাম। যোৱাঁ ভাই
সুগ্ৰীৱক কিষ্কিন্ধ্যাপুৰত
কৰি আহাঁ ৰাজ অভিষেক;
প্ৰতিজ্ঞা-আবদ্ধ মই
বনবাস নহ'লে অতীত
নোসোমাওঁ কোনো ৰাজধানী;
যোৱাঁ তুমি সেইবাবে
মোৰ প্ৰতিনিধি ৰূপে
সুগ্ৰীৱক ৰজা পাতি আহাঁ।
অঙ্গদক যুৱৰাজ কৰিবা বৰণ,
জনাবা আশিস্ মোৰ
দুয়োটিৰে আনন্দ দিনত।

লক্ষ্মন। যিবা আজ্ঞা কৰিম পালন;
ক'ম সমাচাৰ,—

বৰ্ষাকাল শেষ হ'লে সেনা সমন্বিতে
যাম সকলোটি আমি লঙ্কা অভিমুখে।

ৰাম। সকলো বিধান তুমি কৰিবা লক্ষ্মণ;
হ'ব আজি সুগ্ৰীৱৰ ৰাজ-অভিষেক
কৰি আহাঁ শুভকাৰ্য্য তুমি সমাপন।

লক্ষ্মণ। আহিলোঁ এতিয়া,
অবিলম্বে আহিম উলটি।

[ লক্ষ্মণৰ প্ৰস্থান ]

ৰাম। আহিব শৰৎকাল বৰ্ষাৰ শেষত;
পৃথিৱীৰ বাৰ্ষিক গতিৰ ফলে
সুখ ঋতু দুখ ঋতু প্ৰকাশে ধৰাত;
আহে সুখ দুখৰ পিচত
কিন্তু মোৰ এই অনন্ত দুখৰ
কেতিয়াবা পৰিবনে ওৰ?
হেৰুৱালোঁ সীতাক বনত
হেৰুৱালোঁ শান্তি হৃদয়ৰ,
বান্ধি ল'লোঁ দুখৰ ভীষণ ভাৰ
নিৰুপায় বাট হেৰুৱালোঁ।
দুটি ভাই দুটি প্ৰাণী আমি
নোৱাৰোঁ কৰিব যুদ্ধ
লক্ষ লক্ষ লঙ্কাৰ সেনাৰে,
সুগ্ৰীৱই কৰিব সহায়
এই আশা হিয়াত থাপন।
প্ৰাণ ধৰি আছে হৃদয়ত।

[ ৰামৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

ৰাজসভা

[ সুগ্ৰীৱ, ৰুমা, স্বৰূপানন্দ, হনুমান, লক্ষ্মণ, অঙ্গদ আৰু সভাসদসকল ]

নৰ্তকীসকল। গীত

লোৱা আজি আমাৰ ভক্তিভূষণ
পাতিছোঁ হৃদয় সিংহাসন ;
গাঁথি বনমালা
আনিছোঁ আজি
আনিছোঁ প্ৰেমৰ আভৰণ।
মুকলি হিয়াত
বহঁা আহি তুমি
কৰিছোঁ তোমাক আৱাহন।

স্বৰূপানন্দ। লভিলা সুগ্ৰীৱ তুমি
কিষ্কিন্ধ্যাৰ ৰাজসিংহাসন
ভোগ কৰা ৰাজ্য-সুখ
পুত্ৰভাবে পালিবা প্ৰজাক ;
ন্যায়ৰূপে বিচাৰ কৰিবা,
ধৰ্ম ৰক্ষা কৰিবা দেশৰ।
কৰোঁ আশীৰ্বাদ,—
হ'বা ৰণজয়ী, শত্ৰুহীন
প্ৰবল প্ৰতাপী নৰপতি
লোৱা এই দেৱতাৰ পূজাৰ নিৰ্মালি।
ৰুমা হ'লা ৰাজ-পটেশ্বৰী,
পুত্ৰভাৱ কৰিবা প্ৰজাক
ৰাজ্যৰ গধূৰ ভাৰ
বহিবা সমানে তুমি সুগ্ৰীৱ ৰজাৰে,
সকলোতে সুগ্ৰীৱক সহায় কৰিবা।
লোৱা এই পুণ্যময় শুভ নিৰ্মালি।

লোৱা আজি আনন্দ দিনত।
কুমাৰ অঙ্গদ তুমি ৰজাৰ নন্দন
যুৱৰাজ হ'লা কিষ্কিন্ধ্যাৰ,
সুগ্ৰীৱৰ হ'লা সহচৰ।
তুমি জীৱনে মৰণে
প্ৰজাৰ মঙ্গল কাম কৰিবা ৰাজ্যত।
কৰোঁ আশীৰ্বাদ,—লোৱা নিৰ্মালি
জয় হ'ব সকলো কামত।

সুগ্ৰীৱ। হ'লো ৰজা ৰামৰ কৃপাত,
বশৱৰ্তী হ'লো অযোধ্যাৰ;
ৰামৰ সকলো কাম
ভৃত্যৰূপে কৰিম সাধন।
উদ্ধাৰিম জানকীদেৱীক
সেইবাবে প্ৰণমিছো লক্ষ্মণক,
প্ৰতিনিধি ৰঘুপতি ৰাজীৱ ৰামৰ।

হনুমান। পালোঁ আমি স্বাধীনতা ৰামৰ কৃপাত
নিজ ঘৰ লভিলোঁ তুনাই
পৰমাত্মা সঁপিলো ৰামত
পাম মুক্তি মৰণ কালত।
প্ৰণমো চৰণ প্ৰভু
স্বামী পালোঁ তোমাৰ কৃপাত
হ'লো মুক্ত কৰুণাত মহাত্মা ৰামৰ;
সেইবাবে চিৰদাস হলোঁ
সমৰ্পিছো মন প্ৰাণ ৰাজীৱ পদত।

অঙ্গদ। পিতাক বধিলে ৰামে,
ধৰ্মনীতি ৰক্ষাৰ কাৰণে
স্বৰ্গলাভ কৰিলে পিতৃয়ে;
প্ৰাণ গ'ল ৰামৰ হাতত
মোক্ষ পালে দেৱৰ বাঞ্ছিত।

ল'লোঁময়ো ৰামৰ শৰণ,
অভিন্ন হৃদয়-আত্মা লক্ষ্মণ ৰামৰ
প্ৰণমো লক্ষ্মণ বীৰ তোমাৰ পদত,
দিবা মুক্তি মৰণ কালত।

লক্ষ্মণ : সকলোৰে স্নেহ ভক্তি ৰামত জনাম
আশীৰ্বাদ কৰিব ৰাঘৱে।
প্ৰীতি পালোঁ অভ্যৰ্থনা লভি
বন্ধু হ'লোঁ জীৱনে মৰণে।
সুখৰ দিন আজি
সকলোৰে আনন্দ অপাৰ
গোৰা গোৰা নৰ্তকীসকল
সুখময় আনন্দ সঙ্গীত।

নৰ্তকীসকল। গীত

নাচিছে মনপ্ৰাণে হৰষিত মনেৰে,
বৰষে অমিয়া আজি হৃদয়ত নধৰে ;
নবপ্ৰীতি নবভাব পৰাণ আকুল
লাগিছে ৰঙতে আজি মনত বিভোল
নৱ সুখৰ আশা কৰি ফুলে আশাৰ ফুল
নাচে হিয়াত নৱ প্ৰাণে আজি নতুন সুখেৰে।

**যৱনিকা পতন**

## পাতনি

এই নাটকখনি চেক্সপীয়েৰৰ 'এজ ইউ লাইক ইট' নাটকৰ গৰিলা লৈ লিখা হৈছে। সৰহভাগ অনুবাদকে বুলিব পাৰি, কিন্তু উদ্দেশ্য আছিল আমাৰ সমাজৰ আৰু ৰঙ্গমঞ্চৰ উপযোগী কৰা। সেইকাৰণে পৰিবৰ্তন বহুত কৰিব লগা হৈছে। তাত অনেক মাধুৰ্য্য হ্রাস হৈছে। কেবাঠাইতো অভিনয় হওঁতে, ঠাই বুজি কোনোৱে নিজৰ ৰচিত গীত সুমাই লৈ নাটকৰ সৌন্দৰ্য্য বঢ়াই লৈছিল।

# ভাৱৰীয়াবিলাক

## মতা

| | | |
|---|---|---|
| ধৰ্মপাল | ... | ৰজা |
| বিশ্বপাল | .. | ৰজাৰ ভায়েক |
| জনাৰ্দন, পুষ্কৰ, দামোদৰ | ... | ৺বীৰভদ্ৰ মন্ত্ৰীৰ পুতেক |
| পিঙ্গৰ | ... | এটা মাল |
| ধনঞ্জয়, পৰশু | ... | ৰাজ-ভৃত্য |
| সুৰথী, স্বৰূপ | .. | জনাৰ্দনৰ ভৃত্য |
| পুৰন্দৰ গদাপানি | ... | ৰজাৰ বিষয়া |
| সনাতন | ... | এজন পণ্ডিত |
| জয়, বিজয় | ... | কিৰাত |

প্ৰজাপতি, গৰখীয়া ল'ৰাবিলাক, লগৰীয়াসকল আৰু
কিৰাত বালকসকল।

## তিৰোতা

| | | |
|---|---|---|
| চন্দ্ৰাৱলী | | ধৰ্মপালৰ জীয়েক |
| হেমাঙ্গলি | ... | বিশ্বপালৰ জীয়েক |
| বহুলী | | এজনী কিৰাতনী |

নৰ্তকীসকল আৰু অপ্সৰীসকল

## সূচনা

নৰ্তকীসকলৰ গীত

প্ৰাণে হাঁহিছে মনে নাচিছে,
মৰমে মৰমে আজি মিলি পৰিছে ;
পাবা হিয়াত দৈববল
কামত হ'ব সুমঙ্গল,
প্ৰকৃতি ফুলনিথনি ফুলি পৰিছে।
পাহৰি এৰিলে বাট,
ঘূৰি ওলাবহি তাত
জীৱনে জীৱনে ধৰি বান্ধি ৰাখিছে।

# প্ৰথম অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

জনাৰ্দনৰ আগ-চোতাল

[ পুষ্কৰ আৰু সুৰথীৰ প্ৰৱেশ ]

পুষ্কৰ । শুনিছোঁ সুৰথী, শুনিছোঁ তোমাৰ মুখে.—
মৰণ কালত পিতৃদেৱে মোৰ
জনাৰ্দন প্ৰথম পুত্ৰক
গৈছিল আদেশ প্ৰদানি —
'তিনিও পুত্ৰই মোৰ সমান ভাগেৰে
সম্ভোগ কৰিবা ধন বিত,
কাকো বঞ্চি নেখাবা কোনেও।'
আছিলোঁ কোমল মই
দামোদৰো নিচেই কেঁচুৱা ;
জ্যেষ্ঠ ভাই পিতৃতুল্য বেদৰ বচন
জনাৰ্দন পূজনীয় মোৰ ;
কৰিলে বঞ্চনা মোক, সেই জ্যেষ্ঠ ভায়ে
পিতৃবাক্য পালন নকৰি
দয়া-মায়া কৰি অতিক্ৰম।
দামোদৰ ল'ৰা এতিয়াও
বেদ শিক্ষা কৰি লভিছে বহুত জ্ঞান
পুণ্যময় গুৰুৰ ঘৰত।
লোকে কয়, ভাতৃৰ স্নেহত
হেনো হিয়া পমি যায়,
মোক কিন্তু জ্যেষ্ঠ ভায়ে আজি
গৰু-ছাগলীৰ দৰে ব্যৱহাৰ কৰি,
দিছে ঠাই জন্তুৰ লগত।

জ্ঞান কাক বোলে তাক নেজানিলোঁ,
শিক্ষাও নেপালোঁ,—
নিচিনিলোঁ এটাও আখৰ ;
বল-শক্তি দেহৰ লাৱণী
সকলো লুকাল শৰীৰৰ।
তেওঁৰে ভায়েক মই—
ভাই যেন ব্যৱহাৰ নকৰে কদাপি।
সেইবাবে মনত খেদেৰে
আছোঁ বহি ইয়াতে সুৰথী ;
পিতৃৰ পৱিত্ৰ তেজ জ্বলন্ত ৰূপেৰে
জ্বলিছে দেহত মোৰ ;
নোৱাৰোঁ সহিব আৰু
ভৃত্য তুমি কিন্তু তুলি-তালি
পুত্ৰ ৰূপে পালন কৰিলা ;
মোৰ পক্ষে কি কৰিলে ভাল
তাৰ এটা সজ বুদ্ধি দিয়া।

সুৰথী। আহিছে গৰাকী সোৱা,—
জনাৰ্দন অগ্ৰজ তোমাৰ।

পুষ্কৰ। সুৰথী! সুৰথী!
শুনিবা কিদৰে মোক কৰে ব্যৱহাৰ।

[ জনাৰ্দনৰ প্ৰবেশ ]

জনাৰ্দন। কিকৰিছ,—কিয় আছ মনে মনে বহি

পুষ্কৰ। শুনিলে সন্তোষ পাবা,—
এলাহৰ বশ হৈ ঈশ্বৰপৰা পোৱা
সকলো শক্তিৰ মাথোঁ
হানি মই কৰিছোঁ ইয়াত।

জনাৰ্দন। বহি থাকি একো নকৰিলে
ভৰাবি কিহেৰে পেট,
কোনে তোক অৰাবত দিব খাবলৈ ?

পুষ্কৰ। নাই কৰা নষ্ট মই পৈতৃক সাহোন,
কি বাবে ভুগিম দুখ? পিতৃ সম্পত্তিত
তুমি মই সমান ভগীয়া।

জনাৰ্দন। পাইছনে গম ক'ত বহি আছ?

পুষ্কৰ। পাইছোঁ, তোমাৰ চোতালত।

জনাৰ্দন। ইমান ডাঙৰ কথা!
বুজিছনে কাৰে কথা পাতিছ এতিয়া?

পুষ্কৰ। বুজিছোঁ,—কৈছো কথা
জনাৰ্দন জ্যেষ্ঠৰ আগত,
সেইদৰে তুমিও বুজিব লাগে
তোমাৰ কনিষ্ঠ বুলি মোক,
জ্যেষ্ঠ তুমি পূজনীয় মোৰ।
সেইবাবে থাকে যদি জ্যেষ্ঠ মোৰ
কুৰিজনো তোমাৰ নিচিনা,—
পিতৃ-তেজ মোৰ শৰীৰত
তথাপিও অটুট থাকিব।
তুমি যেনে ময়ো তেনে, স্বৰ্গীয় পিতৃৰ
দুয়ো আমি সমান সন্তান।
জ্যেষ্ঠ বাবে পিতৃতুল্য তুমি,
সেইৰূপে আমাক পালন কৰা
ধৰ্মমতে তোমাৰ উচিত।

জনাৰ্দন। ইমান মুখৰ কথা! (ধৰিব খোজে)

পুষ্কৰ। আহাঁ ভাই, জ্যেষ্ঠ তুমি বয়সত,—
কিন্তু হ'লে কনিষ্ঠ বলত,
পাৰিবা বুজিব তাক
হতাহতি লাগিলে দুযোৰে।

জনাৰ্দন। লগাবিনে হাত মোৰ গাত
তই পাষণ্ড পামৰ।

পুষ্কৰ। নহওঁ পাষণ্ড মই—
পুণ্যময় স্বৰ্গীয় পিতৃৰ
মধ্যম সন্তান।
দুৰ্ঘোৰ পাষণ্ড সিটো
যিটোৱে পাষণ্ড বোলে
সন্তানক পবিত্ৰ পিতাৰ ;
জ্যেষ্ঠ তুমি, নহ'লে ভিভিত ধৰি,
জিভা কাঢ়ি বুজালোহঁতেন—
এনে কথা ক'লে
জিভা ছিণ্ডা দণ্ড যথোচিত।
মূৰ্খ তুমি,—গালি দিছা নিজকে নিজেই।

সুৰথী। ক্ষান্ত হোৱা নকৰা কন্দল,
তোমালোক দুয়োটিকে
দিছোঁ মই পিতৃৰ শপত।

জনাৰ্দন। যাওঁ মই, নেথাকো ইযাত।

পুষ্কৰ। (আগভেটি ধৰি) শুন মোৰ কথা,—
মৰণ কালত মৃত্যুৰ শয্যাত পৰি
কৈছিলে পিতৃদেৱে তোক,—
'তিনিও পুত্ৰই মোৰ সমান ভাগেৰে
বয়বস্তু সম্ভোগ কৰিবা,
কাকো বঞ্চি নেখাবা কোনেও।'
নেৰাখিলি পিতৃৰ আদেশ,
মোৰ ভাগে—গ্ৰাস কৰি নিজে
লেখা-পঢ়া একো নিশিকাই
কৰিলি ভাণ্ডৰ মোক পশুৰ দৰে।
বিৰাজিছে পিতৃৰ নিৰ্মল আত্মা,
নসহোঁ অলপো আৰু,—
দে মোক প্ৰাপ্য ভাগ
য'তে পাৰোঁ ত'তে লওঁ থান-থিত মই।

জনাৰ্দন। লৈ যাবি যিহকে বিচাৰ,
দেগৈ নৈত উটুৱাই ;
মোৰ চাৰি সীমনাতো
কদাপিও আৰু তই নেলাগে থাকিব।
যাওঁ গুচি,—নেথাকোঁ ইয়াত।

পুষ্কৰ। ঠিক কথা !
সম্পত্তিৰ ভাগ দিলে
টান কথা নকওঁ তোমাক।

জনাৰ্দন। তয়ো থাকিবিনে ইয়াতে কুকুৰ ?

সুৰথী। কুকুৰ ! কুকুৰ হলোঁ মই—
হয়, কৰোঁতে তোমাৰ কাম,
দাঁত সৰি সোলা হলোঁগৈ ;
স্বৰ্গত থাকক মোৰ স্বৰ্গীয় গৰাকী,
তেওঁ হোৱা হ'লে
এনে কথা নক'লেহেঁতেন।

[ পুষ্কৰ আৰু সুৰথীৰ প্ৰস্থান ]

জনাৰ্দন। পালেহি ইমান সাহ !
পাব তাৰ প্ৰতিকাৰ,
কাৰ বস্তু কোনে খায়
তাৰ একো চিনেই নহ'ব।
শুনিছ স্বৰূপ ?

[ স্বৰূপৰ প্ৰবেশ ]

স্বৰূপ। কোন আজ্ঞা কৰিম পালন ?

জনাৰ্দন। আহিছিলে পিঙ্গৰ ৰজাৰ মাল
মোক দেখা পাবৰ কাৰণে,
গ'লনে সি ?

স্বৰূপ। নাই যোৱা।
আজ্ঞা পালে পাবোঁ মাতি আনিব এতিয়া।

জনাৰ্দন। আন মাত্তি—

[ স্বৰূপৰ প্ৰস্থান ]

—ঠিক হ'ব।
পাইছোঁ মালক লগ ঠিক সময়ত।
মল্লযুদ্ধ হ'ব কাইলৈ
প্ৰতিকাৰ কৰিব পিঞ্জৰে।

[ পিঞ্জৰৰ প্ৰবেশ]

পিঞ্জৰ। প্ৰণমো চৰণ।

জনাৰ্দন। নতুন ৰজাৰ কিবা
আনিছানে নতুন খবৰ ?

পিঞ্জৰ। নাই একো নতুন বাতৰি ;
পুৰণি খবৰ, অৱশ্যে শুনিছে—
বিশ্বপাল নতুন ৰজাই
ধৰ্মপাল আপোন জ্যেষ্ঠক
দিলে খেদি বনবাসলৈ।
কেবাজনো বুঢ়া বিষয়ায়ো
ঘৰ-বাৰী বিশ্বপাল ৰজাকে শোধাই,
গ'ল গুচি ধৰ্মপাল ৰজাৰ লগতে ;
বিশ্বপালে আনন্দেৰে বস্তুৰ লোভত,
যেয়ে যাব খোজে
দিছে তাকে ৰঙেৰে বিদায়।

জনাৰ্দন। জানানে পিঞ্জৰ,
চন্দ্ৰাৱলী ধৰ্মপাল ৰজাৰ জীয়াৰী
যাবনে লগতে বাপেকৰ,—
নাই, দিব ঠাই বিশ্বপালে ৰজাৰ ঘৰতে ?

পিঞ্জৰ। বনলৈ নেযায় কুমাৰী,
নিদাৰুণ বিশ্বপালে
অতি স্নেহ কৰে কুমাৰীক।

তদুপৰি চন্দ্ৰাৱলী হেমাঙ্গলি দুয়ো
বাই-ভনী অতি মৰমৰ ;
চন্দ্ৰাৱলী গ'লে বনলৈ
হেমাঙ্গলি কুমাৰীও নেথাকে ঘৰত ;
দুয়োটি কুমাৰী, মৰমৰ আদৰ্শ চানেকি।

জনাৰ্দন। জানানে থাকিব ক'ত
ধৰ্মপাল ধাৰ্মিক নৃপতি ?

পিঙ্গৰ। সঠিক নেজানো একো ;
শুনিছোঁ থাকিব হেনো নন্দন বনতে।
আনন্দ মনেৰে দিনে দিনে
যাবই লাগিছে নগৰৰ নগৰীয়া লোক,
দুখ শোক পৰিহৰি ৰজাৰ লগত
কৰিছে বসতি গৈ নন্দন বনত।

জনাৰ্দন। নতুন ৰজাৰ সন্তোষৰ বাবে
কৰিব খুজিছা হেনো
মল্লযুদ্ধ কাইলৈ ৰাজ-প্ৰাঙ্গণত ?

পিঙ্গৰ। হয়, পাতিছে ৰজাই যুঁজ,
আহিছিলোঁ তাৰে কথা জনাবৰ মনে,-
শুনিছোঁ পুষ্কৰে হেনো
কাইলৈ ভেশ ধৰি দুৰন্ত সাহেৰে
মোৰ স'তে যুঁজিব খুজিছে ;
নতুন ৰজাৰ প্ৰীতিৰ কাৰণে
আৰু মোৰ মৰ্য্যাদাৰ বাবে
মাল-যুঁজ কৰিব খুজিছোঁ কাইলৈ ;
যুঁজৰ বেলিকা হ'লে
নেচাম অলপো মই কাৰো মুখলৈ,
যাকে পাম তাৰে ভাঙি হাড়
দিম এৰি ৰাজ-প্ৰাঙ্গণত।
তোমাৰ মধ্যম ভাই নিচেই কোমল

তাতে তুমি মোৰ মৰমৰ,
সেইবাবে কৰোঁ নিবেদন—
নিদিবা মিছাতে যাব
অনৰ্থক মৰিবৰ বাবে ;
নতু, তাৰ অপমানে
কলঙ্কিত কৰিব তোমাকো ;
মোৰ ওপৰত তুমি
নেৰাখিবা অলপো বেজাৰ।

জনাৰ্দন। (হাতত ধৰি) পিঙ্গৰ,
আজি মই পুলকিত তোমাৰ স্নেহত ;
তাৰ বাবে শতধাৰে
মোৰ স্নেহো ঢালিম তোমাত।
অৱশ্যে পুষ্কৰ মোৰ ভাই মৰমৰ,
কিন্তু তাৰ দৰে দুৰন্ত মানুহ
নাই দেখা এই জগতত।
কতনো বুজালোঁ, কত দেখুৱালোঁ,
নোৱাৰিলোঁ বিচলিত কৰিব অলপো।
মল্লযুদ্ধ কৰিবৰ বাবে
ঠেং দাঙি আগবাঢ়ি আছে,
উপহাস কৰিছে তোমাকো।
ইমান সাপৰ দৰে তাৰ পৰকিতি
পালে মোকো বধে এতিয়াই।
যি কৰা কৰিবা,
তাত মোৰ নাই অসন্তোষ।
কিন্তু ৰাখিবা মনত,
সাপ মাৰি বিষ যদি থোৱা নেগুৰত,
তাৰ মান নাই একো ভয়ৰ কাৰণ।
তোমাৰ যুদ্ধত
তাৰ প্ৰাণ অৱশ্যে হেৰাব ;

কিন্তু যদি এৰি দিয়া আধা মৰা কৰি,
শেষত তোমাৰ প্ৰাণ টানত পৰিব,
একো নোৱাৰিলে—বিহ দিব,
কূট পৰামৰ্শ কৰি
প্ৰাণ ল'ব এদিন তোমাৰ।
ভাই হেতু তাৰ কথা ক'লোঁ ইমানকে
আৰু ক'লে ওলাব চকুৰ পানী,
তুমিও পিঙ্গৰ,
কথা শুনি খণ্ডত জ্বলিবা।

পিঙ্গৰ। সন্তোষৰ কথা ;—প্ৰতিজ্ঞা কৰিলোঁ
অক্ষুণ্ণ দেহেৰে সাৰি যায় যদি
যুযুঁজিম আৰু কেতিয়াও।

জনাৰ্দন। দিলোঁ মই এতিয়া বিদায়।

[ পিঙ্গৰৰ প্ৰস্থান ]

শেষ হ'ব সকলো নিশ্চয়,
পুষ্কৰৰ নাম আৰু ছুমাব ধৰাত
পঢ়া নাই তথাপি শিক্ষিত,
সকলোৰে যতি আদৰৰ
সকলোৱে মোক বেয়া বোলে।
ইমান দিনৰ মূৰকত আজি
এটা শত্ৰু ক্ষয় মই কৰিলোঁ ধৰাত।

[ জনাৰ্দনৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

### ৰাজপ্ৰাসাদৰ চোতাল

[ হেমাঙ্গলি আৰু চন্দ্ৰাৱলীৰ প্ৰৱেশ ]

হেমাঙ্গলি। কৰিছোঁ কাকুতি বাইদেউ,
নেথাকিবা মন মাৰি,
নকৰিবা মিছাতে বেজাৰ।

চন্দ্ৰাৱলী। প্ৰাণৰ ভনীটি! শক্তিৰো অতীত বং
দেখুৱাই ফুৰিছোঁ বাহিৰে।
কোৱা বাৰু, কেনেকৈ পাহৰিম
বনবাসী দয়ালু পিতাক?
পিতৃ মোৰ বনবাসী,
পাৰোঁনে ফুৰিব নাচি
নেথাকিলে আনন্দ মনত?

হেমাঙ্গলি। তেন্তে বাইদেউ,
মোৰ স্নেহ অনুসৰি
মোক তুমি নকৰা মৰম।
তোমাৰ পিতাৰে কৰা হ'লে বনবাসী
বিশ্বপাল নিষ্ঠুৰ পিতাক মোৰ,
ধৰ্মপাল তোমাৰ পিতাকে
ভাবিলোহেঁতেন পিতৃ বুলি মোৰ;
সেই অনুৰূপে একে পিতৃ বুলি
তুমিও সন্তোষভাবে থাকা।

চন্দ্ৰাৱলী। আছোঁ মই সন্তোষ মনেৰে,
নিজৰ দাৰিদ্ৰ্যদুখো
পাহৰিছোঁ তোমাৰ সুখতে।

হেমাঙ্গলি ময়ে মাথোঁ পিতাৰ সন্তান;
নাই কেও মোৰ বিনে
পিতাৰ সম্পত্তি অধিকাৰী,
পিতাৰ মৰণ হ'লে
হ'ম ময়ে ৰাজ্যৰ গৰাকী।
পিতাই বলেৰে লোৱা
পাব লগা তোমাৰ ভাগৰ,
সকলো তোমাক মই কৰিম অৰ্পণ।
সত্য কথা, সত্য কৰি কলোঁ,

বেজাৰ নকৰি
থাকা তুমি আনন্দ মনেৰে।

চন্দ্ৰাৱলী। বিধাতাই নকৰে সমানে স্নেহ
সকলোকে এই জগতত,—
কাকো সুখী, কাকো দুখী,
কাকো কৰে সুখতে দুখীয়া।

[ ধনঞ্জয়ৰ প্ৰবেশ ]

হেমাঙ্গলি। ক'ৰ পৰা ধনঞ্জয় আহিলি এতিয়া?

ধনঞ্জয়। এ—আছিলে মনত
পাহৰিলোঁ,—ক'ৰ পৰা আহিলোঁ এতিয়া?
বাৰু, চাওঁচোন ভাবি।

চন্দ্ৰাৱলী। নকৰিবি ধেমালি ইয়াত,
ধেমালিৰ নহয় সময়।

ধনঞ্জয়। ধেমালি—ধেমালি মই নেজানো কৰিব;
ধেমালি কৰিছোঁ যদি,—সঁচা আইদেউ!
আপোনাৰ মূৰ খাবল'কে।

চন্দ্ৰাৱলী। কোনে তোক এনেকুৱা শপত শিকালে?

ধনঞ্জয়। আপোনাৰ পিতৃয়েক
ধৰ্মপাল ৰজাৰ কাষত
এনে কথা বহুত শিকিলোঁ।

চন্দ্ৰাৱলী। নক'বি পিতাৰ কথা,—
শুনিলে ৰজাই বেতেৰে কোবাই
ছিঙিব পিঠিৰ ছাল তোৰ।

ধনঞ্জয়। আহিছে পৰশু মিতা
শুনিবা কথাৰ কোব,—

[ পৰশুৰ প্ৰবেশ ]

নমস্কাৰ ভাণ্ডৰীয়া।

হেমাঞ্জলি। যাকে তাকে ডাঙৰীয়া বুলিব নেপায়,
ডাঙৰীয়া তিনিজন মাথোঁ,
শুনিলে পিতাই দিব প্ৰতিফল,
চিঞৰত গগন উধাবি !

ধনঞ্জয়। কি বুলিনো মাতিম মিতাক ?

হেমাঞ্জলি। ৰজাৰ আদেশ—
মান্যৱন্ত হয় যদি—দেউ বুলি
সম্বোধন কৰিব পাৰিবি।
নতুন ৰজাৰ নতুন নিয়ম
ভাঙিলে বিষম দণ্ড দিব।

পৰশু। আইদেউসকলক জনাবলগীয়া
আছে মোৰ কথা একেষাৰ।

ধনঞ্জয়। কোৱা মোৰ লাহৰী সোণাই,
কিনো কথা জনাব খুজিছা ?

পৰশু। এজন লোকৰ আছিল তিনিটা ল'ৰা,
পিঞ্জৰ মালেৰে যুঁজি তিনিও মৰিল।

চন্দ্ৰাৱলী। মৰণ-বাতৰি !
সেই কথা শুনিবৰ নাই প্ৰয়োজন।
কোৱা তুমি, আছে যদি
ক'ব লগা আন কিবা কথা ?

পৰশু। মাল-যুঁজ শেষ হোৱা নাই,—
থাকে যদি অভিলাষ চাবৰ কাৰণে
পাতিব আকৌ যুঁজ অলপ পৰতে :
এইবাৰ অতি কুমলীয়া
যুঁজাক এজনে
পিঞ্জৰৰ লগত যুঁজিব।

হেমাঞ্জলি। আহিছে কোনোবা সোৱা
হ'ব পায় যুঁজবে মানুহ

[ বিশ্বপাল আৰু পুষ্কৰৰ প্ৰবেশ ]

বিশ্বপাল। বাধা নুশুনিলি,
মৰ যদি নিজেহে মৰিবি ;
বুজালোঁ ভালক বুলি,—নুবুজিলি,
মৰগৈ মৰিব খুজিছ।

পুষ্কৰ। মৰিলে কান্দোতা নাই,—জিকিব পাৰিলে
নিজে মাথোঁ আনন্দ লভিম।

চন্দ্ৰাৱলী। এৰেঁনে যুঁজিব আজি পিঙ্গৰ মালেৰে ?

পৰশু। হয় আইদেউ।

চন্দ্ৰাৱলী। কুমলীয়া লাৱণী শৰীৰ, কিন্তু—
জিকিব জিকিব যেন দেখিছোঁ মুখত।

বিশ্বপাল। তোমালোকে কোমল চিতৰ
সৰলা বালিকা,
যুঁজ চাবলৈ আহি বাট চাই আছা ;
কিন্তু আজি যুঁজৰ পৰিণাম
হ'ব হ'লে কান্দিবলগীয়া ;
যুঁজাৰু দুজন যোৰ হোৱা নাই,—
এজন ডাঙৰ মাল অতি বলবান,
ইজন কোমল ল'ৰা
ছাঁত গজা ফুলৰ নিচিনা।
ইমান বুজালোঁ তাক
হাক দিলোঁ তাকো নুশুনিলে,
পাৰা যদি তোমালোকে বুজাই-সঁজাই,
মন ভাঙি দিয়া পঠিয়াই।
কোৱাচোন
শুনিলে শুনিব পাৰে
তোমালোকে হাক দিয়া যদি।

চন্দ্ৰাৱলী। হয়নে বীৰ,
যুঁজিব খুজিছা হেনো পিঙ্গৰ মালেৰে ?

পুষ্কৰ। মই খোজা নাই
পিঞ্জৰেহে যুঁজিব খুজিছে।

হেমাঞ্জলি। কোমল বয়স বীৰ,—ভাবি চিন্তি চোৱাঁ;
দেখিছা পিঞ্জৰ কেনে
লৌহময় দেহৰ গঠন.
যাকে ধৰে সেয়ে পৰে, প্ৰাণো হেৰুৱায়।
হাক দিছোঁ আমি. শুনা কথা—
অনাহক নেলাগে যুঁজিব।

চন্দ্ৰাৱলী। ময়ো কওঁ শুনা বীৰ,
যুঁজত হাৰিলা বুলি খ্যাতি নেহেৰায়।
ৰজাক জনাই আমি
যুদ্ধ আজি স্থগিত ৰাখিম।

পুষ্কৰ। সুৰ-সুন্দৰীৰ দৰে
মধুৰ লাৱণ্যময়ী আপোনালোকৰো
কথা আজি নোৱাৰোঁ পালিব।
পাওঁ যদি আশীৰ্বাদ আপোনালোকৰ
সেয়ে মোৰ বাঞ্ছনীয় বৰ;
মৰিলে কান্দোতা নাই,—
দিলে আঁজৰাই মোৰ থকা ঠাইখনি
আন কোনো উপযুক্ত লোকে
সেই ঠাই পূৰণ কৰিব।

চন্দ্ৰাৱলী। মোৰ ক্ষুদ্ৰ শকতিৰ সকলো সামৰ্থ্য
যেন যোগ হয় তোমাৰ দেহত।
যুঁজা তুমি বীৰবৰ,
সকলোৰে মুখত পৰক ছাই,
জয়লাভ কৰা তুমি আজিৰ ৰণত।

হেমাৱলী। কামনা পূৰণ হক,—
কায়-মনো-বাক্যে মই
নিবেদিছোঁ বিভুৰ পদত।

[ পিঞ্জৰৰ প্ৰৱেশ ]

পিঞ্জৰ। আহ আগবাঢ়ি,
মৰ-সাহ কৰি মৰিব খুজিছ,
বিচাৰিছ স্বৰ্গৰ জখলা!

পুষ্কৰ। নাই তেনে অভিলাষ;—আগবাঢ়ি আছো।
স্বৰ্গৰ জখলা পালে
ধন্য ধন্য বুলিম তোমাক।

বিশ্বপাল। এবেলি মাথোন তই যুঁজিব পাৰিবি।

পিঞ্জৰ। সেইবাবে মহাৰাজে নেলাগে ভাবিব;
এবেলি পোতক পালে
আগবাঢ়ি নাহিব দুনাই।

চন্দ্ৰাৱলী। ভীমৰ ভীষণ বলে
ধৰেহি আবৰি যেন
কুমাৰৰ কোমল শৰীৰ।
অভেদ কৱচ ৰূপে
ৰাখে যেন দুৰ্বলীক
ভগৱন্তে যুঁজৰ মাজত।

হেমাঞ্জলি। হ'ব পৰা হোৱা হ'লে অদৃশ্য শৰীৰ,
পিঞ্জৰৰ ভৰিত আঁজুৰি
পেলালোঁহেতেন তাক যুঁজৰ মাজত।

বিশ্বপাল। বাৰু, এতিয়া যুঁজা দুয়োজনে।

[ পিঞ্জৰ আৰু পুষ্কৰৰ যুদ্ধ ]

[ পিঞ্জৰ ঘাটে ]

চন্দ্ৰাৱলী। জয় হ'ল—ঘাটিল পিঞ্জৰ।

বিশ্বপাল। নেলাগে যুঁজিব আৰু।

পুষ্কৰ। নহয় ৰাজন,
অনুমতি কৰক আকৌ।

বিশ্বপাল। মান্তি তুমি আছানে পিঞ্জৰ?

পৰন্ত। পিঞ্জৰৰ নাই মাত-বোল।

বিশ্বপাল লৈ যোৱা পিঞ্জৰক !

[ পৰশুৰে পিঞ্জৰক লৈ যায় ]

কোন তুমি কোমল যুঁজাৰু,
পৰিচয় দিবানে তোমাৰ ?

পুষ্কৰ । পুষ্কৰ নামেৰে পৰিচিত মই,
পিতা মোৰ বীৰভদ্ৰ,
ধৰ্মপাল ৰজাৰ বিষয়া ।

বিশ্বপাল । কোৱা হ'লে আন কাৰো নাম
লাগিলহেঁতেন মোৰ ভাল :
সকলোৱে পিতাৰক ভাল বুলিছিল,
কিন্তু মই সদায় দেখিলোঁ
মোৰ প্ৰতি বিদ্ৰোহ আচৰা
সাহিয়াল ডেকা তুমি,—
বীৰভদ্ৰ মন্ত্ৰীৰ বাহিৰে
নোৱাৰানে ক'ব মোক আন কাৰো নাম ?

[ বিশ্বপালৰ প্ৰস্থান ]

হেমাঙ্গলি হোৱা হ'লে মোৰ পিতা মই,
এনে কথা নকওঁ কদাপি ।

পুষ্কৰ । মোৰ অতি গৌৰৱৰ কথা,
পিতা মোৰ বীৰভদ্ৰ ।
লয় যদি বিশ্বপালে
নিজৰ সন্তান বুলি
কৰে মোক অতুল ৰাজ্যৰ অধিকাৰী,
তথাপিও নাম লসলাওঁ
মই সেই বীৰভদ্ৰ পিতাৰে সন্তান ।

চন্দ্ৰাৱলী । মোৰ পিতা ধৰ্মপালে
বীৰভদ্ৰ প্ৰাণতুল্য বুলি
কৈছিল সদায় সভাত ;

এই বুলি জনা হ'লে
কাৰো কাকূতি কৰি
পুষ্কৰক নিদিলোঁহেঁতেন আজি
পিঙ্গৰৰ যুঁজত পৰিব।

হেমাঙ্গলি কঠুৱা পিতাই
টান কথা ক'লে পুষ্কৰক ;
আহাঁ আমি কওঁগৈ আশ্বাস-বচন।

চন্দ্ৰাৱলী। (এধাৰ চন্দ্ৰহাৰ দি)
তোমাৰ বীৰত্ব দেখি
মুগ্ধ হৈ তোমাৰ গুণত
দিলোঁ এই ক্ষুদ্ৰ উপহাৰ।
ময়ো অতি নিমাখিত তোমাৰ দৰেই
ক্ষুদ্ৰ উপহাৰ বুলি ঘিণ নকৰিবা।
যাওঁনে ভনীটি আৰু ?

হেমাঙ্গলি। যাওঁ আমি,—কিন্তু বীৰ, পিতাৰ কথাত
নকৰিবা একো অসন্তোষ।

পুষ্কৰ। কি ক'ম নেজানো মই
জ্ঞান-বুদ্ধি কেনিবা পলাল—
ভেল মাথোঁ আছোঁ ঠিয় হৈ।

চন্দ্ৰাৱলী। (গৈ উলটি আহি)
মাতিলে পুষ্কৰে যেন !
কি ক'ব খুজিছা বীৰ ?
যুদ্ধত তোমাৰ সাহ, বলৰ প্ৰতাপ
প্ৰশংসা কৰিব লগা।

হেমাঙ্গলি। নোযোৱানে তুমি বাইদেউ ?

চন্দ্ৰাৱলী। যাওঁ বাৰু—
আহিলোঁ এতিয়া আমি, থাকিবা পুষ্কৰ।

[ চন্দ্ৰাৱলী আৰু হেমাঙ্গলিৰ প্ৰস্থান ]

পুষ্কৰ। নোলায় মুখৰ কথা!
ক'ব খুজিলেও নোৱাৰোঁ ফুটাই ক'ব।
ৰাজকুমাৰীয়ে, কথা পাতিবৰ মনে
আহিল উলটি
নোৱাৰিলোঁ মুখেৰে মাতিব।
পিঙ্গৰকো জিনিলোঁ ৰণত,
কিন্তু অবলা বালিকা
ৰাজকুমাৰীয়ে মোৰ
পৰাজয় কৰিলে হৃদয়।

[ পৰশুৰ প্ৰবেশ ]

পৰশু। নেথাকিবা এই নগৰত;
গুণৰ আদৰ নাই,—
গুণী হ'লে দণ্ড পায় ৰাজ বিচাৰত।
তোমাৰ গুণত আজি
বিশ্বপাল খণ্ডত জ্বলিছে।
সেইবাবে ক'লোঁ—নেথাকিবা তুমি,
যোৱা গুচি আন দেশলৈ।
আমাৰ দুৰন্ত ৰজা,
কাৰো তেওঁ ভাল গুণ দেখিব নোৱাৰে।

পুষ্কৰ। অৱশ্যে সুখৰ কথা
দিলা মোক সজ উপদেশ;
কিন্তু পাৰোনে সুধিব
এতিয়া ইয়াত থকা দুইবো মাজত
কোনটি নো ৰজাৰ জীয়াৰী?

পৰশু। কথাৰে লাগিলে চাব
কোনোটিও নহয় জীয়েক;
তেও বুলি সকটিয়ে
বিশ্বপাল ৰজাৰ কুমাৰী।

সুকোমলা চন্দ্ৰাৱলী
পূৰ্ব ৰজা ধৰ্মপাল ৰজাৰ জীয়াৰী।
বাই-ভনী দুয়ো অতি মৰমৰ
কাকো-এৰি কোনেও নেথাকে।
উঠিছে ৰজাৰ খং,
সকলোৱে ভাল পোৱা বাবে
নিজ ভতিজাকো হৈছে চকুৰ শাল।
কেতিয়াবা চন্দ্ৰাৱলী
দেশ এৰি পলাব লাগিব।
যোৱা আৰু,
পালে লগ সুশাসিত নতুন দেশত,
ল'ম পৰিচয়, তোমাৰ গুণৰ বাবে
সমাদৰ কৰিম তোমাক।

পুষ্কৰ। নেপাহৰোঁ কদাপি তোমাক।

[ পৰশুৰ প্ৰস্থান ]

য'তে যাওঁ ত'তে মোৰ মিলে অমঙ্গল;
ঘৰতো সদায় অত্যাচাৰ,
দোষ আজি লগালোঁ ৰজাৰো, কিন্তু—
চন্দ্ৰাৱলী বিৰাজিছে মোৰ হৃদয়ত।

[ পুষ্কৰৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

ৰাজপ্ৰাসাদ

[ হেমাঙ্গলি আৰু চন্দ্ৰাৱলীৰ প্ৰৱেশ ]

হেমাঙ্গলি। কিনো তুমি ভাবি থাকা সদায় মনত?
কাৰ কথা ভাবি কটোৱা সময়,
এখন্তেকো নেথাকা পাহৰি?

চন্দ্ৰাৱলী। কাৰো কথা নেভাবোঁ মনত,
মনত সন্তোষ নাই সদায় বেজাৰ,
দুখে শোকে ঠিক ময়ো পুৰুষৰ দৰে,—
বীৰভদ্ৰ মন্ত্ৰীৰ পুতেক
দেহি,—নিচেই দুখীয়া
ককায়েকে নকৰে মৰম।
কৰিছিল স্নেহ বাপেকক
পিতৃদেৱে মোৰ,
সেইবাবে ময়ো তাক কৰিম মৰম।

হেমাঙ্গলি। তোমাৰ পিতাৰে স্নেহ কৰা বাবে
লাগে যদি তোমাৰ মৰম,
হ'ব লাগে ঘৃণনীয় মোৰ,—
কাৰণ পিতাই তাক দেখিব নোৱাৰে।

চন্দ্ৰাৱলী। তাক মই অতি স্নেহ কৰোঁ,
সেইবাবে তুমিও কৰিবা তাক স্নেহ।
কোন সোঁৱা আহে এইপিনে?

[ বিশ্বপালৰ প্ৰবেশ ]

বিশ্বপাল। বুজিলোঁ তোমাৰ কথা,
যোৱা দেশ এৰি—
নোৱাৰা থাকিব আৰু,
নেথাকিবা মোৰ নগৰত।

চন্দ্ৰাৱলী। ময়েনে দদাইদেউ?

বিশ্বপাল। হয়, তুমিয়েই, ভতিজা-জীয়াৰী;
আজিৰ দিনৰপৰা সাদিনৰ ভিতৰত
নগৰৰ সীমা যদি নোহোৱা বাহিৰ
নিশ্চয় বুজিবা তুমি প্ৰাণ হেৰুৱাবা।

চন্দ্ৰাৱলী। পাবোনে জানিব মই কি দোষ কৰিলোঁ?
জ্ঞান-বুদ্ধি আছে এতিয়াও,

ভবা নাই কোনোদিনে
আপোনাৰ একো অমঙ্গল,—
এতেকে ৰাজন,
কি দোষৰ বাবে মোক দণ্ড বিধানিছে?

বিশ্বপাল। অবিশ্বাসী বিশ্বাসঘাতকী
সকলোৱে এইদৰে কয়।
মুখৰ নিচিনা মন হোৱা হ'লে
নাছিল সৰহ কথা আৰু;
তোক মই বিশ্বাস নকৰোঁ—
সেয়ে তোৰ বুজিবি যথেষ্ট দোষ।

চন্দ্ৰাৱলী। আপুনি বিশ্বাস নকৰিলে
কদাপি নহওঁ মই বিশ্বাসঘাতিনী।

বিশ্বাপাল। পিতা তোৰ ধৰ্মপাল—
দোষ তোৰ এয়ে গুৰুতৰ।

চন্দ্ৰাৱলী। ধৰ্মপাল পিতা মোৰ,
কাঢ়ি লৈ ৰাজত্ব বলেৰে
বনবাসী কৰিলে পিতাক;
বাপেকৰ ৰাজদ্ৰোহী গুণ
কদাপিও সন্তানৰ তেজত নেথাকে;
সেইবুলি কৰা নাই
ৰাজদ্ৰোহ মোৰ পিতৃদেৱে।
মহাৰাজ, দীনহীন দুখীয়া কাৰণে
মোৰ গাত দোষ নাৰোপিব।

হেমাঞ্জলি। পিতা, কওঁ কথা শুনক দাসীৰ।

বিশ্বপাল। আইদেউ, তোমাৰ বাবেহে
পুহিছিলোঁ ভিতৰতে সাপ।
নহ'লে সুখেৰে
তায়ো আজি বাপেকেৰে স'তে
থাকিলহেঁতেন কৰি বনতে বসতি।

হেমাঞ্জলি। কৰা নাই মই হ'লে একো অনুৰোধ ;
নিজৰ ইচ্ছাত
চন্দ্ৰাৱলী কুমাৰীক ৰাখিলে দেশত,
বাপেকক দিলে বনবাস।
এতিয়া ইমান দিন
একেলগে থাকি দুয়ো, একেলগে ফুৰি,
এখন্তেকো কাৰো পৰা কোনো
নেথাকি আঁতৰি,
টান হ'ল হৃদয়-বান্ধনি ;
বাইদেউ ৰাজদ্ৰোহী যদি
ময়ো অপৰাধী—
এখন্তেকো চন্দ্ৰাৱলী
নাই থকা মোক এৰি ক'তো অকলে।

বিশ্বপাল। নিতান্ত সৰলা তুমি
মানুহৰ চতুৰতা একোকে নুবুজা ;
সকলোৰে তাইহে মৰম পায়,
চতুৰ বুদ্ধিৰে
নিজে কাঢ়ি সুখ্যাতি তোমাৰ।
আঁতৰিলে তাই
যাব বাঢ়ি জেউতি তোমাৰ।
একোকে নক'বা তুমি,
অখণ্ড প্ৰতিজ্ঞা মোৰ—
চন্দ্ৰাৱলী হ'ল বনবাসী।

হেমাঞ্জলি। দিয়ক আদেশ—
যাওঁ ময়ো বনবাসল'কে—
নোৱাৰোঁ থাকিব অকলে।

বিশ্বপাল। নিতান্ত অবোধ তুমি।
( চন্দ্ৰাৱলীক ) সোনকালে যোৱা,
সময়ৰ অতিক্ৰম কৰি

থাকিলে ইয়াত বৈ
অনাহক প্ৰাণ হেৰুৱাবা ;
ৰজাৰ আদেশ নহ'ব খণ্ডন।
নতুন বিধান মতে
সোধ-পোছ একোকে নেলাগে,
যাকে তাকে পাৰোঁ মই
দেশৰ বাহিৰ কৰি দিব।

[ বিশ্বপালৰ প্ৰস্থান ]

হেমাঙ্গলি। কেনি যাবা কোৱাঁ বাইদেউ ?
সলাব খুজিলে পিতা
হোৱা তুমি হেমাঙ্গলি থাকা নগৰত,
হওঁ মই চন্দ্ৰাৱলী, থাটো বনবাস,—
তথাপিও নকৰা বেজাৰ বাইদেউ।

চন্দ্ৰাৱলী। হৃদয়ত লাগিছে বেজাৰ।
কেনেকৈ লুকাওঁ বাহিৰে ?

হেমাঙ্গলি। ময়ো হ'লোঁ বনবাসী ;
নকৰা বেজাৰ বাইদেউ।

চন্দ্ৰাৱলী। কিয় তুমি হোৱা বনবাসী ?
ৰজাৰ কুমাৰী তুমি
সুখে থাকা ৰাজপ্ৰাসাদত।

হেমাঙ্গলি। মোৰ দৰে তুমি মোক নকৰা মৰম ;
পিতাই বিচাৰি ল'ক,
ক'ত পায় নিজৰ সন্তান,
ময়ো যাম তোমাৰ লগতে ;
সুখ দুখ ভুগিম তোমাৰে,
নেৰোঁ কথা, নিশ্চয় জানিবা বাইদেউ।

চন্দ্ৰাৱলী। যাওঁ কেনি, দিব কোনে আমাক আশ্ৰয় ?

হেমাঙ্গলি। নন্দন বনত গৈ
ঠাই ল'ম ধৰ্মপাল ৰজাৰ কাষত।

চন্দ্ৰাৱলী। তিৰোতা মানুহ আমি
কিৰূপে ইমান বাট যাম?

হেমাঙ্গলি। ছাই-আলান্ধুৰে মুখ আৱৰণ কৰি
যাম আমি ভেশ কৰি কেৱে নিচিনিব।

চন্দ্ৰাৱলী। অলপ দীঘল মই, থাউকাল তুমি,
মই যদি মতা সাজ পিন্ধি
হওঁ মতা মানুহৰ দৰে,
সুধিলে কিৰাত বুলি কৈ
পাৰিম বাটেদি যাব, কেৱে নিচিনিব।

হেমাঙ্গলি। তেনেহ'লে হ'মময়ো কিৰাত কুমাৰী।
মাতিবা মেনকা বুলি মোক।

চন্দ্ৰাৱলী। মোক তুমি বুলিবা সুবাহু।
বাৰু, নোলাবনে ধনঞ্জয়ো আমাৰ লগতে।
ধনঞ্জয় থাকিলে লগত
পাহৰিম বাটৰ সকলো দুখ।

হেমাঙ্গলি। নিম তাক ছলাই-ভুলাই,
মই ক'লে ধনঞ্জয় অৰণ্যে ওলাব।
লওঁ আমি মণি-মুক্তা লগত যি পাৰোঁ,
সুবিধা সময় বুজি।
ওলাম ঘৰৰ পৰা,
কেনি গ'লোঁ তত্বকে নেপাব।

[ দুইৰো প্ৰস্থান ]

## দ্বিতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

নন্দন বন

[ ধৰ্মপাল, গদাপাণি আৰু দুজন লগৰীয়াৰ প্ৰবেশ ]

ধৰ্মপাল। থাকি থাকি অৰণ্যতে ভাল লগা হ'ল।
নাই দুখ শোক জৰা ব্যাধি
নাই খৰিয়াল,—বিপদ-কণিকা,
বনৰ মাজতো আমি
জীৱনৰ অমিয়া লভিছোঁ
বতাহত জাৰ লাগে, ৰ'দত উত্তাপ,
গম পাওঁ প্ৰত্যেক কথাতে
প্ৰকৃতিৰ প্ৰবল নিয়ম ;
নাই কেও অভিলাষ সিদ্ধিৰ কাৰণে
দিয়ে মোক উচটাই প্ৰকৃতি বাহিৰে।
বিষাল কুবৃতাকাৰ সাপৰ দৰে
আছে বিপদতো
জীৱনৰ অমিয়া মাণিক।
গছৰ পাতত আৰু জানৰ পানীতো
শুনো কথা—পাওঁ উপদেশ,
পৰ্বতেও কয় যেন
কিবা এটি গম্ভীৰ কাহিনী ;—
সকলোতে মধুময় সুখ
বৰষিছে অমৃত ধাৰেৰে।

গদাপাণি। মহাৰাজ, মহত্বৰ আদৰ্শ গুণেৰে
দুখৰ মাজতো থাকি সন্তোষ লভিছে।

ধৰ্মপাল। কৰিছোঁ মৃগয়া আমি নিশ্চিন্ত মনেৰে ;
নিতান্ত দুখৰ কথা—
অনৰ্থক জীৱজন্তু বধিছোঁ বনত ;

আমি আহি সিহঁতৰ সুখ-জীৱনত
অনাহক কৰিছোঁ ব্যাঘাত।

১ম লগৰীয়া। হয় মহাৰাজ,
পুৰন্দৰো সদায় ব্যাকুল ;
এনে কথা দেখি-শুনি কয় পুৰন্দৰে,—
আপুনিহে হেনো অন্যায় স্বৰূপে
অৰণ্যত ৰাজত্ব কৰিছে ;
নাই দোষ ভায়েকৰ,—ভালকৈ চালে
আপুনিহে ততোধিক দোষ আচৰিছে।

ধৰ্মপাল। কিয়, কেতিয়ানো
পুৰন্দৰে ক'লে এনে কথা ?

১ম লগৰীয়া। সেই সৰু নৈ খনিৰ পাৰত
পুৰণি আহঁত গছজোপা,—শিপাবোৰ
পৰিছে ওলমি গৈ নৈৰ পানীত,
তাৰ পাৰতে আহি আধামৰা কৰি
স্নগৰী হৰিণা এটা
এৰি গ'ল কোনোবা কিৰাতে,
তাকে দেখি পুৰন্দৰে চকুপানী টুকি
বহুমান কথা কৈ বহিল কাষতে ;
নৈৰ শীতল পানী আনি
হৰিণাৰ মূৰত ঢালিলে,
কিন্তু হায়, হৰিণাই চকু নেমেলিলে।
তাতে পুৰন্দৰে
এইবোৰ কথা কৈ থাকিল উচুপি।
আনিব নোৱাৰি মাতি, এৰি তাতে
গুচি আমি আহিলোঁ এনেতে ;
এতিয়ানো পুৰন্দৰে কি কৰিছে তাত
একো আমি ক'ব পৰা নাই।

ধৰ্মপাল। আহিলানে এৰি তোমালোকে
পুৰন্দৰে উচুপি থাকোতে?

২য় লগৰীয়া। হয় মহাৰাজ, হোৱা নাই বহু বেলি,
ইচ্ছা হ'লে পাৰে চায়ো আহিব এতিয়া।

ধৰ্মপাল। যাওঁ তেন্তে আনোগৈ তাক;
ইচ্ছাধীন আমি,
যেনি যাব খোজো যাওঁ তেনিয়েই
লগ-ভাগ নেলাগে সৰহ।

২য় লগৰীয়া। আহক ৰাজন,
এতিয়াই সেই ঠাই পামগৈ আমি।

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

### জনাৰ্দনৰ ঘৰ

[ পুষ্কৰ আৰু সুৰথীৰ প্ৰৱেশ ]

পুষ্কৰ। কোন তাত?

সুৰথী। পুষ্কৰ,—তুমি,
পিতাবাৰ প্ৰতিকৃতি পুষ্কৰ কুমাৰ,
কিয় তুমি হ'লা গুণশালী?
কিয় তুমি সকলোৰে হ'লা মৰমৰ,
কিয় শিষ্ট, শান্ত, বলধৰ তুমি?
পিঙ্গৰক যুঁজত জিনিলা
অমঙ্গল মিলিব তোমাৰ;
যেয়ে পিন্ধে অলঙ্কাৰ তাকে শোভা কৰে,
কিন্তু কণ্টক স্বৰূপে
খোজে খোজে বিপদ মিলায়;
তোমাৰ সকলো গুণ পবিত্ৰ যদিও
বিপদত শত্ৰুৰূপে হাত-ভৰি বান্ধি
দিছে আজি তোমাক পেলাই।

পুষ্কৰ। কি কোৱা সুৰথী ?

সুৰথী। আজন্ম দুখীয়া তুমি সুখ নেজানিলা ;
নোসোমাবা ঘৰৰ ভিতৰ।
তোমাৰ সুখ্যাতি শুনি
তোমাৰ প্ৰধান সহোদৰে,
নহয়,—তোমাৰ শত্ৰুৱে,—
ঘৰে স'তে জুই দি পুৰিব আজি.
নিশ্চিন্ত মনেৰে তুমি
যেতিয়া থাকিবা শুই ভিতৰ সোমাই ;
তাকো নোৱাৰিলে
অন্য উপায়েৰে বধিব তোমাক,
শুনিলোঁ লুকাই থাকি সকলো মন্ত্ৰণা,
এইটো নহয় ঘৰ,—তোমাৰ জ্বলন্ত চিতা,—
আঁতৰা ইয়াৰপৰা
নোসোমাবা কদাপি ভিতৰ।

পুষ্কৰ। ক'ত মই পাম ঠাই কোৱাঁ তেনেহ'লে।

সুৰথী। ঠাই তুমি পোৱা বা নোপোৱা,
কিন্তু নোসোমাবা ঘৰৰ ভিতৰ।

পুষ্কৰ। কি কোৱা সুৰথী,—মগনীয়া হৈ
ভিক্ষা কৰি জীৱন নিয়াম ?
নাই, দিয়ানে থাকিব মোক
সঙ্গ লৈ চোৰৰ লগত ?
কি কৰিম,—কিনো নকৰিম,
নোৱাৰোঁ কৰিব থিৰ।
একো ভয় নাই,
ঘাতকী ককায়ে মোক জুইৰে পোৰক
তথাপিও ভিতৰ সোমাম।

সুৰথী। কদাপিও এনে কাম নকৰিবা তুমি।
পিতাৰাৰ দাস হৈ বহু যতনেৰে

ঘটিলোঁ হেজাৰ টকা,
থৈছোঁ গোটাই তাকে,
ভাবিছিলোঁ,—বুঢ়া বয়সত
কৰিব নোৱৰা হ'লে
তাকে খাই জীৱন নিয়াম ;
লোৱা তুমি,—সেই ধন দান দিলোঁ আজি।
( ধন দি ) স্ৰজিছে পৰমেশ্বৰে ফৰিং যেতিয়া
দিব টোপ, কদাপি নমৰোঁ।
যাম ময়ো তোমাৰ লগতে।
যদিও দেখিছা বুঢ়া বয়সৰ বাবে,
তথাপি দেহত আছে যথেষ্ট শকতি ;
ভাং-কানি খোৱা নাই ডেকা বয়সত
ফুৰা নাই দুষ্টালি কামত
সেইবাবে আশী বছৰতো
আজি মই ডেকাৰ নিচিনা।
তোমাৰ লগত গৈ, বহু সময়ত
তুষিম তোমাক মই শক্তি অনুসৰি।
পুষ্কৰ। ভৃত্য তুমি !
কিন্তু হ'লে সত্যযুগ নহয় এতিয়া ;
উপযুক্ত নোহোৱা কদাপি তুমি—
এনেকুৱা পাপৰ দিনৰ ;
কোনো মতে কাল নিয়াবৰ বাবে,
নতু কোনো লাভৰ আশাৰে,
নাই লোৱা তুমি
স্বৰ্গগামী পিতাৰ আশ্ৰয়।
কৰ তুমি খুজিছা উভলা গছ,
কিন্তু, তোমাৰ দুখৰ আৰু যত্নৰ সমানে
তাত একো ফল নফলিব।
একো কথা নাই,—তোমাতে আশ্ৰয় কৰি

ক'ত পাৰোঁ লওঁগৈ
জীৱনৰ কিবা এটা উপায় বিচাৰি।

সুৰথী। আগবাঢ়া, যাম মই তোমাৰ পিচতে,
প্ৰাণ থাকেমানে
বিশ্বাসৰ হেৰ-ফেৰ এধানো নেপাবা।
ষোল বছৰত আহি বসতি ল'লোঁহি
আজি আশী বছৰত
সেই ঠাই যাওঁ এৰি থৈ;
বুঢ়া বয়সত নতুন আশাৰে
জীৱনৰ বিচাৰোঁ উপায়।
কাৰো ক'তো নেথাই একোকে ধাৰ
পাৰোঁ যদি মৰিম সুখেৰে
তাতকৈ মোৰ আৰু
নেথাকিব একোতে সন্তোষ।

[ দুইৰো প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

নন্দন বন

[ চন্দ্ৰাৱলী ( সুবাহু ), হেমাঙ্গলি ( মেনকা ) আৰু ধনঞ্জয়ৰ প্ৰবেশ ]

চন্দ্ৰাৱলী। লাগিছে ভাগৰ মোৰ।

ধনঞ্জয়। ভৰি যদি গৈ থাকে, লাগক ভাগৰ,
মই হ'লে কাণকে নকৰোঁ।

চন্দ্ৰাৱলী। আগবাঢ়া সাহেৰে মেনকা,
আমি মতা মানুহৰ দৰে
খোজ তুমি দিবা কেনেকৈ ?

হেমাঙ্গলি। নোৱাৰোঁ নোৱাৰোঁ যাব আৰু,
এখন্তেক জিৰোৱাঁ ইয়াতে।

ধনঞ্জয়। গুদা গাটো দাঙি নিব পাৰোঁ,

কিন্তু সৰহ কাপোৰ-কানি দেখি
নোৱাৰোঁ কৰিব হ'লে সাহ।

চন্দ্ৰাৱলী পালোঁহি নন্দন বন।

ধনঞ্জয়। ভাল মই অঁকৰা আছিলোঁ,
সুন্দৰ নগৰ এৰি
সোমালোঁহি হাবিৰ মাজত।

[ জয় আৰু বিজয়ৰ প্ৰবেশ ]

দুয়ো। গীত

আজি তোমাক কৰিম পূজা চকুৰ পানীৰে ;
হৃদয়-ফুলৰ প্ৰণয়-মালা পিন্ধাম ৰঙেৰে।
হিয়াৰ আশা দিম বলি,
দিম সুখত জলাঞ্জলি,
পুৰাবা জগতখনি মধুৰ হাঁহিৰে।
কোমল হিয়া সুখে থ'বা,
প্ৰণয়-ছবি হিয়াত ল'বা
আঁকি দিবা সুখৰ ছবি প্ৰেম-লেখনিৰে।

[ বিজয়ৰ প্ৰস্থান ]

চন্দ্ৰাৱলী। ক'ৰ পৰা এই দুটা আহি
গালে এটা বিষাদৰ সুৰ ?
গীতৰ সুৰত মোৰ
চকুপানী ওলাব খুজিছে।

ধনঞ্জয়। গীত শুনি কান্দোতে কান্দোতে
চকুৰ পানীৰে মই কাপোৰ তিয়ালোঁ।
পালোঁ মই হৃদয়ত ইমান আঘাত
মুখৰ কথাৰে মই নোৱাৰোঁ বুজাব।

চন্দ্ৰাৱলী। ক'লি কথা জ্ঞানীৰ নিচিনা !
কিন্তু হ'লে নিজে তই একো বুজা নাই।

ধনঞ্জয় কথাত নেথালি উজুটি অকণো ;
কথা হ'লে মই একোকে নুবুজোঁ।

হেমাঞ্জলি। সোধোঁচোন সিহঁতক,—সোণৰ সলনি
দিব নে অলপ মোক
কিবাকিবি খাবৰ কাৰণে ?
যায় প্ৰাণ ভোক-পিয়াহত
লৰচৰ নোৱাৰোঁ কৰিব।

ধনঞ্জয়। হেৰা মিতা।

চন্দ্ৰাৱলী। নেমাতিবি সেইদৰে,—
অচিনাকি সিহঁত আমাৰ।

জয়। কোনে মাতে ?

ধনঞ্জয়। তইঁতৰ আচল গৰাকীজনে।

জয়। অৱশ্যে,—নহ'লে তেওঁ
হীন হ'ব সকলোতকৈ।

চন্দ্ৰাৱলী। বাৰু শুনা মোৰ কথা,—
ধন দিলে, নতু আলহী পৰিলে
ক'ৰবাত খাবলৈ পাম নে ইয়াত
এই কুমলীয়া ছোৱালীটি
ভোকত বিহ্বল ; খোজ কাঢ়ি কাঢ়ি
ক্লান্ত হৈ ইয়াতে পৰিল।

জয়। নিমাখিত প্ৰাণী মই,—
তলতীয়া লোকৰ চাকৰ।
গৰাকী খঙাল অতি,
সজ বাট নেদেখে চকুৰে।—
অতিথিক অভ্যৰ্থনা কৰা
নাই দেখা মোৰ জনমত।
তদুপৰি গৰাকীৰ ধনৰ দেনত
ঘৰ-বাৰী সকলো বেচিব লগা হ'ল।

ধৰি-মেলি আনক লগতে মোৰ
যিবা পাৰোঁ দিম সাদৰেৰে।

চন্দ্ৰাৱলী। কোনে কিনি ল'ব ঘৰ-বাৰী?

জয়। মোৰ লগে লগে অহা সেইটো মানুহে
কিনি ল'ব খুজিছে সকলো।

চন্দ্ৰাৱলী। পাৰা যদি তুমিয়েই কিনি লোৱাচোন;
দিম আমি ধন-বিত যিমান লাগিব।

হেমাঙ্গলি। মেহনত কৰা বাবে ল'বা তুমি
যিহকে বিচাৰা; আমিও থাকিম তাতে,
ঠাইখনি লাগিছে আমাৰ বৰ ভাল।

জয়। পালে এনেকুৱা অনুগ্ৰহ
প্ৰভুভক্ত ৰূপে
সেৱিম আপোনাসকলক;
যাওঁ আমি,—আহক এতিয়া।

[ সকলোৰে প্ৰস্থান

## চতুৰ্থ গৰ্ভাঙ্ক

হাবিৰ বাট

[ সুৰথী আৰু পুষ্কৰৰ প্ৰবেশ ]

সুৰথী। নোৱাৰোঁ নোৱাৰোঁ যাব আৰু
পৰিলোঁ বাটতে।
অনাহাৰ,—ভোকত ইয়াতে আজি
প্ৰাণো হেৰুৱালোঁ।
দিবা তুমি মাটি এচপৰা
নিদিবা শগুনে খাব;
আহিলোঁ, বিদায় আৰু—থাকিবা পুষ্কৰ।

পুষ্কৰ। কি কৰা সুৰথী,
থাকাঁ তুমি থন্তেক থিৰেৰে,
এথন্তেক নেৰিবা জীৱন।

এই অৰণ্য মাজত যিহকেবা পাওঁ,
পাৰিলে আনিম তুমি খাবৰ কাৰণে,
নোৱাৰিলে হিংস্ৰক জন্তুৰ
হ'ম মই নিজেই আহাৰ।
নিদিবা যমক তুমি ওচৰ চাপিব
এখন্তেক থোৱা নিলগতে,
তুৰন্তে আহিম মই
পাৰিলে আনিম কিবা
নোৱাৰিলে একেবাৰে দিমহি বিদায়।
কিন্তু মই উলটি অহাৰ
আগেয়ে জীৱন এৰি
নকৰিবা মোক তুমি মিছা উপহাস।
দেখিছোঁ সতেজ,
বল আছে,—ভয় নকৰিবা।
পৰি আছে চেঁচা বতাহত
আহাঁ, নিওঁ দাঙি
থওঁ আনি গছৰ আঁৰত। [ দাঙি আনে ]
কিবা যদি আছে অৰণ্যত
কদাপিও ভোকত নমৰা,
ধৈৰ্য্য ধৰি থাকিবা সুৰথী।

[ পুষ্কৰৰ প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

### অৰণ্য

[ ধৰ্মপাল, গদাপাণি আৰু নগৰীয়াসকলৰ প্ৰৱেশ ]

ধৰ্মপাল। গ'ল কেনি পুৰন্দৰ,
ইমান পৰতো আহি নোলাল ইয়াত ?
১ম নগৰীয়া। ক'ৰবাত গান এটা শুনি
পুৰন্দৰ বঙত বিভোল হৈ আছে।

ধৰ্মপাল। গান শুনি পায় নে আনন্দ পুৰন্দৰে?

২য় লগৰীয়া। সোঁৱা তেওঁ এইপিনে আহিছে আপুনি।

[ পুৰন্দৰৰ প্ৰবেশ ]

ধৰ্মপাল। আনি ফল-মূল আগত সজাই লৈ
তোমাল'কে আছোঁ বাট চাই।

পুৰন্দৰ। মহাৰাজ! লগ পালোঁ হাবিৰ মাজত
ক'ৰবাৰ বহুৱালি গোৱা
অধামূৰ্খ বিদূষক এটা,—
নাম সুধিলত ক'লে,—'ধনঞ্জয়' বুলি ;
তাৰে কথা শুনি থাকোঁতে থাকোঁতে
বেলি হ'ল,—দোষ নধৰিব।

ধৰ্মপাল। কেনেকুৱা বিদূষক লগ পাইছিলা?
কিনো কথা শুনি থাকোঁতে তোমাৰ
বিস্মৰণ হ'ল থাবল'কো?

পুৰন্দৰ। নহয় ৰাজন,
যেনেকুৱা কথা কৈছিলে
তাক এৰি নোৱাৰিলোঁ বেগেতে আহিব
মূৰ দাঙি ওপৰৰ পিনে
ক'লে প্ৰথমতে,—
'এতিয়া দুপৰ বেলি হ'ল,
অলপ আগতে হৈছিল এপৰ মাথোন,
আৰু থন্তেক পিচতে হ'ব
তিনি পৰ আজিৰ দিনৰ
এইদৰে লগে লগে সময়ৰ
জীৱনৰো ক্ষয় পাই যায়,—
তথাপি মানুহে ভাবে
আছে মৃত্যু বহুত দূৰত।'

ধৰ্মপাল। ক'লে দেখোঁ যথাৰ্থতে জ্ঞানৰ কথাকে।

পুৰন্দৰ। মোৰো হ'লে মহাৰাজ, মন যায়
তাৰ দৰে বহুৰূপী কৰি ফুৰিবৰে।
বহুৰূপী যাকে তাকে গালি দিব পাৰে,
গালি খায়ো জ্ঞানীজনে আওকাণ কৰি
দেখুৱায় গম নোপোৱাৰ দৰে।

ধৰ্মপাল। একো কথা নাই, ফুৰিবা বহুৰা গাই,
হ'বা তুমি বনৰ ৰজাৰ
বিদূষক ৰঙৰ সহায়।

পুৰন্দৰ। মহাৰাজে পাতিলে বহুৰা মোক
নেভাবিব জ্ঞানী বুলি এতিয়াৰ দৰে:
মাননীয় বুলি মই
সমাজত ব্যাখ্যা নকৰিব।
তেনেহ'লে হৈ ময়ো বিদূষক
পাৰিম আনন্দ মনে ফুৰিব বনত।

গদাপাণি। আহে সোৰা কোন এইপিনে?

[ তৰোৱাল লৈ পুষ্কৰৰ প্ৰবেশ ]

পুষ্কৰ। শুনালোঁ হুকুম,—
কোনেও নেখাবি একো।

গদাপাণি। কিয়, খোৱা নাই আমি
একোকে এতিয়াল'কে?

পুষ্কৰ। নেখাবি, নহয়মানে—
সমাপন মোৰ আৱশ্যক।

পুৰন্দৰ। ওলাল ইয়াত
ক'ৰ পৰা আহি এনে অসভ্য মানুহ?

ধৰ্মপাল। পৰি বিপদত,—
লভি নতু অসভ্যৰ মাজত জনম
কৰিছাহি এনেকুৱা কটু ব্যৱহাৰ?

পুষ্কৰ। হয়, বিপদতে পৰি মই
হ'ব লগা হৈছোঁ কঠুৱা,

কিন্তু জানো কেনে মাৰ্জিত সমাজ।
শুনিবি হুকুম,—
হাত দিলে খাদ্য-সামগ্ৰীত
খণ্ড খণ্ড কৰি মই কাটিম ইয়াৰে।

ধৰ্মপাল। কি লাগে তোমাক
কোৱা তুমি ভাল মানুহৰ দৰে;
ভদ্ৰ কথা ক'লে,
বলেৰে নোৱৰা কামো পাৰিবা কৰিব।

পুষ্কৰ। যায় প্ৰাণ আহাৰ নেপাই,
খোৱা বস্তু দিব লাগে মোক।

ধৰ্মপাল। একো কথা নাই,
বহি যোৱা আমাৰ লগতে;
ফল-মূল সামান্য বস্তুৰে
যথাশক্তি শুশ্ৰূষা কৰিম।

পুষ্কৰ। কোৱা দেখোঁ সাধুৰ নিচিনা কথা!
ক্ষমা কৰা,—ভাবিছিলোঁ অসভ্য দেশত
নাই ক'তো ঠাই সভ্যতাৰ;
যদি দেখিছা সুখৰ দিন
শুনিছা কোমল কথা,
সভ্যতাৰে মাৰ্জিত দেশত
যদি ধৰ্মৰ ভাবেৰে
দেখিছা হোমৰ ধোঁৱা,—
পাইছা ধূপৰ গোন্ধ,
বুজিব পাৰিবা তেন্তে দুখ বোলে কাক।
হাতেৰে নোৱৰা কামো
কথাৰে পাৰিম মই সাধন কৰিব,
সেইবাবে তৰোৱাল সামৰিলোঁ মই।

ধৰ্মপাল। বুজিছোঁ বিপদ বোলে কাক;
থাকি থাকি বিপদতে

বিপদেই ভাল লগা হৈছে আমাৰো।
অতিথিক, ক্ষুধাৰ্ত্তজনক
অভ্যৰ্থনা কৰা ফল কেনে
তাকো আমি জানো।
ক্ষুদ্ৰ ফল-মূল উপহাৰ
থোৱা বহি আমাৰ লগতে।

পুষ্কৰ। আহিছিলোঁ, বিচাৰি নিবৰ বাবে টোপ
পোৱালিক থৈ নিলগতে,—
আছে বুঢ়া এটি, মোৰ মৰমত
সুখৰ সংসাৰ এৰি বনবাসী হৈ
ক্লান্ত হৈ পৰিছে বাটতে আহি,
যায় প্ৰাণ খাবলৈ একোকে নেপাই;
আনোমানে তাক মাতি
কৰিবনে থন্তেক অপেক্ষা?

ধৰ্ম্মপাল। যোৱা তুমি তাকো আনাগৈ,
থাকিম ইয়াতে আমি একোকে নেখাওঁ।

পুষ্কৰ। ধন্য হোৱা তুমি
আশীৰ্বাদ জানিবা আমাৰ।

[ পুষ্কৰৰ প্ৰস্থান ]

ধৰ্ম্মপাল। চোৱাঁ, নহওঁ কেৱল আমি দুখীয়া ধৰাত;
আছে এই বিশ্ব-ভাৱনাত
বহুত দুখীয়া ভাৱৰীয়া।

পুৰন্দৰ। ঠিক কথা ক'লে মহাৰাজে,
অনিত্য সংসাৰখনি ভাৱনাৰ দৰে।
সাত বেলি দিওঁ দেখা আমি
সাতোটা মুখাৰে স'তে নতুন ভেশেৰে।
প্ৰথমতে চালুকীয়া ল'ৰা
মাকৰ কোলাত উঠি থকা;

দ্বিতীয়ত শিক্ষালাভ গুৰুৰ ঘৰত
তৃতীয়ত নতুন প্ৰেমিক
সাংসাৰিক সুখত বিভোল ;
চতুৰ্থত জীৱন যুঁজৰ
প্ৰধান যুঁজাৰু,—
অৰ্থ সম্পত্তিৰ আকাঙ্ক্ষা মনত,
লোভ মোহ ধৰ্মাধৰ্ম বশ সকলোৰে ;
পঞ্চমত আদহীয়া, গহীন প্ৰকৃতি,
মেল মধি ভাঙি ফুৰে লোকৰ বিবাদ ;
ষষ্ঠত লাখুটি লোৱা
খোজে প্ৰতি থৰকবৰক দেহ
মাতিব খুজিলে মাতো সুফুটে মুখত ;
শেহত নতুন বাল্যকাল,
দাঁত নাই, মাত নাই,
যেনি নিয়ে সেই পিনে যায়,—
যৱনিকা পৰে ততালিকে।

[ সুৰথী আৰু পুষ্কৰৰ প্ৰবেশ ]

ধৰ্মপাল। বহঁা, বাট চাই বৈ আছোঁ আমি।

পুষ্কৰ। ধন্যবাদ দিছোঁ মই দুইৰো সলনি।

সুৰথী। নোলায় মুখৰ মাত
নোৱাৰোঁ একোকে ক'ব।

ধৰ্মপাল। খাই বৈ ক্লান্তি দূৰ হ'লে শৰীৰৰ
সুধিম সকলো কথা,
পৰিচয় জানিম তোমাৰ।
গদাপাণি, নতুন ভাবৰ
গান এটি শুনোৱা আমাক।

গদাপাণি। গীত

কোনে কয় জীৱন গ'লে
মৰণ কাৰো ভাল নেলাগে,—

জীৱন মৰণ দুয়ো সমান
দুখে সুখে তাৰ ভাগে ভাগে।
যেয়ে শুনে সেয়ে বোলে—
প্ৰাণ বিহনে স্বৰগ ভোগে,
আঁহা আমি সকলোৱে
কওঁ বিধাতাক মৰণ লাগে।

ধৰ্মপাল। এৰা, দেখিছোঁ তোমাক মই
বীৰভদ্ৰ মন্ত্ৰীৰ নিচিনা,
তেওঁৰে মধ্যম পুত্ৰ তুমি;
আছিল স্নেহৰ পাত্ৰ তেওঁ।
আঁহা, বহাত সোমাই
সোধোঁগৈ সকলো কথাৰ বিৱৰণ;
বুঢ়া, তুমিও লগতে আঁহা,
লোৰাঁ ধৰি, যাব নোৱাৰিলে।

[ সকলোৰে প্ৰস্থান ]

# তৃতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

ৰাজপ্ৰাসাদ

[ বিশ্বপাল আৰু জনাৰ্দনৰ প্ৰবেশ ]

বিশ্বপাল। নাই দেখা তেতিয়াৰে পৰা ?
অসম্ভৱ—মিছা কথা!
স্বভাৱতে মই দয়ালু নোহোৱা হ'লে
আগত থাকোঁতে তই
নিৰ্বিচাৰেঁ৷ পলোৱা মানুহ ;
সাৰিলোঁহেঁতেন
কাৰোবাৰ হোৰ আজি কাৰোবাৰ গাত!
জানিবি—আজিৰ পৰা
সাদিনৰ ভিতৰত,
দুলিয়ালে তোৰ ভায়েৰক,
হেৰুৱাবি সকলো সম্পত্তি তোৰ ;
য'তে আছে ত'ৰে পৰা আনিবি বিচাৰি,
তাকে যদি নোৱাৰ কৰিব
থাকিবৰ ঠাই তই নেপাবি দেশত।

জনাৰ্দন। মহাৰাজে নিজে জানে
মই তাক পাওঁ নে নেপাওঁ ভাল ;
মোৰ জীৱনত তাক
নেচালোঁ এদিনো ভাই বুলি।

বিশ্বপাল। পৰম পাষণ্ড তই,
কোনে পাৰ লৈ যাহি
ইয়াক টেঁটুত ধৰি ;
যতমানে ধন-বস্তু আছে
কাঢ়ি ল'বি সকলোকে ;

দিবি খেদি দেশৰ বাহিৰ কৰি,
ততালিকে পালিবি আদেশ মোৰ!
নতুন বিধান মতে
মন গ'লে কাঢ়ি লব পাৰ
যাৰে তাৰে ধন।

[ দুইৰো প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

অৰণ্য

[ পুষ্কৰৰ প্ৰবেশ ]

পুষ্কৰ। ( কাগজ পঢ়ি )
ইয়াতে ওলমি থকা প্ৰণয় কাহিনী,
চাই থক জোনবায়ে ওপৰৰ পৰা;
দেখিব হিয়াৰ ফুল যায় কেনি কেনি
বুজিব—হৃদয় মোৰ প্ৰণয়েৰে ভৰা।
পুণ্যৱতী চন্দ্ৰাৱতী গছৰ ছালত
লেখিম তোমাৰ গুণ মৰম লেখিম,
লেখিম তোমাৰ নাম কবিতা সুৰত,
য'তে চকু পৰে ত'তে তোমাক দেখিম;
সুন্দৰ লাৱণ্যময়ী তোমাৰ গঠন,
কোৱা দেবী, কাৰ তুমি হৃদয়ৰ ধন?

[ পুষ্কৰৰ প্ৰস্থান আৰু জয় আৰু ধনঞ্জয়ৰ প্ৰবেশ ]

জয়। কেনেকুৱা পাইছা ইয়াত ধনঞ্জয়
লাগিছেনে ভাল এই কিৰাত জীৱন?
ধনঞ্জয়। নিৰ্জন কাননে ভাল লাগে মোৰ,
কিন্তু নগৰ নোহোৱা বাবে
নেলাগে সিমান ভাল;
নাই একো ৰাগ-জাল ভাল সেইবাবে,
কিন্তু ৰং-ধেমালিৰ হ'লে নিচেই তাকৰ।

বুজিলিনে মোৰ কথা,—
খোৱাৰ বাহিৰে জাননে সৰহ কিবা ?

জয়। জানো বুলি নিচেই তাকৰ
জানো,—জুয়ে পোৰে,
নিপোটল গৰু হয় ভাল ঘাঁহনিত,
হয় নিশা সূৰ্য্য নথকাৰ বাবে।

ধনঞ্জয়। ভাল কথা একোকে নেজান ;
দেখিছ নে কেতিয়াবা ৰজাৰ নগৰ ?

জয়। নাই দেখা, কিন্তু হ'লে
দেখিছোঁ বহুত হাবি।

ধনঞ্জয়। তেনেহ'লে নৰক ভুগিবি।

জয়। নোভোগো নৰক।

ধনঞ্জয়। নিশ্চয় ভূগিবি।

জয়। নগৰ নেদেখা বাবে, কিয় ?

ধনঞ্জয়। নাই দেখা নগৰ যেতিয়া
নাই দেখা ভাল মানুহৰ
তই ভাল ব্যৱহাৰ,—
নাই শিকা ভাল কথা একো ;
নাই শিকা ভাল কথা যদি
বেয়া কথাকেহে তই সদায় শিকিছ ;
বেয়া কথা শিকিলি যেতিয়া
পাপত পৰিছ,
সেইবাবে নৰক ভূগিবি।

জয়। সৰ্বনাশ এইদৰে হ'লে—
সকলো অসাৰ।
নহয় তোমাৰ কথা, নোভোগো নৰক
কৰা নাই কাৰো অপকাৰ
কি কাৰণে নৰক ভূগিম ?

ধনঞ্জন। আহিছে সুবাহু
নতুন গৰাকী এই পিনে।

[ চন্দ্ৰাৱলীৰ প্ৰবেশ ]

চন্দ্ৰাৱলী। ( কাগজ পঢ়ি )
উদয় গিৰিৰপৰা অস্ত গিৰিল'কে
চন্দ্ৰাৱলী একেটি ৰতন,
সুগন্ধ বায়ূত বয় চন্দ্ৰাৱলী নাম
সুবাসিত অতি মনোৰম;
নেথাকিব আন একো মোৰ হৃদয়ত
চন্দ্ৰাৱলী থাকোঁতে মনত।

ধনঞ্জয়। ক'ত পালে আইদেউ,—
এ নহয়—নতুন গৰাকী,
এনেকুৱা সুন্দৰ কবিতা
ক'ত পালে নতুন গৰাকী?

চন্দ্ৰাৱলী। আছিল গছৰ গাতে, তাতে পালোঁ মই।

ধনঞ্জয়। গছতো কবিতা ফুল ফুলে?

চন্দ্ৰাৱলী। আহিছে ভনীটি মোৰ।
ৰ'বিচোন, নকৰিবি ধেমালি এতিয়া।

[ হেমাঙ্গলিৰ প্ৰবেশ ]

হেমাঙ্গলি। ( কাগজ পঢ়ি )
কোনে কয় হাবিয়নি নিমাত নিটাল,
নাই ক'তো জীৱনৰ গীত,
প্ৰত্যেক গছকে মই গীতৰ উঁৱাল
কৰিম,—সকলো হ'ব ভীত।
চন্দ্ৰাৱলী জনমৰ নতুন কাহিনী
সকলোকে শুনাম বনত,
কিৰূপে জন্মোতে তেওঁ হ'ল দৈৱবাণী
গাম মই কোমল সুৰত।

তিলোত্তমা অনুৰূপ যাৰ উতপতি
অলকাৰ গুণেৰে ভূষিত।
আদৰ্শ স্ৰজন যাৰ আদৰ্শ প্ৰকৃতি—
শুনিলোঁ সকলো আচৰিত!

চন্দ্ৰাৱলী। আৰু আছে যদি শুনোৱা কবিতা
মধুময় অমৃত সুৰেৰে।

ধনঞ্জয় সংসাৰ ভৰিল কবিতাৰে,
এই অৰণ্য মাজত
ইমান কবিতা আনি
ক'ৰ পৰা কোনে উলিয়ালে।
অৰণ্যত নকৰে নে কথা ব্যৱহাৰ
কবিতাকে কয় মুখে মুখে?

হেমাঞ্জলি। অলপ আঁতৰা ধনঞ্জয়,
যক জয়ো তোমাৰ লগতে।

ধনঞ্জয়। আহাঁ, আমি ভালে ভালে
এনেয়ে আঁতৰো সোনকালে।

[ জয় আৰু ধনঞ্জয়ৰ প্ৰস্থান ]

হেমাঞ্জলি। জানিছানে বাইদেউ,
এনেকুৱা কবিতাৰে
গোটেই অৰণ্যখনি পৰিপূৰ্ণ হ'ল।

চন্দ্ৰাৱলী। মাজে মাজে দেখিছোঁ গছত
সুন্দৰ কবিতা, কিন্তু ঠায়ে ঠায়ে হ'লে
দুটি এটি আখৰ পৰিছে।

হেমাঞ্জলি তোমাৰ নামেই দেখোঁ আছে সকলোতে;
জানানে লেখিছে কোনে?

চন্দ্ৰাৱলী। কোনোবা মানুহে।

হেমাঞ্জলি। শোভিছে ডিঙিত যাৰ
তুমি দিয়া চন্দ্ৰহাৰডালি।

চন্দ্ৰাৱলী। কোন তেওঁ,—কোৱাচোন বাৰু।

হেমাঙ্গলি। নাই বুজা তুমি?
দেখোঁতে উঠিছে তেজ তোমাৰ গালত।
চন্দ্ৰাৱলী। হয়, একো বুজা নাই।
হেমাঙ্গলি। অসম্ভৱ!
চন্দ্ৰাৱলী। কোন বাক, কোৱাঁ সঁচাকৈয়ে।
হেমাঙ্গলি। আচৰিত কথা,
একোকে সুবুজা হ'লা তুমি বাইদেউ!
চন্দ্ৰাৱলী। নকৰিবা মিছাৰ ধেমালি,
কোৱাঁ মোক, কোন তেওঁ দেখিলানে তুমি?
হেমাঙ্গলি। দেখিলো, পুৰুষ।
চন্দ্ৰাৱলী। পুৰুষ?—উপহাস নকৰিবা মোৰে।
হেমাঙ্গলি। নাই কৰা উপহাস, যথাৰ্থ পুৰুষ!
চন্দ্ৰাৱলী। কি কৰিম বুধি পোৱা নাই;
আছোঁ মই পুৰুষ বেশত,
কি বুলিব দেখিলে পুৰুষে মোক!
ক'ত আছে তেওঁ, কি কৰিছে?
কেনেকৈনো দেখা পালা তুমি?
কিবা কথা পাতিছিলা জানো?
মোৰ কথা সুধিছিলে জানো?—
কোৱা মোক একেটি কথাতে।
হেমাঙ্গলি। মই জানো কুম্ভকৰ্ণ বীৰ,
ডাঙৰ মুখেৰে
এনেকুৱা সবহ প্ৰশ্নৰ
পাৰোঁ দিব একেবাৰ কথাতে উত্তৰ।
চন্দ্ৰাৱলী। জানিছেনে বাৰু তেওঁ
আছো বুলি ময়ো এই নন্দন বনতে?
হেমাঙ্গলি। কাৰনো মনৰ কথা কোনে ক'ব পাৰে?
শুনা বাৰু কওঁ ভাঙি-পাতি।
চন্দ্ৰাৱলী। কোৱা,—কাণ পাতি আছোঁ।

হেমাঙ্গলি। ৰ'বা,—আহিছে পুষ্কৰ।
চন্দ্ৰাৱলী। থাকোঁ আমি অলপ আঁতৰি।

[ পুষ্কৰ আৰু পুৰন্দৰৰ প্ৰবেশ ]

পুৰন্দৰ। ভাল হ'ল লগ পালোঁ বাটতে তোমাক;
সেই বুলি অকলশৰীয়া হোৱা হ'লে
ভালহে আছিল আৰু মোৰ।
পুষ্কৰ। মোৰো সেয়ে, তেও বুলি তোমাক পোৱাত
নাই মোৰ একো অসন্তোষ।
পুৰন্দৰ। সদায় চিনাকি হৈয়ে থকা
মই হ'লে নেদেখোঁ সকাম।
পুষ্কৰ। তোমাৰ নিচিনা মানুহেৰে
অচিনাকি হৈ থকা ভাল শতগুণে।
পুৰন্দৰ। গছবোৰ কাটি-কুটি
নষ্ট কৰা নিতান্ত অন্যায়,
নেলেখিবা ঠেও লগা সুবুজা কবিতা।
পুষ্কৰ। মন গ'লে লেখিম কবিতা,
নপঢ়িবা বেয়া পোৱা যদি।
পুৰন্দৰ। চন্দ্ৰাৱলী নাম শুনি
ভাল লাগে তোমাৰ মাথোন,
মোৰ হ'লে খং উঠি আহে।
পুষ্কৰ। জনমোতে চন্দ্ৰাৱলী
নাম দিলে যেতিয়া বাপেকে
সন্তোষ নেপাবা বুলি তুমি
সপোনতো নেভাবিলে তেওঁ।
পুৰন্দৰ। ওখ হ'ল কিমান তোমাৰ চন্দ্ৰাৱলী?
পুষ্কৰ। হিয়াৰ সমান মোৰ।
পুৰন্দৰ। তোমাৰ লগত মোৰ ভাল লগা নাই,
দিছা মাথোঁ অপমান কথাই কথাই।

পুষ্কৰ। বেয়া যদি লাগিছে তোমাৰ, যাব পাৰা,
মই হ'লে ধৰি ৰখা নাই।

পুৰন্দৰ। বেচ কথা,—আহিলোঁ এতিয়া।

পুষ্কৰ। বেচ কথা,—যোৱাগৈ এতিয়া।

[ পুৰন্দৰৰ প্ৰস্থান ]

চন্দ্ৰাৱলী। কোন তুমি সুন্দৰ যুবক,
পৰিচয় পামনে তোমাৰ ?

পুষ্কৰ। কি বুলিনো দিম পৰিচয়,
চিৰদিন দুখকে ভূগিলোঁ
সুখ নেজানিলোঁ,
পৰিচয় এয়ে মোৰ,—
পৃথিৱীত মোৰ দৰে
নাই কোনো দুখীয়া মানুহ।

চন্দ্ৰাৱলী। ইয়াৰ বাহিৰে আৰু
নাই নে ৱিশেষ পৰিচয় ?

পুষ্কৰ। থাকিলেও নাই প্ৰয়োজন।
কোন তুমি মিষ্টভাষী অৰণ্যনিবাসী,
ক'ত তুমি শিকিলা মধুৰ কথা এনে ?

চন্দ্ৰাৱলী। জন্ম মোৰ কিৰাত কুলত,
পিতৃ মোৰ আছিল ৰজাৰ লগৰীয়া,
তেওঁৰে কাষতে থাকি
শিকিলোঁ বহুত কথা ;
বাস মোৰ এই অৰণ্যতে।

পুষ্কৰ। নেদেখোঁ তোমাক কিন্তু কিৰাতৰ দৰে ;
নাই মোৰ বন্ধু কোনো এই অৰণ্যত,
গ'লে কেতিয়াবা পামনে তোমাক লগ ?
নোযোৱা দুপুৰা কাল
দিবানে নিয়াব তুমি সজ আলাপেৰে ?

চন্দ্ৰাৱলী। ময়ো অতি অকলশৰীয়া ;

মই আৰু মোৰ এই কোমল ভনীটি
দুয়ো আমি একেলগে থাকোঁ।
যোৱা যদি কেতিয়াবা
দুখীয়াৰ দুখীয়া পঁজালে'
কৰা যদি পৱিত্ৰ চৰণ দান,—
ভাগ্যৱন্ত বুলি মই ভাবিম নিজকে।

পুষ্কৰ
ব'লা তেন্তে দেখুৱাচোঁ কেনি থাকা তুমি।
বিশেষ এতিয়াল'কে
ক'তো মোৰ নাই থকা ঠাই ;
কিবা এটি ভাল মোৰ
লাগিছে তোমাক দেখি,—
কি নাম তোমাৰ ?

চন্দ্ৰাৱলী
সুবাহু বুলিলে মোক চিনে সকলোৱে,
ভনীটিক মেনকা বুলিবা।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

এজোপা গছৰ তল

[ ধনঞ্জয় আৰু বহুলীৰ প্ৰবেশ, পিচত পুৰন্দৰ ]

ধনঞ্জয়। আহাঁ বহুলী, তোমাৰ গৰুকেইটা ময়েই আনিম, তুমি দুখ পাবা। মই বাৰু বেয়া মানুহ নে ?

বহুলী। মই জানো তোমাক বেয়া বুলিছোঁ ?

ধনঞ্জয়। গৰুৰ আগত টোকাৰী বায়, কাণ-মূৰ জোকাৰি ঘাঁহ খায় ; —বোলো মই ভাল মানুহ নহওঁ জানো ?

পুৰন্দৰ। ( নতুনকৈ ) জ্ঞানৰ প্ৰতাপ চোৱাঁ, কেনে ধুনীয়া যোজনা দিছে।

ধনঞ্জয়। অবুজনক বুজুৱাও যেনে, ঢেকুৱা ঠাবি সিজিবাও তেনে ; বোলো মোৰ কথাকে যদি নুবুজা, তেনেহ'লেনো আমি দুয়ো কেনেকৈ একেলগে থাকিম ? হায়, হায়, মোৰ ঈশ্বৰে তোমাক আৰু অলপ বুজন কৰা হ'লে !

বহুলী। কেলেই, মই জানো এতিয়া বুজন নহওঁ?

ধনঞ্জয়। দেখোতে হ'লে বুজন, কিন্তু কথাত বুজন নোহোৱা; অলপ আৰু পৈণত হ'ব লাগিছিল।

পুৰন্দৰ। ( মুণ্ডনাকৈ ) জধামূৰ্খ!

বহুলী। পিচে আমাৰনো বিয়াৰ দিন হৈছে কাহানিকৈ?

ধনঞ্জয়। একো ঠিক হোৱা নাই, সনাতন পণ্ডিত এতিয়াই আহিব, চাই-চিতি দিবহি।

পুৰন্দৰ। বাৰু, পণ্ডিতেনো আহি কি কয় শুনিয়েই যাওঁ।

ধনঞ্জয়। প্ৰথমতে বিদ্যা উপাৰ্জন,—সেই দফা আমাৰ হ'লেই। দ্বিতীয়ত ধন আৰ্জন,— ধন মোক নেলাগেই। তৃতীয়ত তোমাক লাভ কৰা হৈছে— অৰ্থাৎ ক'বলৈকে লাজ লাগে,— গৃহবাস। তুমি মোৰ ধৰ্মপত্নী হ'বা। সুখে দুখে জীৱনে মৰণে তুমিও মোক বঞ্চনা নকৰিবা, ময়ো নকৰোঁ। সপত্নীকং ধৰ্মমাচৰেৎ অৰ্থাৎ আমি দুয়ো অধৰ্মত ভৰিকে দিব নেপায়।

বহুলী। ইমানবোৰ কথা শুনি মোৰ গাত পিৰপিৰনি উঠিছে আৰু জিভাত চূণে ডকাৰ দৰে ডাকিছে। অধৰ্মনো কিহক বুলিছা?

ধনঞ্জয়। অৰ্থাৎ অধৰ্ম হৈছে সংযম আৰু সংযম হৈছে আমাৰ অবয়ব; এতিয়া বুজিলা নহয়?

বহুলী। বুজিলোঁ। সৌ গৰাকীনো কোন আহিছে?

ধনঞ্জয়। আমাৰ সনাতন পণ্ডিত।

[ সনাতনৰ প্ৰবেশ ]

ধনঞ্জয়। দেউ, সেৱা কৰিছোঁ; হেৰ চুৱাখাতী, সেৱা কৰ।

সনাতন। কন্যা এৱেঁই হ'বলা?

ধনঞ্জয়। কন্যা বুলিব নোৱাৰি, বুঢ়ীয়েই হ'ল।

সনাতন। হওঁতে জোৰা-সম্প্ৰদা আহিছে, অৰি-বড়াইক। পিছে বৰ দোষ, কাল দোষ আৰু দৈব দোষ,— এতেকে ভাল এসেৰমান গাখীৰ ওলোৱা জীৱতী গৰু এজনী দানং দদ্যাৎ অৰ্থাৎ মোক দিব লাগিব।

বহুলী। দেউ, আমাৰহে ভাল হ'ব লাগিছে, গৰু এজনী একো বস্তু নহয়।

সনাতন। পিচে কন্যাদাতা হয় কোন? দান দিব লাগিব নহয়?

ধনঞ্জয়। মই দান নলওঁ, আপুনিহে দান লয়।

সনাতন। কন্যাদাতা নহ'লে বিয়াই নহয়।

পুৰন্দৰ। (আগবাঢ়ি) মই দিম, মই দিম, একো কথা নাই।

ধনঞ্জয়। ভাল বহালোঁ বাপেকে; হয় ডাঙৰীয়া, এই আপোনাক কি বোলে বোলক। সিবেলিৰেপৰা আজিহে লগ পাইছোঁ। (বহুলীক) হেৰ' ভিনীহিয়েৰক চিনি পাইছনে?

বহুলী। মোৰ ভিনীহিয়েই নাই।

ধনঞ্জয়। চুৱাখাতী বোল কি হয় এটা; ভিনীহি বুলিলে জানো থয় যাবি?

পুৰন্দৰ। তোমাৰ নিচিনা ভাল মানুহ এজনৰ বিয়া এই অজগৰলটোৰ হতুৱাই কেলেই কৰোৱা? ভাল চাই উদাসীন বামুণ এজনৰ হতুৱাই বিয়াখন পাতা। মিছাকৈ লেপ-ধেপ কৰাই নথ'বা।

ধনঞ্জয়। এৰা, এওঁক আকৌ গৰু এজনী লাগে! মোৰো আকৌ হোম পোৰা বিয়াখন পাতিবৰ মন নাই, চকলং এখন কৰি থ'ব পাৰিলেই হয়।

পুৰন্দৰ। শুচি আহাঁ, এইডাল একো পণ্ডিত নহয়।

ধনঞ্জয়। বহুলী, আহাঁ যাওঁগৈ। দেউ, নমস্কাৰ, যাবগৈ আকৌ, আপোনাৰ লগত আমাৰ একো সকাম নাই।

[ধনঞ্জয়, বহুলী আৰু পুৰন্দৰৰ প্ৰস্থান]

সনাতন। এনেকৈ ভাল মানুহক মস্কৰা কৰে? কতা তহঁত হতশ্ৰী হ'বি। সোনকালে মাত মুমাব, বৰ পুতেৰৰ মূৰ খাবি। ঘৰত জুই লাগিব, শেষত গাত পোক দি মৰিবি। আৰু বংশও লোপ হ'ব। তহঁতৰ নিচিনা এজাক বান্দৰে জানো মোক বামুণ ভাণ্ডিব পাৰিবি?

[সনাতনৰ প্ৰস্থান]

## চতুৰ্থ গৰ্ভাঙ্ক

কুটিৰ

[ চন্দ্ৰাৱলী আৰু হেমাঙ্গলিৰ প্ৰবেশ ]

চন্দ্ৰাৱলী। থাকি থাকি কেতিয়াবা মোৰ
কান্দিবৰ মন যায় কিয় ?

হেমাঙ্গলি। তোমাৰ কোমল অন্তৰত
কিবাকিবি দুখৰ কথাই
থাকে খেলি সকলো পৰতে ;
সেইবাবে ভিতৰৰ ভাববোৰ
চকুৰেদি জৰি জৰি
পানী হৈ পৰে বাহিৰত।

চন্দ্ৰাৱলী। অৰণ্যত থাকি বহু দিন,
বহু দিন নগৰ নেদেখি
মন মোৰ লাগিছে চঞ্চল।
পুৰুষক দেখিলো যিদিনা
অনুৰোধ শুনি আহিলোঁ এদিন,
কিন্তু নোৱাৰিলে মুখেৰে মাতিব।

হেমাঙ্গলি। ঠিক কথা গুলাল এতিয়া ;
সেইবাবে থাকি থাকি
মন যায় কান্দি পেলাবৰ।

চন্দ্ৰাৱলী। নহয় ভনীটি,
কৈছিল পুৰুষে সিদিনা
আকৌ আহিম বুলি আজি ;
অতপৰ হৈ গ'ল
তথাপিও নাহিল পুৰুষ।
সেইবাবে পৰিছে মনত মোৰ
পুৰুষৰ কথা।

হেমাঙ্গলি। সিদিনা আহোঁতে
নোৱাৰিলে আমি কোন
চিনকে ধৰিব।
চন্দ্ৰাৱলী। কৈছিলে,—মোৰ গাত দেখিছিলে হেনো,
আহ-যাহ কোনোবা চিনাকি মানুহৰ।
হেমাঙ্গলি। যিটো ভেশ ধৰিছোঁ ইয়াত
কোনে চিনে, কাৰ সাধ্য পায় পৰিচয়।
চন্দ্ৰাৱলী। পুষ্কৰে ল'লেহি ঠাই পিতাৰ লগত।
হেমাঙ্গলি। অত্যাচাৰ সহিব নোৱাৰি
অৰণ্যত ল'লেহি আশ্ৰয়;
পালে আহি ৰাম-ৰাজ্য
শান্তিময় বনৰ মাজত।
চন্দ্ৰাৱলী। সিদিনা পিতাই সুধিছিলে মোক,—
"কোন তুমি, কোন বংশজাত?"
ক'লোঁ মই,—"তোমাৰ নিচিনা
জন্ম মোৰ উত্তম কুলত"।
হাঁহিলে পিতাই
কিন্তু নোৱাৰিলে চিনকে ধৰিব।
হেমাঙ্গলী। আহাঁ আগবাঢ়ি যাওঁ,
আছে আজি পুষ্কৰতে ধাউতি তোমাৰ।
চন্দ্ৰাৱলী। ব'লা,—এই বাটে যাওঁ,
বৈ থাকি আমনি লাগিছে।

[ দুইযো প্ৰস্থান ]

## চতুৰ্থ অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

অৰণ্য

[ চন্দ্ৰাৱলী আৰু পুৰন্দৰৰ প্ৰবেশ ]

চন্দ্ৰাৱলী। কোৱাচোন পুৰন্দৰ,
লোকে কয়,—তুমি হেনো
সদায় বেজাৰ কৰি থাকা
কাক বোলে আনন্দ নেজানা?

পুৰন্দৰ। সঁচা কথা, আনন্দ নেলাগে মোৰ ভাল;
বেজাৰত থাকিলে সদায়
সংসাৰৰ দুখ শোক
নোৱাৰে পশিব আহি মোৰ অন্তৰত।
ভ্ৰমিলোঁ বহুত দেশ
মানুহৰ বহু ব্যৱহাৰ
দেখিছোঁ চকুৰে,
ক'তো মই আনন্দৰ
একোকে কাৰণ নেদেখিলোঁ।

চন্দ্ৰাৱলী। ভ্ৰমিছা বহুত দেশ।
তেনেহ'লে ঘৰ-বাৰী বেচিছা নিজৰ,
সেই ধন ভাঙি
চাইছা লোকৰ ঘৰ-বাৰী।
ফুৰি ফুৰি জ্ঞানৰ সলনি
গোটালা বেজাৰ হৃদয়ত।

**[ পুৰুৰৱ প্ৰবেশ ]**

**পুৰুৰ।** **কি কৰিছা ইয়াত সুবাহু?**

পুৰন্দৰ। কবিবৰ আহিল দেখোন,
কি উদ্দেশ্যে আহিল আপুনি ?
পুষ্কৰ। মন গ'লে কেতিয়াবা ফুৰোঁহি ইয়াত,
সুবাহুৰে কথা পাতি ভাল লাগে মোৰ।
চন্দ্ৰাৱলী। কিয়নো পুষ্কৰ তুমি নাহিলা সিদিনা ?
পুষ্কৰ। আহিছিলোঁ,—
কিন্তু বাটতে শুনিলোঁ আহি
মোৰ বাবে আগবাঢ়ি তুমি
গ'লা হেনো আন কোনো বাটে।
চন্দ্ৰাৱলী। হয়, সেইদিনা বাট চাই থাকি
আমনি লাগিল,
আগবাঢ়ি গ'লোঁ,—সন্দেহ কৰিলোঁ,
জানো কোনো বিপদ তোমাৰ।
পুষ্কৰ। হৃদয়ৰ প্ৰবল আবেগ
শান্ত হয় তোমাক পালেহি ;
ভাল লাগে তোমাৰ লগত,
কিন্তু হ'লে তুমি মোৰ একোকে নোহোৱা
চন্দ্ৰাৱলী। একোকে নহওঁ যদি
কিয় তুমি ভাল পোৱা
আহি মোৰ ওচৰ পালেহি ?
অৱশ্যে দুইৰো আছে
কিবা এটি নজনা সম্বন্ধ।
পুৰন্দৰ। চন্দ্ৰাৱলী বুলি তুমি
যাৰ কথা কৈছা সদায়
সেই চন্দ্ৰাৱলীনো তোমাৰ
যথাৰ্থতে হয়নে স্নেহৰ ?
পুষ্কৰ। ক'ব পাৰোঁ দৃঢ় কৰি
বিৰাজিছে চন্দ্ৰাৱলী মোৰ হৃদয়ত।
চন্দ্ৰাৱলী মোৰ হৃদয়ৰ ধন,

চন্দ্ৰাৱলী সুখৰ সপোন,
সুবাহুক দেখিলে মনত পৰে
চন্দ্ৰাৱলী-প্ৰতিকৃতি কল্পনা চকুত ।

চন্দ্ৰাৱলী । এনেকুৱা কথা শুনি বেয়া লাগে মোৰ,
যায় মন দুখ কৰিবৰে মোৰো
তোমাৰ দুখতে ।

পুষ্কৰ । নেলাগে দুখৰ কথা মনত পেলাব ;
আহাঁ যাওঁ, পামগৈ তোমাৰ কুটিৰ ।

চন্দ্ৰাৱলী । ৰৈ আছে ভনীটিও
আমাল'কে বাট চাই—ব'লা যাওঁ,
যাবানে লগত পুৰন্দৰ ?

পুৰন্দৰ । নেযাওঁ লগত ; যাম মই আনপিনে,
কেনি যাবা, যোৱা তোমালোক ।

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

হাবিৰ দাঁতি

[ কিৰাত-বালকসকলৰ প্ৰবেশ ]

গীত

ব'লা যাওঁ গধূলি হ'ল
যাওঁ ৰঙেৰে ঘৰৰ পিনে ।
আকাশে প্ৰেম ঢালিছে
মাৰিছে নিটাল জগতখনে ।
নাচিছে তৰা ওখ আকাশত
হাঁহিছে পদুম বিলৰ মাজত,
মলয় বায়ু হিয়াত লাগিছে
বলা গুচি যাওঁ ঘৰৰ পিনে ।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

হাবিৰ বাট

[ হেমাঙ্গলি আৰু চন্দ্ৰাৱলীৰ প্ৰবেশ ]

চন্দ্ৰাৱলী। কোৱা হেমাঙ্গলি, অতপৰ হ'ল
তথাপিও নাহিল পুষ্কৰ ?

হেমাঙ্গলি। হয়, বাইদেউ, নাহিল যেতিয়া,
ব'লা যাওঁ ফুৰোঁগৈ হাবিৰ মাজত,
বাটত থকাৰ একো নাই প্ৰয়োজন।

চন্দ্ৰাৱলী। আহিছে কোনোবা এটি
হ'ব পায় আহিছে পুষ্কৰ।

[ জনাৰ্দনৰ প্ৰবেশ ]

জনাৰ্দন। কেনি আছে, কোন বাটে গ'লে,—
নানাবিধ গছেৰে শোভিত
পাম এটি নতুন কুটিৰ ?

হেমাঙ্গলি। এই বাটে গৈ থাকা,
সোঁ-হাতে ঘূৰিলে বেগেতে
নৈৰ দাঁতিতে পাবাগৈ ;
কিন্তু হ'লে নাই কুটিৰত
জন-প্ৰাণী কোনো এটি এই সময়ত।

জনাৰ্দন। কোৱা দৰে হ'লে
এওঁলোক মিলিছে দুয়োটি,—
ল'ৰাটি সুন্দৰ, মুখৰ লাৱণী চাই
তিৰোতা মানুহ যেন দেখি ;
ছোৱালীটি ধাউকীয়া
ৰংটো ককায়েকৰ দৰে।
নোহোৱানে তোমালোক
সেই কুটিৰৰে অধিকাৰী ?

হেমাঙ্গিনি। সুধিছে যেতিয়া, হওঁ বুলি কওঁ যদি
নেভাবিব অহঙ্কাৰ বুলি।
জনাৰ্দন। তেনেহ'লে অৱশ্যে সুবাহু তুমি?
চন্দ্ৰাৱলী। হওঁ মই, আছেনে সম্বাদ কিবা?
জনাৰ্দন। আছে মোৰ ক'ব লগা বহুত সম্বাদ,
ক'ব পাৰোঁ, ভাবা যদি তুমি
পশুতো অধম বুলি মোক।
চন্দ্ৰাৱলী। কোৱা তুমি, উৎকণ্ঠিত নকৰা আমাক।
জনাৰ্দন। তোমালোক দুয়োটিৰ—
পৰিচিত পুষ্কৰপৰা—
দূতৰূপে দিছোঁ মই এই সমাচাৰ;—
সিদিনা ইয়াৰপৰা যাওঁতে বাটত
পুষ্কৰৰ চকুত পৰিল
এটি অতি ভীষণদৰ্শন,—
এজোপা ডাঙৰ,—কোটিকলীয়া যেন দেখা
সুবিস্তৃত আঁহত গছত
ঠালে-পাতে গগন ভেদিছে,
সেইজোপা গছৰ তলতে
আছিল টোপনি গৈ পথিক একজন
আছিল লগত এটি
তিৰবিৰ কৰা ভয়ঙ্কৰ ফেঁটী সাপ
ফেঁট তুলি মেৰ দি ডিঙিত;
পুষ্কৰক যোৱা দেখি
লুকাল বিষাল ফণী আঁহত গছতে;
আছিল সিফালে তাত সিংহিনী একনী
সাৰ পালে খাম বুলি সেই পথিককে,—
টোপনিত কোনো জন্তু সিংহই নেখায়
চাপি গৈ দেখিলে পুষ্কৰে,—সেইজন
পশুতো অধম জনাৰ্দন নিজ ককায়েক।

হেমাঙ্গলি। শুনিছোঁ পুষ্কৰে কোৱা,—
ককায়েকে হেনো নিদিলে ঘৰত ঠাই।

জনাৰ্দন। সঁচা কথা,—জানো মই
পুষ্কৰৰ ককায়েকে দয়া-মায়া এৰি
কৰিছিলে পশু-আচৰণ।

চন্দ্ৰাৱলী। বাৰু, কোৱাচোন কি কৰিলে পুষ্কৰে তেতিয়া?

জনাৰ্দন। নিজৰ ককায়েককো
সিংহৰ মুখত এৰি
গ'ল গুচি তেতিয়া পুষ্কৰ।
কিন্তু স্নেহৰ বলত
হিংসা ভাব অতিক্ৰম কৰি,
আকৌ উলটি আহি
সিংহিনীৰে যুদ্ধ কৰি
জয়লাভ কৰিলে পুষ্কৰে।
তেনেতে টোপনি মোৰ ভাঙিল হঠাতে
অনুতাপো উদিল হিয়াত।

হেমাঙ্গলি। তুমিয়েনে পুষ্কৰৰ নিজ ককায়েক?

চন্দ্ৰাৱলী। সিংহৰ মুখৰপৰা
ৰাখিলেনে তোমাক পুষ্কৰে?

হেমাঙ্গলি। তুমিয়েনে পুষ্কৰক বধিবৰ বাবে
কৰিছিলা অশেষ মন্ত্ৰণা?

জনাৰ্দন। ময়ে কৰিছিলোঁ, কিন্তু
এতিয়া নহওঁ হ'লে আগৰ নিচিনা।
পাপৰ উচিত দণ্ড পালোঁ
জীৱনত দেখিলোঁ নৰক,
জীৱনৰ যাতনা ভুগিলোঁ;
সেইবাৰে বিধাতাই সজ জ্ঞান দিলে,
পালোঁ মই সজ বিবেচনা।

পূৰ্ব হিংসা পৰিহৰি
পাৰিছোঁ বুজিব মই
আগেয়ে আছিলোঁ কেনে দুৰন্ত মানুহ।

চন্দ্ৰাৱলী। পিচে, শেষ কৰাঁ পুষ্কৰৰ কথা।

জনাৰ্দন। তাৰ পিচত দুয়ো
তিতি গলোঁ উভয়ৰ চকুৰ পানীৰে।
ক'লো মই, কেনেকৈ অৰণ্য সোমালোঁ,
বিশ্বপালে খেদি দিয়া বাবে
আপোনাৰ ঘৰ-বাৰী এৰি।
পুষ্কৰে লগত নিলে
চিনাকি কৰাই দিলে
ধৰ্মপাল আগৰ ৰজাৰে;
দুয়ো আমি মিল হ'লোঁ ৰজাৰ সাক্ষাতে।
পুষ্কৰে তেতিয়া মোক
দিলে ঠাই নিজ কুটিৰতে।
সিংহিনীৰে যুদ্ধ কৰা বাবে
পুষ্কৰৰ ঘা লাগিছিল
কিন্তু ততালিকে পানীৰে ধুৱাই
দৰবেৰে বান্ধি দিলোঁ মই।
সেইবাবে আহিব নোৱাৰি
তোমালোকে বাট চাই থাকা বুলি
দিলে মোক পঠিয়াই
মই আহি দিছোঁ সমাচাৰ।

হেমাঙ্গলি। গুলাব খুজিছে দেখোঁ
তোমাৰ চকুৰ পানী,
কিয় তুমি নিচেই পাতল বাইদেউ?

চন্দ্ৰাৱলী। একো হোৱা নাই;
এনেয়েহে ওলাব খুজিছে
পাতল চকুৰ পানী মোৰ।

জনাৰ্দন। নহয় এনেয়ে,
সঁচাকৈয়ে আহিছে ধাৰেৰে বৈ
চকুপানী তোমাৰ গালেদি।

হেমাঙ্গলি। ব'লা বাইদেউ,
যাওঁ ব'লা কুটিৰৰ পিনে।
কি নাম তোমাৰ, জানিব দিবানে মোক?

জনাৰ্দন। নাম মোৰ জনাৰ্দন।

হেমাঙ্গলি। গধূলি বেলিকা আহি
পাৰিবানে কৈ যাব
পুষ্কৰৰ সকলো বাতৰি?

জনাৰ্দন। অৱশ্যে পাৰিম।

হেমাঙ্গলি। নিজে আহি দেখা দি যাবাহি,
গধুলি বেলিকা সৌ
কুটিৰতে আমাক পাবাহি।
(মনে মনে) নাই দেখা এনেকুৱা সুন্দৰ পুৰুষ
সুন্দৰ লক্ষণ থকা, সৰ্ব গুণান্বিত
কোনোদিনে মোৰ জনমত।

জনাৰ্দন। ভাল কথা,—অৱশ্যে আহিম।

[ চন্দ্ৰাৱলী আৰু হেমাঙ্গলিৰ প্ৰস্থান ]

কিবা এটি হ'ল আজি মোৰ হৃদয়ত;
কিবা যেন নতুন ভাবেৰে
পূৰ্ণ হ'ল মোৰ হিয়াখনি।
কিহেনো হৃদয় ঢাকিলেহি
নাই হোৱা গম পাব পৰা।
হৃদয় পটত মোৰ
উদিছে মোহন ছবি এটি
নাই হোৱা পূৰ্ণ বিকশিত।

[ জনাৰ্দনৰ প্ৰস্থান ]

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

এটা কুটিৰ

[ ধনঞ্জয় আৰু বহুলীৰ প্ৰবেশ ]

ধনঞ্জয়। পিছে বহুলী, তোমাৰ গাত পিশাচ এটা লাগিছে গম পাইছা জানো ?

বহুলী। এনেবোৰ কথা ক'লে মোৰ বৰ ভয় লাগে ; পিশাচৰ কথা শুনিলে পেটতে হাত ভৰি লুকায়। আইয়ে ধুিডিডিত ভোগ দিয়াইছে ইমান দিন পৰচেষ্টা নোহোৱাকৈ থৈছে।

ধনঞ্জয়। তেনেকুৱা বিধৰ পিশাচ নহয় ; চোৰা সৌ গৰাকী আহিছে।

বহুলী। সেইটো বিজয়হে। সি হওঁতে মোক ধৰি নিম বুলি কৈছে ; কিন্তু তুমি পালে আকৌ টঙনিয়াই দিবা নহয়।

[ বিজয়ৰ প্ৰবেশ ]

বিজয়। বহুলী, অ' বহুলী।

বহুলী। ( থং কৰি ) কেলেই মোক ?

বিজয়। অ' আমাৰ ডাঙৰীয়াও দেখোন।

ধনঞ্জয়। হয়, আপোনাৰনো বয়স হৈছে কিমান ?

বিজয়। মুঠেই একুৰি পাঁচ।

ধনঞ্জয়। ভৰ যোৱান। ইপিনে ফাপৰেও ধৰিছে ; নাম বা কি ?

বিজয়। সেই, মানুহে বিজয় বুলি মাতে।

ধনঞ্জয়। বঢ়িয়া নাম ; ধন-সম্পত্তি কিমান ?

বিজয়। মোৰ প্ৰভুৰ অনুগ্ৰহত—অলপ-চলপ আছে সেই।

ধনঞ্জয়। কথা হ'লে আপুনি বেচকৈ ক'ব জানিছে। আপোনাৰ জ্ঞান কিমান ?

বিজয়। গিয়ান হলে এধানমান আছে।

ধনঞ্জয়। হা হা হা—অজ্ঞানীয়েহে নিজক জ্ঞানী বুলি ভাবে ; এই কথা

ঋষি-মুনিসকলে কৈ গৈছে। পিচে এই মানুহজনী নিবৰ মন কৰিছেনে কি।

বিজয়। এ, কোনে কৈছে?

ধনঞ্জয়। পঢ়া-শুনা কিমান?

বিজয়। মিছা ক'লে কি হ'ব, সেইপিনে হ'লে শূন্য।

ধনঞ্জয়। তেনেহ'লে মই শিকনি দিওঁ, লোৱা। এবাটি পানী অইন এটা বাটিলৈ বাকিলে ইটো শুদা হয় আৰু সিটো চপচপীয়া হয়। সংস্কৃত জনা পণ্ডিতসকলে কয় বোলে সঃ মানে সি; কিন্তু আতৈ তুমি হ'লে সেইটো সঃ নোহোৱা; কাৰণ সেইটো সি মইহে।

বিজয়। কোন সি ডাঙৰীয়া?

ধনঞ্জয়। সেই সি ডাঙৰীয়া, সি এইজনী মানুহ নিব। সেইবাবে ইমানতে আৰু এৰ অৰ্থাৎ তইঁতৰ চহা কথাত ক'বলৈ গ'লে আশা পৰিত্যাগ কৰ। তই ধ্বংস হ'বি অৰ্থাৎ তই বুজাকৈ ক'বলৈ হ'লে,—মৰিবি অৰ্থাৎ মই তোৰ বধক লম। তোক বিহ দিম আৰু থামতি দা লগাম। মোৰ তলা-নলা ধৰিবই নোৱাৰিবি। তোক বাৰে-বুৰি বুধি লগাই বধিম। এতিয়া ইয়াৰপৰা ভালে ভালে আঁতৰ হ।

বিজয়। বাৰু তেনেহলে।

ধনঞ্জয়। বোপা কুশল হক।

[ বিজয়ৰ প্ৰস্থান ]

বহুলী। তুমি বহুত কথা জানা দেও।

ধনঞ্জয়। এ, কি কৈছ, পিশাচ এইদৰে খেদিব নোৱাৰিলে নেযায় নহয়। মই তোক নিবলৈ বন্দবস্ত কৰি থৈছোঁ সি জানো ভু পোৱা নাই! এতিয়া ব'ল আমি সুবাহুৰ ওচৰলৈ যাওঁ।

[ দুইবো প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

অৰণ্য

[ জনাৰ্দনৰ প্ৰবেশ ]

জনাৰ্দন। মেনকা, মেনকা তুমি কিবাত কুমাৰী,
সৰলতা তোমাৰ ভূষণ।

তুমি মোৰ হৃদয়-ঈশ্বৰী,
তুমি মোৰ জীৱনত
আশাৰ পবিত্ৰ ছবি
লাগিছে অৰণ্যথনি অমৰাৱতী যেন।
ভাবিলে তোমাৰ কথা
পাহৰোঁ সকলো দুখ
মুকলি মুকলি যেন
লাগে মোৰ মনৰ মাজত,
পূণ্য ভাব ওলায় মনত।
আশাৰ কল্পনা তুমি,
তুমি মোৰ,ময়ো তোমাৰেই।
চাই থাকা যদি তুমি
পাৰোঁ মই পৰ্বত লঙ্ঘিব,
নেলাগে ভাগৰ মোৰ
পৰিশ্ৰম কৰিও মনত;
সুন্দৰী মেনকা, কৰিছা বিৰাজ তুমি
মোৰ এই হৃদয় মাজত।

[ পুষ্কৰৰ প্ৰৱেশ ]

পুষ্কৰ। দেখিছোঁ দাদাৰ যেন
কিবা এটি বিষাদৰ ভাব!

জনাৰ্দন। মোৰ আৰু ভাল লগা নাই,
যোৱা তুমি ভাই,
দেশত ৰজাক খুজি ঘৰ বাৰী লৈ
কৰাঁগৈ সুখেৰে বসতি।
থাকিম বনতে মই
মোৰ বাবে তুমি একো চিন্তা নকৰিবা।

পুষ্কৰ। কিয়, দুয়ো আমি থাকিম ইয়াতে,
দুৰন্ত ৰজাৰ দুৰন্ত দেশত
কদাপিও থাকিব নোৱাৰি;

অৰণ্যকে নগৰৰ দৰে
কৰি ল'ম সকলোৱে মিলি।

জনাৰ্দন। মাতিছিলে মোক আজি
ধৰ্মপাল ধাৰ্মিক ৰজাই,
যাওঁ মই, অলপ পিচতে আহি
পামহি তোমাক।

[ জনাৰ্দনৰ প্ৰস্থান ]

পুষ্কৰ। জ্যেষ্ঠ ভাই বলিয়াৰ দৰে
সুবাহুৰ ভনীয়েক মেনকাই আজি
নিলে হৰি তেওঁৰ পৰাণ।
আহিছে সুবাহু সৌৱা
দুয়ো আমি উপায় চিন্তিম।

[ চন্দ্ৰাৱলীৰ প্ৰবেশ ]

আহিলা সুবাহু আজি ঠিক সময়তে।

চন্দ্ৰাৱলী। সময়ৰ ব্যতিক্ৰম
মুখৰ কথাৰ লৰচৰ
কোনোদিনে কদাপি নকৰোঁ।

পুষ্কৰ। কথা এটি কওঁ
তুমি যদি ক'ব দিয়া মোক।

চন্দ্ৰাৱলী। কোৱা তুমি.
সদায় দেখিছা মোক তোমাৰ বাধিত,
যিহকে কৰিব লাগে
সাধ্যমতে তাকেই কৰিম।

পুষ্কৰ। তুমি মোক ভাল পোৱা বাবে
সেই কথা কওঁ বুলি
সাহ কৰি ভাবিছোঁ মনত।
বাৰু কোৱাচোন সুবাহু,
দিবানে তোমাৰ ভনীয়াক
বিয়া মোৰ জ্যেষ্ঠজনলৈ ?

চন্দ্ৰাৱলী। সদায় ভাবিছোঁ মই তাকেই মনত,
মাস্থি আছোঁ সন্তোষ চিতেৰে,
সেয়ে হ'লে, হ'ব লগা আৰু এটি
প্ৰণয় বান্ধনি দৃঢ়তৰ হ'ব।

পুষ্কৰ। মাস্থি যদি তুমি
তেনেহ'লে স্থিৰ কৰা যক
দুয়োটিৰে শুভ পৰিণয়।

চন্দ্ৰাৱলী। ভাবিছা লোকৰ কথা
নিজৰ নিমিত্তে হ'লে
নাই ভবা একোকে মনত ;
তোমাৰ প্ৰাণৰ ধন চন্দ্ৰাৱলী নামে
তোমাৰ তেওঁৰে স'তে
মিলনৰ একো ভবা নাই।

পুষ্কৰ। ভাল লাগে দেখি মোৰ লোকৰ সন্তোষ,
নিজৰ দূৰণি আশা বহু আঁতৰত।
সেই আশা সিদ্ধি হ'ব
ঈশ্বৰৰ এনে ইচ্ছা কদাপি নহয়।

চন্দ্ৰাৱলী। বাৰু, সিদ্ধি হয় যদি,
ওলায় তোমাৰ চন্দ্ৰাৱলী,
সন্তোষেৰে হ'বা জানো দুয়োটি মিলন ?

পুষ্কৰ। কদাপিও অসম্ভৱ সম্ভৱ নহয়।

চন্দ্ৰাৱলী। অহঙ্কাৰ কৰা নাই,
কিন্তু জনাওঁ তোমাক—
বহুত ডাঙৰ গুণ আছে মোৰ গাত ;
তোমাক বঞ্চনা কৰা
কদাপিও উদ্দেশ্য নহয় মোৰ।
আছিল দদাইদেউ এই অৰণ্যতে
কৰিছিল বশ পিশাচকো,
পুহিছিলে কৰ্ণ-পিশাচিনী,

পাৰিছিলে অসম্ভৱো সম্ভৱ কৰিব।
ল'লোঁ মই তেওঁৰ গুণৰ
সকলোৰে আওভাও, শিকিলোঁ সকলো।
যথাৰ্থতে চন্দ্ৰাৱলী
তোমাৰ হিয়াৰ যদি কোমল পুতলী,—
তেনেহ'লে কাইলৈ আনি
উলিয়াম তোমাৰ আগতে।
স্বচক্ষে দেখিবা তুমি
প্ৰকৃত মানুহ তেওঁ
নেথাকিব ভয়ৰ কাৰণ।
জানো মই ক'ত আছে তেওঁ
সেইবাবে নিশ্চয় পাৰিম
আনি দিব ঠিক সময়ত।

পুষ্কৰ। তুমি কোৱা বাবে মই কাণ পাতি আছোঁ,
কৈছানে বাৰু সঁচাকৈয়ে সকলো কথাকে ?

চন্দ্ৰাৱলী। তোমাৰ শপত খাই
ঠিক কথা কৈছোঁ জানিবা,—
নাই মোৰ তাতকৈ ডাঙৰ শপত।
পিন্ধি-উৰি আহিবা দুয়োটি
মেনকাক জনাৰ্দনে গ্ৰহণ কৰিব,
চন্দ্ৰাৱলী আহি
সন্তোষেৰে তোমাক বৰিব।
ধৰ্মপাল ৰজাৰ কাষত
উপস্থিত থাকিবা দুয়োটি
দিবা তুমি নিমন্ত্ৰণ বন্ধু-বান্ধৱক।
দুয়োটিৰে কাইল'কে
হৃদয়ৰ আবেগ গুচাম।

পুষ্কৰ। নোৱাৰোঁ, নেজানো কিনো
দিম মই তোমাক উত্তৰ। [ দুইবো প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

এখন পথাৰ

[ দুটা গৰখীয়া ল'ৰা আৰু ধনঞ্জয়ৰ প্ৰবেশ ]

গীত

মাৰিছে বিজুলী মেঘৰ সঁজুলি
গাজিছে দূৰৈ আকাশত।
নিশা নামিছে বেলি ডুবিছে
ভয় লাগিছে হৃদয়ত।
লোকালোক অন্ধকাৰ,
তমোময় পাৰাপাৰ,
বজ্ৰ পৰিছে ধৰা কঁপিছে
কাল উদিছে জগতত।

ধনঞ্জয়। গানটো শুনিবলৈ ভাল যদিও মোৰ কাণত টংটংহাই গৈছে।

২য় গৰখীয়া। তাল হ'লে ভগা নাই, আপুনিহে বেয়া শুনিছে।

ধনঞ্জয়। তইঁতৰ মাতটো বৰ হুটা, অলপ ভাল কৰইক।

২য় গৰখীয়া। অইনে শুনিলে হ'লে বৰ শলাগে।

ধনঞ্জয়। অইনৰ কথাই মোৰ কথাই নিমিলে।

১ম গৰখীয়া। ডাঙৰীয়া, আপোনাৰ জানো বিজয়ৰে চিনাকি আছে?

ধনঞ্জয়। চিনাকি থক বা নথক সেই কথা তইঁতে কেলেই সুধিবি?

২য় গৰখীয়া। এৰা ডাঙৰীয়া! সি আকৌ বৰ বেয়া কথাবোৰ উলিয়াইছে!

ধনঞ্জয়। কি উলিয়াইছে?

১ম গৰখীয়া। কোনোবা বহুলী বোলা, লোকে এৰা মানুহ এজনীক হেনো সি জোৰোণ পিন্ধাই থৈছিলে, আপুনি একেপালি আহদিতে মানুহজনী হাত কৰিলে।

ধনঞ্জয়। বোপাইঁহঁত, ভৰিত ধৰিছোঁ, সেই কথা আৰু ক'তো মুলিয়াবি।

২য় গৰখীয়া। আমাকো জানো আহদি এপালি দিব?

ধনঞ্জয়। কেলেই নিদিম বোপাইঁহঁত, আহইক দিওঁগৈ।

[ সকলোৰে প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

### ৰজাৰ কুটিৰ

[ ধৰ্মপাল, গদাপাণি, পুৰন্দৰ, পুষ্কৰ আৰু জনাৰ্দনৰ প্ৰৱেশ ]

ধৰ্মপাল। যথাৰ্থতে ভাবিছানে পুষ্কৰ,
সেই ল'ৰাটিয়ে
পাৰিবনে কোৱা দৰে
আচৰিত কাম দেখুৱাব ?

পুষ্কৰ। কেতিয়াবা পাৰে যেন ভাবোঁ ;
ঠিক একো নোৱাৰোঁ কৰিব।

ধৰ্মপাল। দেখিলেই সেই ল'ৰাটিক
সদায় মনত পৰে মোৰ
দুৰ্ভগীয়া চন্দ্ৰাৱলীলৈ।

পুষ্কৰ। যিদিনা প্ৰথমে দেখোঁ
ভাবিছিলোঁ ময়ো
আপোনাৰ জীয়েকৰে ককায়েক বুলি।
কিন্তু সি কিৰাত জনমত
অৰণ্যতে লালিত-পালিত
জানে আৰু ভৌতিক বিদ্যাও,
দদায়েকে শিকালে ঘৰতে।
যদিও অৰণ্যবাসী
কথা শুনি, ব্যৱহাৰ দেখি
ভ্ৰম হয়, নগৰীয়া বুলি।

জনাৰ্দন। ভনীয়েকো উপযোগ্য সভ্য সমাজৰ।
ভাই-ভনী দুয়ো আদৰ্শ সৰল
কিৰাতৰ কুমাৰ কুমাৰী।

ধৰ্মপাল। আচৰিত কথা আজি
দেখুৱাব খুজিছে আমাক,—
মেনকাক অৰ্পিব তোমাত।

চন্দ্ৰাৱলী মোৰ জীয়াৰীক
সমৰ্পণ কৰিবহি
পুষ্কৰৰ কোমল হাতত,
তাত মোৰ সন্তোষৰ স্বীকাৰ কৰালে।
হ'বনে, হ'বনে এনে আনন্দৰ দিন,—
যিদিনা দেখিম মই
চন্দ্ৰাৱলী পুষ্কৰৰ শুভ পৰিণয় ?

জনাৰ্দ্দন। আহিছে কোনোবা সোঁৱা এই পিনল'কে।

[ চন্দ্ৰাৱলী, হেমাঞ্জলি আৰু ধনঞ্জয়ৰ প্ৰবেশ ]

ধনঞ্জয়। শুনিব ৰাজন, অৱশ্যে চিনিছে মোক
পৰিচয় নাই প্ৰয়োজন ;
আপোনাৰ চিৰ ভৃত্য মই ধনঞ্জয়।
আছিলোঁ বনতে কিন্তু কোনোদিনে
আপোনাক দেখা দিয়া নাই ;
গুপ্তবাস কৰিছিলোঁ
গুপ্তবেশে বনৰ মাজত।
এওঁ চন্দ্ৰাৱলী
আপোনাৰ আপোন জীয়াৰী,
সুবাহু নামেৰে কিৰাত-কুমাৰ হৈ
আছিলে বনত, দেখিলে বহুত দিন,
কিন্তু নোৱাৰিলে এদিনো চিনিব।
এওঁৰ মেনকা নাম,
সুবাহুৰ ভনীয়েক,
কিন্তু যথাৰ্থতে হেমাঞ্জলি
বিশ্বপাল ৰজাৰ জীয়াৰী ;
এতিয়া তিনিও আমি প্ৰণাম কৰিছোঁ
আশীৰ্বাদ পাবৰ কাৰণে।
বিশ্বপাল ৰজাৰ প্ৰতাপ দেখি

নগৰত থাকিব নোৱাৰি
হেমাঙ্গলি, চন্দ্ৰাৱলী, আৰু মই
তিনিও আহিলোঁ গুচি,
আপোনাৰ আশ্ৰয়তে
গুপ্তবেশে বনত থাকিলোঁ,
সময়ত দিছোঁ পৰিচয়
যিবা ইচ্ছা আদেশ কৰক।

চন্দ্ৰাৱলী। (ৰজাক) আপোনাৰ চৰণত শৰণ মাগিছোঁ,
আপোনাৰ চিৰদাসী মই।
(পুষ্কৰক) আপোনাৰ চৰণতো শৰণ মাগিছোঁ,
আপোনাৰ চিৰদাসী মই।

ধৰ্মপাল। চকু যদি সঁচা হয়
তুমি মোৰ চন্দ্ৰাৱলী প্ৰাণৰ পুতলী!

পুষ্কৰ। চকু যদি সঁচা হয়
তুমি মোৰ চন্দ্ৰাৱলী প্ৰাণৰ পুতলী।

হেমাঙ্গলি। আপোনাৰ চৰণতে
অৰ্পিছোঁ নিজকে আজি ময়ো;
পিতৃত নেপালোঁ স্থান
সেইবাবে আপোনাকে পিতৃভাৱ কৰি
কৰিছোঁ অৰ্পণ নিজে নিজে।
(জনাৰ্দনক) আপোনাতো অৰ্পিলো নিজকে
স্থান দিব চিৰ-দুখুনীক।

ধৰ্মপাল। তুমি মোৰ অতি চেনেহৰ,—
তোমাৰ গুণত, আৰু
মোৰ প্ৰতি উদাৰ ভকতি দেখি
পূৰ্বস্নেহ দুগুণে বাঢ়িল।
মই অতি ভাগ্যৱন্ত
তুমি মোক পিতৃভাৱে আদৰ কৰিছা।

জনাৰ্দন। ময়ো অতি ভাগ্যৱন্ত
তুমি মোত নিজে নিজে
প্ৰাণ-মন অৰ্পণ কৰিছা।

[ দামোদৰৰ প্ৰবেশ ]

দামোদৰ। কওঁ কথা সকলোৱে শুনক সুখেৰে,—
নাম মোৰ দামোদৰ
কনিষ্ঠ কুমাৰ মই
বীৰভদ্ৰ প্ৰাচীন মন্ত্ৰীৰ।
দিনে দিনে ডাঙৰ বিষয়াবোৰ
বননৈ অহা দেখি
জৰ্জ্জৰিত হৈ বিশ্বপাল
নিজৰ জ্যেষ্ঠক বধিবৰ বাবে
সেনা লৈ পালে আহি মুখ অৰণ্যৰ ;
এজনা পুৰণি ঋষি লগ তাতে পালে
তেওঁৰে আলাপ কৰি
ভাতৃবধ কৰা ইচ্ছা সমূলি এৰিলে,
এৰিলে সংসাৰো।
এতিয়া বৈৰাগী তেওঁ
ৰাজ্যভাৰ সমৰ্পণ
কৰিছে দুনাই আপোনাক ;
সভ্যসকলকো দিছে
নিজ নিজ আগৰ বিষয়।

ধৰ্মপাল। সুখৰ বাতৰি তুমি
আনিছা সুখৰ দিনা,—
তোমাৰ দুয়োটি ককায়েৰে
সন্তোষ লভিছে পাই শুভ সমাচাৰ।
এজনে পুৰণি ঘৰ
পুৰণি সম্পত্তি পাব,

ইজনে কৰিব লাভ মোৰ ৰাজ্যখনি,—
চন্দ্ৰাৱলী একেটি কুমাৰী মোৰ।
কিন্তু সম্পত্তি পাহৰা সকলোৱে
নতুন সুখৰ সমাচাৰ ;
জীৱনৰ শুভকাম হ'লে সমাপন
মনত পৰিব দিবা নতুন সন্তোষ।

[ পুৰন্দৰৰ প্ৰস্থান আৰু প্ৰজাপতি আৰু অপ্সৰীসকলৰ প্ৰবেশ ]

( গীত )

নতুন সুখ প্ৰভাত উদয় হ'ব
লুকাব মনৰ নিৰানন্দ,
পূব আকাশৰ পিনে সুনিৰ্মল কিৰণে
. ঢালিব মলয়া, ব'ব মন্দ।
উজ্জ্বল ৰবিকৰ সুশোভন গগন
মোহন জেউতি বিতোপন,
ৰঙ্‌ মনেৰে আহি প্ৰেম-বাঁহী বাবহি
অলিয়ে বিলাব মকৰন্দ।

প্ৰজাপতি। আহিছোঁ আনন্দ দেখি,
স্বৰগতো আজি অতি আনন্দৰ দিন।
এই পুষ্পমালা দিছোঁ
চন্দ্ৰাৱলী পুষ্কৰৰ ডিঙিত পিন্ধাই,
এইধাৰি দিছোঁ
হেমাঙ্গলি জনাৰ্দন দুইৰো ডিঙিত।
অপূৰ্ব মিলন আজি, কৰোঁ আশীৰ্বাদ
হৰগৌৰী কৰক বসতি ;
গোৰা গোৰা অপ্সৰীসকল,
সুখৰ সঙ্গীত এটি
সুখময় আনন্দ দিনত।

( গীত )

চোৱাঁহি চোৱাঁহি          আজি যুগল তৰা
ইটিয়ে সিটিক ধৰি
আকাশ মুকলি কৰি
মধুৰ ভাবেৰে          আজি শোভিছে ধৰা
ফুলিছে কোমল ফুল,
ধৰণী গৈছে ভোল,—
কোমল কিৰণে          আজি জগত ভৰা।

**যৱনিকা পতন**

## ভাৱৰীয়াবিলাক

### মতা

| | |
|---|---|
| উদয়াদিত্য | অৱন্তীৰ ৰজা |
| বীৰসিংহ | পদ্মাৱতীৰ গিৰীয়েক |
| চক্ৰপাণি | ভানুমতীৰ বায়েকৰ পুতেক |
| ইন্দ্ৰৰথ | এজন বনবাসী ৰাজবিষয়া |
| ধৰ্মাদিত্য, চন্দ্ৰাদিত্য | উদয়াদিত্যৰ পুতেক |
| বিক্ৰমসেন | বীৰসিংহৰ বন্ধু |
| কল্যাণ | বিক্ৰমসেনৰ বন্ধু |
| কিঙ্কৰ | বীৰসিংহৰ ভৃত্য |
| মহীপাল | উজ্জয়িনীৰ সেনাপতি |

বৈদ্যৰাজ, ৰাজবিষয়সকল, সেনাসকল আৰু এটা দূত।

### তিৰোতা

| | |
|---|---|
| ভানুমতী | অৱন্তীৰ ৰাণী |
| পদ্মাৱতী | উদয়াদিত্যৰ জীয়েক |

এজনী সহচৰী, নৰ্তকীসকল আৰু বনদেৱীসকল

# প্ৰথম অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

অৱন্তী—ৰাজোদ্যান

[ নৰ্তকীসকলৰ প্ৰবেশ ]

নৰ্তকীসকল। গীত

কিয়নো, লতাডালি গছত আহি বগাই যায়,
পাকে পাকে গছৰ লগত লাহে লাহে মিলি যায় ?
কোনেও তাক নধৰে, কোনেও তাক নধৰে,
কেনেকৈ লতাই জানে কেনি গ'লে গছক পায় ?
কেনেকৈ গছৰ ঠালে নামি আহি আগবঢ়ায় ?
ধৰে দুয়ো একেটি জীৱন, বিপদ হ'লে দুইৰো পতন,
কেনেকৈ লতাৰ আগে গছৰ আগক চুমা খায় ?
কিয়নো গছেলতাই একেলগে মিলি যায় ?

[ নৰ্তকীসকলৰ প্ৰস্থান ]

[ দুজন ৰাজ-বিষয়াৰ প্ৰবেশ ]

১ম বিষয়া। যাকে পাবা লগ
কয় সেয়ে বেজাৰৰ কথা ;
হেৰাল ৰাজ্যৰ শান্তি,
বিষয়াসকলে দেখুৱায় মাথোঁ
বাহিৰেদি ভাল ভাব ৰজাৰ লগত।

২য় বিষয়া। শান্তিহীন হ'ল কিয়
শ্ৰীবিশাল অৱন্তী নগৰ।

১ম বিষয়া। পদ্মাৱতী ৰজাৰ জীয়াৰী
পিতৃ অবিহনে হ'ব ৰাজ্যৰ গৰাকী ;
ৰাণীয়ে ছলনা কৰি নিজ ভতিজাক,—
পণ্ডতো অধম সেই চক্ৰপাণি নামে
লৈ তাক তোলনীয়া কৰি
দিব খোজে ৰাজ্যখনি নিজৰ বংশক।

চক্ৰপাণি লোক আচৰিত,—
ইচ্ছা আছে কৰে বিয়া
পদ্মাৱতী কুমাৰীকো পালে।
শাস্ত্ৰৰ উচিত যুক্তি অতিক্ৰম কৰি
উচ্চবংশ ৰাজপদ পাই
ৰাণীয়ে অনাচাৰ অযুক্তি কামত
দিছে যুক্তি ভিতৰি ভিতৰি।
পদ্মাৱতী কোমল কুমাৰী
সৰলতা উদাৰ ভাৱৰ, উজ্জ্বল চানেকি,
মাহীয়েক ৰাণী ভানুমতী,
মুখত কোমল কথা,
কথাতে পমায় হিয়া
কিন্তু হ'লে ভিতৰত বিষৰ ভঁৰাল।

২য় বিষয়া। হ'ল শেষ সকলো কথাৰ,
পদ্মাৱতী হ'ল বিবাহিত
উপযুক্ত পাত্ৰৰ লগত।
বীৰসিংহ উপযুক্ত লোক,—
একেটি থোপাতে
দুটি ফুল ফুলাৰ নিচিনা
কুমাৰীৰ বাল্যসখা
পদ্মাৱতী বীৰসিংহ দুয়ো
ইচ্ছামতে আনন্দেৰে মিল হোৱা বাবে
কুটিল ৰাণীয়ে লগাই-ভগাই
দিয়ালে আদেশ,—'বনবাসী বীৰসিংহ,
কুমাৰীও কাৰাৰুদ্ধ থাকিব ঘৰত।'

২য় বিষয়া। সকলোৰে মূল চক্ৰপাণি,—
বৰ্ণালেও হেজাৰ আপচু কৰি
চক্ৰপাণি তলত থাকিব;

কিন্তু যতমানে ভাল কথা আছে
সকলোটি বৰ্ণালেও
বীৰসিংহ ৰ'ব ওপৰত,—
সংসাৰৰ প্ৰশস্ত জনৰো
কিবা এটি কম হ'ব
বীৰসিংহ বীৰেৰে বিজালে।

২য় বিষয়া। যুদ্ধ হয় অৱন্তীৰে
উজ্জয়িনী ৰজাৰ যেতিয়া,
তেতিয়া প্ৰতাপসিংহে,—
বীৰসিংহ বীৰৰ পিতাক,—
যুদ্ধ কৰি অসীম সাহেৰে
অৱন্তীৰ স্বাধীনতা ৰাখি
সিংহ খ্যাতি লভিলে ৰজাৰপৰা।
প্ৰতাপসিংহৰ আছিল তিনিটি ল'ৰা
সুদাম, কপালী আৰু বীৰসিংহ নামে।
সুদাম কপালী দুয়ো ৰণতে মৰিল,
তাতে মৰ্মান্তিক মনত বেজাৰ পাই
বীৰসিংহ কুমাৰক অৰ্পি নৃপতিত
সন্ন্যাসীৰ ধৰ্ম ললে প্ৰতাপসিংহই।
বীৰসিংহ ৰজাৰ লগত উঠা,—
উচ্চ আশা উচ্চ ভাব,
সৰ্ববিধ জ্ঞানৰ ভঁৰাল
সকলোৰে আদৰ্শৰ স্থল ;
বাল্যসখা,—সেইবাবে
কুমাৰীয়ে নিজকে অৰ্পণ কৰি
বীৰসিংহ বীৰৰ গুণৰ
যথোচিত আদৰ জনালে।

১ম বিষয়া। থকা হ'লে আজিও প্ৰতাপসিংহ
অৱন্তীৰ স্বাধীনতা নগ'লহেঁতেন,

নোৱাৰে ল'বহি দেশ
উজ্জয়িনী ৰজাই দুনাই।

২য় বিষয়া। ভাগ্যৱতী পদ্মাৱতী
পালে স্বামী বীৰসিংহ বীৰ;
মাতৃহীনা পদ্মাৱতী।
মাহীয়েক ভানুমতী,—বাহিৰত
কপট স্নেহেৰে দেখি হ'লে মাকৰ নিচিনা।
কিন্তু নকৰি অলপো তদাৰক
চন্দ্ৰাদিত্য, ধৰ্মাদিত্য
পদ্মাৱতী কুমাৰীৰ নিজ ভায়েকক
দুয়োটিক কোমল কালতে
নিয়ালে চোৰৰ হতুৱাই।
মিছা হ'ল ৰজাৰ সকলো যত্ন
ক'তো আৰু সন্ধানো নোলাল।

১ম বিষয়া। সেই দুখৰ কথাৰ আজি
একুৰি বছৰ হৈ গ'ল;
উজাৰিব নেলাগে পুৰণি কথা,
লাগে দুখ পৰিলে মনত।

২য় বিষয়া। চোৰাঁ সোৱা মহাৰাণী আহিছে কিয়বা।
ব'লা যাওঁ নেথাকো ইয়াত।

[ দুইবো প্ৰস্থান ]

[ ভানুমতী, বীৰসিংহ আৰু পদ্মাৱতীৰ প্ৰবেশ ]

ভানুমতী। সংসাৰত অইনবোৰ মাহীয়েক
যেনে খিয়লীয়া,—মোক আইদেউ,
নেদেখিছা ঠিক বিপৰীত?
যদিও আদেশ দিছে খড়ত ৰজাই
লাগে বুলি কাৰাৰুদ্ধ কৰিব তোমাক,
কিন্তু মই হ'লে
পালিম, পালিব লাগে ৰজাৰ আদেশ।

তুমিয়েই নিজৰ গৰাকী হ'বা,
কোনো বিষয়াই একোকে নকয়।
বঢ়াই-বুজাই যদি ৰজাক শঁতাব পাৰোঁ
বীৰসিংহ, তুমিও আহিবা দেশলৈ।
নকৰিবা অলপো বেজাৰ;
ৰজাৰ আদেশ পালোঁ, থিৰ হ'লে ৰজা
সকলো আগৰ দৰে হ'ব।

বীৰসিংহ। ৰাণীৰ আদেশ মতে দেশ এৰি যাম।

ভানুমতী। ৰজাৰ আদেশ উলঙ্ঘা কৰিলে
ডাঙৰ বিপদ হ'ব
সেই কথা দুয়োজনে জানা।
তোমালোক দুয়োজন
দেখাদেখি নহ'বৰ বাবে
প্ৰচণ্ড আদেশ দিছে যদিও ৰজাই
তথাপিও দুয়োটিক
ফুলনিতে এৰিলোঁ এতিয়া,—
নিজৰ মনৰ কথা কোৱাঁ,
কোৱাঁ,—ক'ব লগা বিদায় বচন
আঁতৰিলো; আহিম পিচতে।

[ ভানুমতীৰ প্ৰস্থান ]

পদ্মাৱতী। আচৰিত অনুগ্ৰহ
পালোঁ আজি ৰাণীৰ হাতত;
খোজে যদি মনত বেজাৰ দিব
সেই কথাবাৰি এনেদৰে ক'ব জানে
ভাবে লোকে ৰাণীক দয়ালু অতি বুলি,
কিন্তু যাক ক'ব তাৰ হ'লে হৃদয় বিদৰে।
হৃদয় ঈশ্বৰ, যদিও ৰজাই মোক
চাৰছি নিতৌ আহি খঙৰ চকুৰে,
পাহৰা দুখৰ কথা দিব সৌৰৱাই,

তথাপি থাকিম মই আনন্দ মনেৰে,
কাৰণ হিয়াত থাকিব চেনেহ আশা
তুমি হেন মহাৰত্ন দেখিম দুনাই।

বীৰসিংহ। গুলাব নিদিবা পানী তোমাৰ চকুত,
উজ্জয়িনী নগৰত
আছে বন্ধু বিক্ৰম নামেৰে
পিতাৰ দিনৰেপৰা আমাৰ চিনাকি,
থাকিম বুলিছোঁ তাতে
দিবা নিজ সমাচাৰ
শুনি মই পাহৰিম মনৰ বেজাৰ,
চন্দ্ৰ-সূৰ্য্য থাকেমানে
তুমি বিনে মোৰ এই হিয়াৰ ভিতৰ
আন কোনো সোমাব নোৱাৰে।

[ ভানুমতীৰ প্ৰবেশ ]

ভানুমতী। সোনকাল কৰা দুয়োজনে,
ৰজাই দেখিলে আহি
মোক হ'লে ভাল নুবুলিব।
( একলীয়াকৈ ) আহিছোঁ ৰজাক মাতি
এইপিনে ফুৰিবৰ বাবে,
ইহঁতক ইয়াতে পাবহি
দিব তাৰ উচিত বিধান।

[ ভানুমতীৰ প্ৰস্থান ]

বীৰসিংহ। এয়ে যদি জীৱনৰ শেহৰ বিদায়
নোৱাৰোঁ, নোৱাৰোঁ মই,
নোৱাৰোঁ এথোজো যাব আৰু।
হৃদয় ঈশ্বৰি! ৰজাৰ কুমাৰী তুমি
সয়ম্বৰ ক্ষত্ৰিয় নিয়ম,
কৰিলা বৰণ মোক,

বিপদ চপালা ;
আঁতৰো, আহিলোঁ দেৱী, বিদায় মাগিলোঁ।

পদ্মাৱতী। বৈ যোৱা অলপ সময় আৰু,
স্বৰ্গীয়া মাতৃয়ে মোক দিয়া মৰমত
মহামূল্য এই আঙঠিটি,
পিন্ধালোঁ তোমাক আজি ;
পদ্মাৱতী মৰিব যেতিয়া
সোলোকাই যি ইচ্ছা কৰিবা।

বীৰসিংহ। থাকিবা সুখেৰে ; তোমাৰ পৱিত্ৰ গুণ
হৃদয়ৰ সকলো মধুৰ ভাব মোৰে
সলনি কৰাৰ এই পালা প্ৰতিফল।

পদ্মাৱতী। দেৱতামণ্ডল, কোৱা দৈৱবাণী
এই জীৱনত আমি
দেখাদেখি হমনে আকৌ ?

[ উদয়াদিত্যৰ প্ৰবেশ ]

উদয়াদিত্য। আঁতৰ, আঁতৰ,
নেথাকিবি চকুৰ আগত ;
এই আদেশৰ যদি
কৰিবি অলপো লৰচৰ,
প্ৰতিফল পাবি ততালিকে।
উদয়ন পৱিত্ৰ কুলত মোৰ
পৱিত্ৰ তেজৰ এই কীট উপজিলি।

বীৰসিংহ। ৰাজেশ্বৰ, থাকিব সুখেৰে,
আহিলোঁ, এৰিলোঁ এই দেশ।

[ বীৰসিংহৰ প্ৰস্থান ]

পদ্মাৱতী। নহয় ইমান টান মৰণ-যন্ত্ৰণা।

উদয়াদিত্য। তই মোৰ অবাধ্য সন্তান,
মনত বিপদ জাপি
অকালতে কৰিলি জীৱন শেষ মোৰ।

চক্ৰপাণি আছিল ঘৰতে,
উচ্চবংশ ৰাণীৰ কুটুম
তাক এৰি ভিখাৰীক বৰণ কৰিলি ?
গৌৰৱমণ্ডিত এই ৰাজ আসনত
বহুৱালি তলৰ মানুহ।

পদ্মাৱতী। বীৰসিংহ তোমাৰ পালিত
চিনাকি আগৰে পৰা মোৰ ;
ভাল বাবে, ভাল বুলি জানি
বৰিলোঁ সভাত মই তোমাৰ সাক্ষাতে।

[ ভানুমতীৰ প্ৰবেশ ]

উদয়াদিত্য। ৰাণী, ইহঁতক কিয় আহি
পুনু তুমি লগ থাব দিলা ফুলনিত ?
লৈ যোৱাঁ, থোৱাঁগৈ কাৰাত সুমাই।

ভানুমতী। খং নকৰিব মহাৰাজ,
অখণ্ড আদেশ আমি অৱশ্যে পালিম।
কিন্তু অলপ সময় পালে
ভাবি ল'ম বহু অনুগ্ৰহ বুলি।

[ উদয়াদিত্যৰ প্ৰস্থান ]

পদ্মাৱতী। নমৰোঁ কদাপি মই
জীৱনৰ সুখ-দুখ লগে লগে যায় ;
দুখ অতিক্ৰম কৰি কোনোবা এদিন
সুখ-বন্তি হিয়াত জ্বলাম।

[ কিঙ্কৰৰ প্ৰবেশ ]

ভানুমতী। কি হ'ল কিঙ্কৰ ?

কিঙ্কৰ। চক্ৰপাণি, আপোনাৰ ভাগিনীয়েকে*
বীৰসিংহ বীৰক কাটিব খুজিছিল।

* মূল পাঠ : ভতিজাকে

ভানুমতী। অৱশ্যে নহ'ল একো ?

কিঙ্কৰ। নহ'ল বুলিও অলপতে সাৰিল মাথোন ;
যাব বুলি বীৰসিংহ, লৈ তৰোৱাল
চক্রপাণি আছিলেহি বৈ
ফুলনিৰ বাটৰ কাষতে ;
বীৰসিংহ প্রভু মোৰ হাঁহি গুচি গ'ল।

ভানুমতী। সন্তোষৰ কথা।

পদ্মাৱতী। বীৰসিংহ হ'ল বনবাসী,—
হোৱা নাই চক্রপাণি তাতো সন্তোষিত,
কাৰো ক'তো সুখ শান্তি নাইকিয়া হ'ল।
নগৈ লগত কিয় আহিলি কিঙ্কৰ ?

কিঙ্কৰ। আহিল প্রভুৰ কথা মতে,
নিদিলে লগত যাব,— ক'লে মোক
আপোনাক দিবলৈ কথাৰে প্রবোধ।

ভানুমতী। পাৰা তুমি কিঙ্কৰক বিশ্বাস কৰিব।

পদ্মাৱতী। বহুত দিনৰেপৰা সেই কথা জানো।
কিঙ্কৰ, চাই আহ কেনি যায় নাথ ;
মহাৰাণী আহক এতিয়া
দিয়ক সুমাই মোক কাৰাৰ ভিতৰ।

[ সকলোৰে প্রস্থান ]

[ চক্রপাণিৰ প্রবেশ ]

চক্রপাণি। পৃথিৱীৰ এয়েনে দস্তুৰ ?
ৰাণীৰ ভাগিন* মই,
সকলোৱে ভাল বোলে মোক,
তথাপিও পদ্মাৱতী কুমাৰীয়ে
বৰণ নকৰি মোক
অপমান দিলে সমাজত।

---

* মূল পাঠ : ভতিজা।

মোৰ সেই মনৰ আশাতে
ঘৰ এৰি ইয়াতে আছোঁহি,
কিন্তু, আশা মোৰ নহ'ল পূৰণ।
তথাপিও নেৰোঁ এই দেশ,
এইখনি ৰজাৰ ফুলনি
কৰিম ইয়াক মই নৰকৰ থলি।

[ চক্ৰপাণিৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

পদ্মাৱতীৰ ঘৰ

[ পদ্মাৱতী আৰু কিঙ্কৰৰ প্ৰৱেশ ]

পদ্মাৱতী। উঠোঁতে নাৱত নাথে শিপ্ৰাৰ ঘাটত
কিবা কথা ক'লেনে কিঙ্কৰ?
কি কথাটি কৈ গ'ল যাবৰ বেলিকা?

কিঙ্কৰ। ক'লে মাথোঁ আপোনাৰ নাম,
কিবা আৰু ক'ব খুজিছিলে—
নোৱাৰিলে, বেজাৰে ধৰিলে।

পদ্মাৱতী। নেদেখিলোঁ; নেদেখা নহয়মানে
আছিলোঁ থিয়েৰে চাই,
মোৰ পিনে চকু থৈ
দেখুৱালে অন্তৰত নেযাবৰ ভাব।

পদ্মাৱতী। শত্ৰুৱে নেদেখা তুমি
নোৱাৰানে কৰিব বীৰক?
অদৃশ্য ভাবেৰে যাতে
পাৰে তেওঁ লুকাই থাকিব,
নহ'লে শত্ৰুৰ চকু লগে লগে যাব।

কিঙ্কৰ। নাৱলৈ চাই থাকোঁতেই
লাহে লাহে নাওখনি সৰু হৈ গ'ল;

শেহত আকাশ আৰু পানীৰ মাজত
বীৰক বুকুতে লৈ
নাওখনি লুকাল, নেদেখা হ'ল আৰু
তেতিয়া গালত মোৰ
বাগৰি পৰিল দুধাৰি চকুৰ পানী।

পদ্মাৱতী। ক'ব লগা আছিল বহুত কথা মোৰ।
কেতিয়া মনৰ ভাব কেনেকুৱা হ'ব
ভাবিছিলোঁ যাবৰ বেলিকা
দিম আঁকি বীৰৰ হিয়াত;
অৱশ্যে আছিল কিবা
মোকো তেওঁ ক'ব লগা হৃদয়ৰ কথা।
নোৱাৰিলোঁ কপালত দিব এটি ফোঁট
বিদায়ৰ চকুৰ পানীৰে;
ৰাণীৰ কথাত চলা
নিদাৰুণ পিতা আহি দিলে আঁতৰাই।
এতিয়া কিঙ্কৰ গুচি যোৱাঁ তুমি;
এইবোৰ কথা পতা শুনিলে আমাৰ
আৰু দুখ বাঢ়িবহে মোৰ।

কিঙ্কৰ। যাওঁ বাৰু, নেথাকিব মনত বেজাৰ কৰি।

[ দুইবো প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### ৰাজ আলি

[ চক্ৰপাণি আৰু দুজন বিষয়াৰ প্ৰবেশ ]

চক্ৰপাণি। বাৰু তোমালোকে ভাবি চোৱাঁ, মোৰ জানো এইটো ভাগৰ অপমান হোৱা নাই?

১ম বিষয়া। এনেকৈ চাব লাগিলে, কেনেই হোৱা নাই ভাঙৰীয়া?

চক্ৰপাণি। অনেক পণ্ডিতক সোধা হ'ল। অনেক দেশ-বিদেশৰপৰা সন্মত অনোৱা হ'ল, আটায়ে অনুমতি কৰিছিল, পিচে জানো তাই মোক কাতিকৈ থৈ সেই মগনীয়াটোক বৰণ কৰিব পায়?

২য় বিষয়া। কেতিয়াও নেপায়।

চক্ৰপাণি। সেইবাবেহে ৰজাৰ ইমান খং উঠিছে। ৰজাৰ জানো খং উঠিবলগীয়া কথা নহয়?

১ম বিষয়া। পিচেনো সয়ম্বৰ পাতিছিল কেলেই?

চক্ৰপাণি। বাৰু, মানুহে হেনো কয়, মোৰ মাহী ৰাণী হোৱা বাবেহে এইখন লাগিছে; মাহীক ৰজাই বিয়া কৰোৱাৰ আগেয়েই মোক তোলনীয়াকৈ ল'ম বুলি ৰজাই কোৱা তোমালোকে শুনিছিলাই নহয়।

১ম বিষয়া। ক'তা? মনত নপৰে। তেতিয়া ৰজাৰ ল'ৰাহালো আছিলে নহয়!

২য় বিষয়া। কেলেই নপৰে মনত? হয়, ৰজাই কৈছিল, আমি শুনিছিলোঁ, তুমি পাহৰিছাহে।

চক্ৰপাণি। বাৰু, মানুহে এইবোৰ কথা শুনি কি বুলিছে, মোক জানো কিবা দোষ দিছে?

১ম বিষয়া। কোৱালোকে ক'ব নোৱাৰিছে. আমি কাৰ মুখত সোপা দিম?

২য় বিষয়া। কি মিছা কথাবোৰ কোৱাহে? কাৰো মুখত সোপা দিব নেলাগে ডাঙৰীয়া, আটায়ে আপোনাকেহে ভাল বুলিছে।

চক্ৰপাণি। বাৰু, তোমালোকে ঠিক-ঠিক ক'বা, মই ৰজা হ'লে ভাল পোৱানে নাই সেই ভিকহুটো ৰজা হ'লে ভাল পোৱা?

১ম বিষয়া। ৰজা বুলিলে সকলো সমান।

২য় বিষয়া। আপুনি ৰজা হ'লে আমাৰ যিটো সুবিধা হ'ব, ভিকহুটো হ'লে জানো সেইটো সুবিধা হ'ব। ভিকহু সদায় ভিকহু, সি আৰু ৰজা হৈ যে মানুহৰ মুখলৈ চাব, এনে নহয়।

চক্ৰপাণি। বাৰু, মোক পৰামৰ্শ এটা দিয়াঁচোন, সেই পদ্মাৱতীজনীক কি কৰোঁ।

১ম বিষয়া। কি কৰিব আৰু, কিবা হাঁহ-পাৰ নে?

২য় বিষয়া। যেনে ভাল দেখে কৰক। এৰা, কথাটো ভাবিবলগীয়া।

চক্রপাণি। এৰা। বুধি এটা দিয়া আকৌ, তাইক জানো এইদৰে বাখিলে মঙ্গল হ'ব ?

১ম বিষয়া। একো অমঙ্গলো নহয়।

২য় বিষয়া। এৰা, কি হয় এটা কৰক।

চক্রপাণি। বীৰসিংহৰ পিনে হৈছেই, সি আৰু এই দেশ নেদেখেহি।

১ম বিষয়া। আপুনি থাকোঁতে নেদেখেহি।

২য় বিষয়া। বুধি এটা কৰক, আপোনাৰ মাহীয়েককো সুধিব।

চক্রপাণি। মাহীক সুধিম তো। সকতে আই মৰিল, তেতিয়াৰেপৰা মাহীক সুসুধি একো কৰা নাই। মোৰ আই জানিবা মাহীৰ বায়েক নহয়, মাকহে আছিল। মাহী মোৰ আইতকৈ বহুত দিনৰ সৰু।

১ম বিষয়া। পিচে আমাৰো আকৌ কামলৈ যাবৰ পৰ হ'লহি।

চক্রপাণি। বাৰু, যোৱাঁ আৰু, তোমালোকে দুয়োটিয়ে এতিয়া যেনেকৈ মোৰ কথাত হয় দিছা, সেইদৰে হ'লেহে উৎসাহ পাওঁ।

১ম বিষয়া। আটাইবোৰ কথাত্ হয় দিয়া নাই।

২য় বিষয়া। ভাল, আমি আহিলোঁহে।

চক্রপাণি। বাৰু, যোৱাঁ। [ সকলোৰে প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

উজ্জয়িনী—বিক্ৰমসেনৰ নাট্যমন্দিৰ

[ বিক্ৰমসেন, কল্যাণ আৰু বীৰসিংহৰ প্ৰবেশ ]

নৰ্ত্তকীসকলৰ গীত

আহিছে আহিছে আজি প্ৰাণ সখি মোৰ ;
হৃদয়ত বহুৱাম, ভক্তি মোৰ দেখুৱাম,
কিনো কৰো কিনো মেলো লাগিছে বিমোৰ।
পদূলিমুখতে কই কলাপুলি থ'ম,
নিজে আগবাঢ়ি যাম, ফুলৰে মালা পিন্ধাম,
সজোৱা শৰাইখনি হাতে হাতে দিম ;
পিন্ধিব লগুণ-গাঠি জীৱন-সাজোৰ।

[ নৰ্ত্তকীসকলৰ প্ৰস্থান ]

কল্যাণ। এৰা, মই আপোনাৰ কথা বহুতদিন শুনিছোঁ, আমাৰ বিক্রমসেনে আপোনাৰ পিতাকৰ বৰ গুণ লয়।

বিক্রম। তেওঁৰ পিতাক প্রতাপসিংহইহে এবাৰ ৰণত মোৰ পিতাৰ প্রাণ ৰক্ষা কৰিলে; তেতিয়াৰেপৰা আমাৰ ঘৰেৰে এওঁবিলাকৰ বৰ মিলা-প্রীতি।

বীৰৰিংহ। এৰা, দূৰণিত থাকোঁ বুলিও আমাৰ বৰ আপোন যেন লাগে। মোৰ ইয়ালৈ আহোঁতে সঁচা ঘৰলৈ আহিছিলোঁ যেনহে লাগিছিল।

কল্যাণ। বিক্রমসেনে ইমান যতন কৰি আজি গীত-বাজনা কৰোৱালে, আপুনি অহাৰ বাবেহে ইমানকৈ উৎসৱ হোৱাদি হ'ল। আপুনি কেনে শুনিলে? আমাৰ দেশৰ গীত-মাত আপোনা-সকলৰ দেশতকৈ ভালনে?

বীৰসিংহ। জানো মই ক'বই নোৱাৰোঁ। মোৰ মনটো ইমান বেয়া লাগি আছে, গান-বাজনালৈ কাণ দিবলৈকে নহ'ল।

বিক্রম। আপুনি ইমান বেজাৰ কৰিলে মোৰো বেয়া লাগে; এইখন জানো আপোনাৰ ঘৰ নহয়! আপুনি নিজে আলহী যেন ভাব কৰে হবলা।

বীৰসিংহ। নহয় বিক্রমসেন, সেইবাবে নহয়; মই মোৰ প্রাণৰ পুতলী পদ্মাৱতীক এৰি থৈ আহিছোঁ, মোৰ মনত আৰু কিবা শান্তি থাকিব পাৰেনে?

বিক্রম। এৰা, সেইডাল তোমাৰ গাত বৰ বেয়া ডোল পৰিল। এনেয়ে ৰজাৰ জীয়াৰী, সেইবাবেই তোমাৰ ইমান লটিঘটি, তাতে আকৌ বিয়াৰ নৌ চাৰিদিন হওঁতেই শত্রুৰ হাতত এৰি থৈ আহিব লগা হ'ল।

কল্যাণ। মাইকী মানুহত একো সত্যাত নাই, সেইবাবে মাইকী মানুহক লৈ ভাবিবই নেলাগে।

বীৰসিংহ। নহয় কল্যাণ, আটাই মাইকী মানুহ একে নহয়।

কল্যাণ। কেলেই নহয়? সিহঁতৰ দৰে অবিশ্বাসী আৰু কোন আছে? পাৰোঁতেনো যুধিষ্ঠিৰেও সিহঁতৰ বদনাম কৈ গৈছেনে?

বীৰসিংহ। কল্যাণ, মোৰ পদ্মাৱতী তেনে নহয়; তেওঁ আদৰ্শ ৰমণী।

কল্যাণ। আপুনি হেজাৰ কওক, মই হ'লে জানো মাইকী মানুহ বুলিলেই দূৰতে ছেই ছেই কৰিব লাগে। হেজাৰ ভাল তিৰোতাজনী হওক, স্বভাৱত অলপ ঘূণ থাকেই থাকে।

বীৰসিংহ। কল্যাণ, তুমি এইটো বৰ ডাঙৰ কথা কৈছা; মই হ'লে সহস্ৰ মুখেৰে তোমাৰ কথাৰ প্ৰতিবাদ কৰিছোঁ।

কল্যাণ। ময়ো সহস্ৰ মুখেৰে আপোনাৰ কথাৰ প্ৰতিবাদ কৰিছোঁ।

বীৰসিংহ। আপোনাৰ কথা সঁচা হ'ব পাৰে, কিন্তু মোৰ পদ্মাৱতী হ'লে সেই কথাৰ বাহিৰ।

কল্যাণ। কেতিয়াও নহয়, আপোনাৰ পদ্মাৱতী একো সাবিত্ৰী ওলোৱাহি নাই; আপুনিহে তেওঁলৈ ভাবি-চিন্তি খৰমৰাই আছে, তেওঁ চাগৈ আপোনালৈ পাহৰিলেই।

বীৰসিংহ। কেতিয়াও পাহৰা নাই, এনে কথা হ'বই নোৱাৰে; প্ৰমাণ চাব পাৰা।

কল্যাণ। এটা বাজী ৰাখক; যদি মই আপোনাৰ পদ্মাৱতীও চঞ্চলা বুলি প্ৰমাণ কৰিব পাৰোঁ, তেন্তে আপুনি কি দিব?

বীৰসিংহ। এইটো মহামূল্যবান আঙঠি; মই আহিবৰ বেলিকা পদ্মাৱতীয়ে নিজে মোৰ আঙুলিত পিন্ধাই দিছিল। মই ইয়াকে দিম।

বিক্ৰম। ইমান ডাঙৰ বস্তু আগবঢ়াব নেপায়।

কল্যাণ। কেলেই নেপায়? বাৰু মই যদি উলটি আহি আপোনাৰ পদ্মাৱতী চঞ্চলা বুলি আপোনাক বিশ্বাস কৰাব নোৱাৰোঁ, তেনেহ'লে হেজাৰ টকা দিম।

বীৰসিংহ। বাৰু, ময়ো এটা নতুন শিক্ষা পাম।

কল্যাণ। ময়ো আপোনাৰ দেশলৈ ঠেং দাঙিলোঁৱেই। কথাটো নৌ চৈচা পৰোতেই মীমাংসা হ'ব।

[ সকলোৰে প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

অৱন্তী ৰাজপ্ৰাসাদ

[ ভানুমতী, সহচৰী আৰু বৈদ্যৰাজৰ প্ৰবেশ ]

ভানুমতী। সহচৰী, নিয়ৰেৰে তিতি থাকোতেই,
যোৱা তুমি আনাগৈ বনৌষধি তুলি।

সহচৰী। ভাল ৰাজেশ্বৰী।

[ সহচৰীৰ প্ৰস্থান ]

ভানুমতী। আনিছানে বৈদ্যৰাজ সকলো গোটাই ?

বৈদ্যৰাজ। হয়, আনিছোঁ গোটাই, কৰোঁ নিবেদন।
( এটা সৰু টোপোলা দিয়ে )
কিন্তু অনুমতি পালে ইচ্ছা জানিবৰ
কি হেতু আনিছে এই
মহাবিহ—প্ৰাণ যায় অলপ খালেই ?

ভানুমতী। আচৰিত কথা বৈদ্যৰাজ! জানা তুমি ;
শিকিছোঁ ঔষধ-পাতি তোমাৰ কাষত ;
সৰুসুৰা বহুত ৰোগীক
আৰোগ্য কৰিছোঁ মই মোৰ ঔষধেৰে,
ৰজায়ো বিচাৰে কেতিয়াবা।
ভাবানে, নহয় মোৰ কোমল অন্তৰ ?
সেইবাবে প্ৰজাৰ হিতৰ অৰ্থে
কৰোঁ দান ৰোগৰ ঔষধ।
এতিয়া বিষাক্ত ৰোগ পৰীক্ষাৰ বাবে
বিহ আনি চাব খোজোঁ উপায় বিচাৰি
নিশ্চয় জানিবা কিন্তু
মানুহক নিদিওঁ কদাপি।

বৈদ্যৰাজ। ৰাণীক কদাপি এনে কামে নুজুৱায়।

ভানুমতী থাকা তুমি মনে মনে।

[ কিঙ্কৰৰ প্ৰবেশ ]

( এফলীয়াকৈ ) আহিছে পাষণ্ড ইটো,
প্ৰভুভক্ত, অবিশ্বাসী, তল-খুচৰীয়া,
প্ৰথমেই ইয়াতে লগাম।
বৈদ্যৰাজ, যাব পাৰা, কাম হ'ল মোৰ।

বৈদ্যৰাজ। ( এফলীয়াকৈ ) বুজিছোঁ তোমাৰ অভিপ্ৰায়,
কিন্তু নহয় সম্ফল কদাপিও।

ভানুমতী। শুনি যা কিঙ্কৰ।

বৈদ্যৰাজ। ( এফলীয়াকৈ ) বিহ বুলি ঠগিছোঁ ৰাণীক ;
খালে প্ৰথমতে টোপনি আহিব,
মৰা যেন দেখিব চকুৰে, কিন্তু—
সাৰ পালে স্বপ্ন যেন লাগিব সকলো।

ভানুমতী। যোৱা বৈদ্যৰাজ, লাগিলে খবৰ দিম।

বৈদ্যৰাজ। ভাল মহাৰাণী।

[ বৈদ্যৰাজৰ প্ৰস্থান ]

ভানুমতী। এতিয়াও কান্দি থাকে!
নাই বুজা পৰিণাম, নাই জনা একো,
কিয় তই নিদিয় বুজাই?
যেতিয়া শুনাবি আহি
তাই আৰু পাহৰিলে তাৰ কথা বুলি
ৰজাক জনাই তোক
লগোৱাম ভাণ্ডৰ কামত।
বীৰসিংহ কদাপি উলটি নাহে,
নোৱাৰে আহিব ; দিনে দিনে
তাৰ মাথোঁ নামহে শুনাব।

[ দৰবৰ টোপোলাটো ৰাণীৰ হাতবপৰা পৰাত কিঙ্কৰে কাঢ়ি লয়। ]

লৈছ,—ল বাৰু ; একো কথা নাই,

সেই দৰবেৰে তিনিবেলি নৃপতিয়ে
প্ৰাণ লাভ কৰিছে মৰাৰ পৰা ;
তাকো তোক এৰি দিছোঁ অকপট ভাবে।
বুজাবি সকলো কথা
পাৰ যদি পাহৰাব
তেনেহ'লে জানিবি নিশ্চয়
হ'লি তই ডাঙৰ মানুহ।
ভাবি চাবি মোৰ কথা ;
আন মাতি, সহচৰী কেনি গ'ল।

[ কিঙ্কৰৰ প্ৰস্থান ]

ইয়েই প্ৰধান যত কূটৰ গৰাকী,
পদ্মাৱতী ইয়াৰ কথাকে শুনি
মোহ গ'ল মগনীয়াটোতে।
মই দিয়া বস্তু খালে
হ'ব হ'লে পদ্মাৱতী অকলশৰীয়া।

[ কিঙ্কৰ আৰু সহচৰীৰ প্ৰবেশ ]

আনিলা সকলো বনৌষধি ?
ভাল হ'ল, যাব পাৰ কিঙ্কৰ এতিয়া।

[ ভানুমতী আৰু সহচৰীৰ প্ৰস্থান ]

কিঙ্কৰ। অৱশ্যে কৰিম ?
নাশ হ'ম কৰোঁ যদি অপকাৰ
মহাগুণী মোৰ গৰাকীক।

[ কিঙ্কৰৰ প্ৰস্থান ]

## ষষ্ঠ গৰ্ভাঙ্ক

পদ্মাৱতীৰ ঘৰ

[ পদ্মাৱতীৰ প্ৰবেশ ]

পদ্মাৱতী। নিয়া হ'লে মোকো চোৰে
মোৰ ভাই ছুটিৰ নিচিনাক'ই
আছিল নিশ্চয় ভাল ; এতিয়া পৰিলোঁ
নিৰ্দয় পিতাৰ আৰু কপট মাহীৰ
ভীষণ চক্ৰত ; উচ্চ আশা হিয়াৰ কণ্টক।

[ কিঙ্কৰ আৰু কল্যাণৰ প্ৰবেশ ]

কিঙ্কৰ। আহিছে এথেত উজ্জয়িনী নগৰৰ
চিঠি লৈ গৰাকীৰপৰা।

কল্যাণ। ভয় নাই, বীৰসিংহ আছে নিৰাপদে।

[ চিঠি দিয়ে ]

পদ্মাৱতী। আহক—কৰিছোঁ আবাহন।

কল্যাণ। ( এফলীয়াকৈ ) যদি বাহিৰৰ গম্ভীৰ প্ৰকৃতি
বিৰাজিছে মনৰ মাজতো
নোৱাৰিম জিকিব কথাত ;
সাহত নিৰ্ভৰ কৰি আগবাঢ়ি যাম।

পদ্মাৱতী। লেখিছে চিঠিত—
'এথেত পৰম বন্ধু চিনালোঁ তোমাক।'
হিয়াত উঠিছে মোৰ আনন্দৰ ধ্বনি
সবিনয়ে আপোনাক কৰোঁ আবাহন।

কল্যাণ। কি, মানুহৰ নাইনে উচিত জ্ঞান ?
ক'ত এই স্বৰ্গতুল্যা আদৰ্শ ৰমণী,
ৰূপ, গুণ একেলগে বিৰাজ কৰিছে
ক'ত সেই পৃথিৱীৰ ঘৃণনীয় ৰূপ!

পদ্মাৱতী। কিয় তুমি ক'লা এনে কথা ?

কল্যাণ। অসম্ভৱ আচৰিত কথা,
জন্তুৱেও উভয়ৰ পাৰ্থক্য বুজিব,
মূৰ্খয়ো দুয়োত একো ভুল নকৰিব।

পদ্মাৱতী। কি কথাত আত্মহাৰা হ'লা,
ৰোগ-ব্যাধি আছেনে তোমাৰ ?

কল্যাণ। একো নাই। ( কিঙ্কৰক ) কৈ আঁহা অনুগ্ৰহ কৰি
মোৰ ভৃত্যটোক, থাকে যেন য'তে আছে তাতে ;
নিচেই অঁকৰা তাত একো কাম নাই।

কিঙ্কৰ। ভাল কথা, মাতি আনো তাক।

[ কিঙ্কৰৰ প্ৰস্থান ]

পদ্মাৱতী। বীৰসিংহ আছেনে মঙ্গলে ?

কল্যাণ। আছে তেওঁ সন্তোষ মনেৰে।

পদ্মাৱতী। কেতিয়াবা দেখা নে সন্তোষ যেন ?

কল্যাণ। সদায় আনন্দ মন।

পদ্মাৱতী। ইয়াত থাকোতে হ'লে
দেখিছিলোঁ কেতিয়াবা বেজাৰৰ ভাব।

কল্যাণ। তাত হ'লে তেনে নাই ;
পাইছে লগত এটা চঞ্চল যুবক,
ফুৰে তেওঁ তাৰে স'তে ৰাতিকো নগণি ;
কয় আৰু,—'জানি শুনি কোনে পতিয়াব
তিৰোতাক সঙ্গাত কৰিব ?
বিবাহিতা পত্নী ভাবি থাকি বিদেশত
কোন তাতে সন্তোষ থাকিব ?'

পদ্মাৱতী। এনে কথা কৈছেনে তেওঁ ?

কল্যাণ। হাঁহি হাঁহি সকলোকে কয় ;
যেনে কথা তেনে কাম—ফুৰিছে ৰঙেৰে !
দোষ হ'লে কাৰোবাৰ গাত।

পদ্মাৱতী। বীৰসিংহ নিৰ্দোষী তথাপি।

কল্যাণ। অৱশ্যে নির্দোষী ; পায়ো এনে মহাৰত্ন
বীৰসিংহ এনেকুৱা হ'ল !
পদ্মাৱতী জানা যেন মোৰ কথা কিবা ;
দিয়া যদি অশুভ বাতৰি
পাৰিম কৰিব প্ৰতিকাৰ ; কিন্তু
মনৰ মাজত মাথোঁ সন্দেহ লগালে
তাৰ পৰা হ'ব হ'লে বহু অপকাৰ।
কল্যাণ হোৱা হ'লে বন্দী এই প্ৰণয় পাশত,
পোৱা হ'লে ঠাই এই হিয়াৰ মাজত,
নেপাহৰোঁ কদাপি নিজক ; আত্মপ্ৰাণ
কেতিয়াও নিদিলোঁহেতেন এৰি
অপবিত্ৰ পাপত পৰিব।
পদ্মাৱতী ! স্বামীয়ে নিজৰ দেশ পাহৰি পেলালে ?
কল্যাণ। পাহৰিলে নিজেও নিজকে ;
ইচ্ছা নাই কু-বাতৰি দিবৰ কাৰণে,
কিন্তু তোমাৰ ৰূপৰ আৰু গুণৰ জ্যোতিত
ওলাই পৰিছে কথা জিভাৰ আগতে।
পদ্মাৱতী নেলাগে সৰহ ক'ব আৰু।
কল্যাণ। এনেকুৱা মহাৰত্ন পালে,
ৰজাও দুগুণে ধনী হ'ব ; কওঁ মই,
কৰা তুমি প্ৰতিহিংসা পাপৰ সলনি,
নহ'লে নোহোৱা তুমি ৰজাৰ জীয়াৰী।
পদ্মাৱতী। প্ৰতিহিংসা কিৰূপে কৰিম ?
কাণে মোৰ নোৱাৰে ভুলাব মন ;
যদিও তোমাৰ কথা যথাৰ্থ সকলো—
প্ৰতিহিংসা কিৰূপে কৰিম ?
কল্যাণ। আছোঁ মই তোমাৰ পদৰ দাস,
সেৱিম তোমাৰ পদ অকপটভাৱে,
সেই কথা কেৱে নেজানিব।

পদ্মাৱতী। আছ নে কিঙ্কৰ?
শুনিলোঁ তোমাৰ কথা
সুবুজিলোঁ অভিপ্ৰায় এনেকুৱা বুলি।
মিছা কথা কৈ, অপৱিত্ৰ ছবি আঁকি
ভাল মানুহৰ, নীচ ভাব বুজালা তোমাৰ।
আছ নে কিঙ্কৰ? জনাম ৰজাক মই
কিৰূপে কৰিলা মোৰে এনে ব্যৱহাৰ।

কল্যাণ। ধন্য তুমি বীৰসিংহ।
সতী ভাৰ্য্যা লভিছা ধৰাত;—
যথাৰ্থ আদৰ্শ সতী
উপযুক্ত বীৰৰ ৰমণী।
ক্ষমা কৰা, পৰীক্ষা কৰিলোঁ মই
সতী ধৰ্ম আছেনে তোমাত;
জনাম সকলো কথা তোমাৰ স্বামীক,
শুনিলে সন্তোষ পাব
ধন্য ধন্য মানিব জীৱন।
চৰিত্ৰৰ আদৰ্শ পুৰুষ,
বীৰসিংহ সকলোৰে চানেকি স্বৰূপ।

পদ্মাৱতী। অনুতাপ কৰিছা এতিয়া?

কল্যাণ। নৰশ্ৰেষ্ঠ বীৰসিংহ দেৱোপম গুণী।
খং নকৰিবা দেৱী, পৰীক্ষা কৰিলোঁ
মিছা কথা কৰানে প্ৰত্যয়; বুজা হ'ল
বীৰসিংহ যথাৰ্থ তোমাৰ স্বামী, তুমি
বাছি ল'লা জানি-শুনি সভাৰ মাজত।

পদ্মাৱতী। পাহৰা সকলো কথা।

কল্যাণ। কৰোঁ আশীৰ্বাদ।
আছে মোৰ মূল্যবান অলঙ্কাৰে ভৰা
কাঠৰ চন্দুক এটি, বীৰসিংহ আদি

বহুজনে বহু ধন একেলগ কৰি
কিনিছে ৰজাৰ বাবে সেই উপহাৰ।
হীৰাৰে মণ্ডিত সুন্দৰ গঠন তাৰ
বিদেশত নোৱাৰোঁ লগত থ'ব মই;
ৰাখিবানে আজিৰ কাৰণে?

পদ্মাৱতী। আছে তাত স্বামীৰো যেতিয়া ধন
থ'ম মই আনন্দ চিতেৰে
থ'ম মই নিজৰ শোৱা কুঠৰীতে

কল্যাণ। এতিয়াই দিম পঠিয়াই
লগুৱাই দিবহি ইয়াতে,
ৰাখে যেন আজিৰ নিশাৰ বাবে মাথোঁ।

পদ্মাৱতী। নোৱাৰিব কাইলৈকে যাব।

কল্যাণ। নহ'লে পৰিম মিছা,
নধৰিব, যাওঁ কাইলৈকে;
থাকিলে বাতৰি কিবা নিম আদৰেৰে।

পদ্মাৱতী। পালেহি চন্দুক মই থ'ম যতনেৰে,
কাইলৈকে দিম বাতৰিও।

[ দুইবো প্ৰস্থান ]

## দ্বিতীয় অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

ৰাজ আলি

[ দুজন ৰাজ-বিষয়াৰ প্ৰবেশ ]

১ম বিষয়া। এৰা ডাঙৰীয়া, ৰজা মহাৰজাৰ লগত আহি যদি দুটা খুলশালীয়েক, এটা জেশাহুৰেকৰ পুতেক, তিনিটা আঁহডলীয়া-বাঁহডলীয়া গোট নেখাবহি, তেন্তে নো আৰু গোট খাব কাৰ লগত ?

২য় বিষয়া। সেইবুলি ৰাইজক উৎপীড়ন কৰা ভাল নহয়। চক্ৰপাণিৰ চক্ৰত পৰি বীৰসিংহই খেদা খালেই, এতিয়া সেই ছোৱালী-জনীক বন্দী কৰাই খোৱাইছে কেলেই ? মাহীয়েকলৈ চাই হ'লে ভাগিনীয়েক মিলিছে।

১ম বিষয়া। তাৰ উপৰিও সিদিনা চক্ৰপাণিয়ে 'পদ্মাৱতীক দৌৰাত্ম্য কৰিবলৈ গৈছিল ; পিচে কিহবে পাই ঠলামুৰি লগাই পঠিয়ালে, চাবাচোন মুৰত ক'লা পৰি টেমুনা বান্ধি আছে, এতিয়া লাজত পৰি নকয় গুণেহে। বুদ্ধিৰ পিনেও বৃহস্পতি।

২য় বিষয়া। সেইটি নহয়, ধনুৰ্ধৰ ওলাইছেহি ; জানিবা ৰজা ইহে।

[ চক্ৰপাণিৰ প্ৰবেশ ]

চক্ৰপাণি। মই আজিকালি মুৰ উলিয়াবই নোৱৰা হ'লোঁ। এই ৰাজ্যখন চলোৱা জানো সামাইন্ কথা ?

১ম বিষয়া। (এফলীয়াকৈ) তোমাক নো কোনে ৰজা পাতিছে ? (শুনাকৈ) সেইয়া নো আপোনাৰ মুৰত কি হ'ল, দেখোন উখহি আছে ?

চক্ৰপাণি। মুৰত খুন্দা খালোঁ, সেই কথা বেলেগ। কিমান সৰু মানুহেবে পতি কৰিবা। মই হ'লে সৰু মানুহেবে কাজিয়া লাগিলে

মিছা গোচৰ লগায়ো হায়ৰাণ কৰোঁ, সঁচাই-মিছাইহে গোচৰ। তোমালোকক আকৌ ভিতৰিহে কৈছোঁ।

১ম বিষয়া। ( এফলীয়াকৈ ) ভাল ধূমকেতুটো ওলালহি !

২য় বিষয়া। হয়, সেইটো কামে আপোনাক হ'লে শুৱায়।

চক্রপাণি। হয়তো, সেইদৰে নহ'লে সৰু মানুহৰ মুখ কেনেকৈ মাৰিবা ?

১ম বিষয়া। উজ্জয়িনীৰপৰা আলহী এগৰাকী ওলাইছেহি, খবৰ পাইছে জানো ?

চক্রপাণি। এৰা, আলহীয়েই খুলিলে।

১ম বিষয়া। ( এফলীয়াকৈ ) আলহীয়ে খুলিলে নহয় নো কি ? তেওঁ নিজেই আলহী, এতিয়া জানিবা পাহৰিছে।

২য় বিষয়া। আলহীজন বীৰসিংহৰ চিনাকি।

চক্রপাণি। তেন্তে সিও তথৈবচ ; মই দেখা কৰিবলৈ গ'লে মোৰ মান যাবনে ?

১ম বিষয়া। সৰহবেলি নবহিলে মান নেযায়।

চক্রপাণি। তেন্তে ব'লা যাওঁ, আহোঁগৈ। আজি গধূলিকৈ আকৌ এভা গ ভাং খোৱাৰ আয়োজন কৰা হৈছে।

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

পদ্মাৱতীৰ শোৱা ঘৰ

[ পাটীত পদ্মাৱতী ]

পদ্মাৱতী। ৰামায়ণ পঢ়িলোঁ ইমান পৰ ;
হায়, সীতাৰ কাৰণে ৰামে
লঙ্কা ভেদি কৰিলে ভীষণ ৰণ,
ভুগিলে অশেষ দুখ সীতাৰ লগত।
থাকোঁতে বনত সীতাৰ শুশ্ৰূষা লভি
পাহৰিলে বনবাস দুখ।
স্বামী মোৰ আছে বিদেশত
নাই পৰা মই একো শুশ্ৰূষা কৰিব।

টোপনিয়ে চকুযোৰ ধৰিছে মুদাই,
শোওঁ আৰু বহু নিশা হ'ল,
চাকিগছ জ্বলি থক তাতে।
[ শোৱে ; পেৰাৰপৰা কল্যাণ ওলায় ]

কল্যাণ। জিলীয়ে মাতিছে, নিদ্ৰাত মগন ধৰা ;
পদ্মাৱতী পদ্মৰ নিচিনা
শোভিছে শয্যাত যেন বিলৰ মাজত।
চাকিয়ে দোঁৱাই মুৰ
পদ্মাৱতী কুমাৰীক প্ৰণাম কৰিছে।
কৰোঁ মোৰ অভিপ্ৰায় এতিয়া পূৰণ,—
সেই সেই চিত্ৰকিটি আছে শিতানত ;
ইফালেদি সীতাৰ ছবিটি ;
শুই আছে শকুন্তলা সেই ছবিটিত
ওচৰতে সহচৰী দুটি।
কিন্তু যদি ল'ব পাৰোঁ
কোনো এটি গাত থকা চিন
মোৰ কথা দৃঢ়তৰ প্ৰত্যয় মানিব।
কিন্তু কথাপি নিদিওঁ হাত সতীৰ দেহত,
বাহিৰৰ পৰা দেখা বুকুৰ কাষতে
তিল এটি আছে বাওঁপিনে ;
নীল আকাশত জ্বলে যেন এটি তৰা
সেইদৰে আছে তিল বগা শৰীৰত।
বীৰসিংহ বীৰে যদি শুনে এই কথা,
পদ্মাৱতী অসজ্জাতী নিশ্চয় বুজিব
মোৰ কথা অৱশ্যে ৰজিব।
ওচৰতে আছে ৰামায়ণ
ওপৰৰ পাত এটি ফটা।
শুবৰ বেলিকা
লোলোকাই ইয়াতে এৰিলে খাৰুপাটি,

নিওঁ তাকো মনে মনে
দেখুৱাম মই কোন্না কথাৰ প্ৰমাণ।
লাগে মানে ল'লোঁ চিন
থাকোঁ আৰু পেৰাত সোমাই।

[ পেৰাত সোমায় ]

## তৃতীয় গৰ্ভাঙ্ক

পদ্মাৱতীৰ চোতাল

[ চক্ৰপাণিৰ প্ৰবেশ ]

চক্ৰপাণি। আজি বাপেকে দোকমোকালিতে আহিছোঁ। এই ছোৱালীজনীকে যদি বশ কৰিব নোৱাৰোঁ তেন্তে মোৰ জীৱনেই মিছা। মই হেন মানুহটো সয়ম্বৰত আছিলোঁ, তাই মোলৈ চকুকে নিদিলে। এতিয়া তাৰ পোতক পাইছে, মাহীয়ে যিদৰে কৈ আছে সেইদৰেই হৈ আছে। বাৰু এতিয়া এইক ভুলাব পাৰিলেই মোৰ কাম আহিল। এতিয়া কেনেকৈ জগাওঁ, টোপনি আহি আছে, বাপেকে এটা প্ৰেমৰ গানকে গাওঁ।

গীত

আহি আজি পৰি আছোঁ
তোমাৰ দুৱাৰদলিতে
তুমি আহি ওলালেহি
পৰিম তোমাৰ চকুতে;
আহিছোঁ পিন্ধি ৰঙীন কাপোৰ
চালে চকু ৰ'ব তোমাৰ,
আহা আহা ওলাই আহা,—
ভুৰিম তোমাৰ লগতে।

তেও সাৰ নেপায়! চাওঁচোন দুৱাৰত চকিয়াওঁ, তেহে যদি টোপনি ভাগে। ( দুৱাৰত চকিয়ায় )

[ পদ্মাৱতীৰ প্ৰবেশ ]

চক্ৰপাণি। পদ্মাৱতী, মই তোমাক বৰ ভাল পাওঁ।

পদ্মাৱতী। ৰাতিপুৱাই আজি কি জন্তুটো দেখিলোঁ!

চক্ৰপাণি। নহয় আইদেউ, মই তোমাক বৰ ভাল পাওঁ।

পদ্মাৱতী। বলিয়া হৈছ নেকি?

চক্ৰপাণি। নহয় পদ্মাৱতী, সেই বীৰসিংহটোলৈ পাহৰি পেলোৱাঁ। মই হেন পুৰুষটো ঘৰতে আছোঁ, তালৈ আৰু চিন্তা কৰি মৰিব লাগিছে কেলেই?

পদ্মাৱতী। অনাচাৰী পাষণ্ড! তোক বীৰসিংহৰ লগুৱা বুলিলেও মুণ্ডবায়।

চক্ৰপাণি। সি হতশ্ৰী হক।

পদ্মাৱতী। তই তেওঁৰে ফেৰ নেমাৰিবি। তই তেওঁৰ ভৰি-তলুৱাৰো বহতি নহৱ, জানিছ।

চক্ৰপাণি। 'ভৰি-তলুৱাৰো বহতি' হয়নে?

পদ্মাৱতী। তুমি ইয়াৰপৰা আঁতৰাই ভাল।

চক্ৰপাণি। 'ভৰি-তলুৱাৰো বহতি' গালি পাৰিলা?

পদ্মাৱতী। হয়, সাক্ষী-বাদী দি গোচৰ কৰিব পাৰ।

চক্ৰপাণি। বাৰু, ৰজাক জনাম।

পদ্মাৱতী। মাহীয়েৰকো ক'বি, মোক লাৱে লাৱে পানী খুৱাব।

চক্ৰপাণি। বাৰু, ইয়াৰ ধুন দেখুৱাম, 'ভৰি-তলুৱাৰো বহতি' নহয় নে?

[ দুইৰো প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

উজ্জয়িনী—বিক্ৰমসেনৰ ভিতৰ ঘৰ

[ বীৰসিংহ আৰু বিক্ৰমসেনৰ প্ৰবেশ ]

বীৰসিংহ। মহীপাল গৈছে যদিও
মই হ'লে ক'ব পাৰোঁ
অৱন্তীয়ে কৰ-ভাৰ একোকে নিদিয়ে।

*বিক্ৰম।* *তেনেহ'লে ৰণ হ'ব,*
উজ্জয়িনী অৱন্তীৰ মাজত আকৌ।

বীৰসিংহ। অৱন্তীৰ মহাৰাজে মাতি নিব পাৰে
বিপদৰ সময়ত মোকো ৰণলৈ ;
তেনেহ'লে প্ৰাণৰ পুত্লী পদ্মাৱতী
পুনু মোৰ চকুত পৰিব। কিন্তু হ'লে
এইবাৰ বুজিব পাৰিবা,—অৱন্তীৰ
ৰণশিক্ষা বহুত বাঢ়িছে।

[ কল্যাণৰ প্ৰবেশ ]

বিক্রম। আহিলা কল্যাণ তুমি ?
বীৰসিংহ। সোনকালে আহিলা কল্যাণ,
নোৱাৰিলা নিজ কাম সাধন কৰিব
সেইবাবে সোনকালে উলটি আহিলা ?
কল্যাণ। পদ্মাৱতী সুন্দৰী যুৱতী।
বীৰসিংহ। পৱিত্ৰ লক্ষ্মীৰ সহচৰী।
বিক্রম। সেনাপতি মহীপাল
ক'ত আছে জানানে সম্বাদ ?
কল্যাণ। মই আহিবৰ দিনা গধূলি বেলিকা
কথা আছে অৱন্তী পাবৰ।
বীৰসিংহ। পদ্মাৱতী অযোগ্যা তোমাৰ !
কল্যাণ। ঘাটি যদি আহিছোঁ কথাত
ভৰিম হেজাৰ টকা, কিন্তু দিয়া মোক
মূল্যবান সেই আঙঠিটি।
বীৰসিংহ। ঘাটি আহি ধেমালি কৰিছা।
কল্যাণ। নাই কৰা কাৰো অপকাৰ ;
অনুমতি আছিল তোমাৰ,
পদ্মাৱতীয়েও একো আপত্তি নকৰি
দিলে দান পৱিত্ৰ হৃদয় :
চঞ্চলা তোমাৰ পদ্মাৱতী—
দিওঁ মই প্ৰত্যক্ষ প্ৰমাণ।

বীৰসিংহ। দিব পাৰা যদি তুমি প্ৰত্যক্ষ প্ৰমাণ,
নিবা তুমি এই আঙঠিটি।
কল্যাণ। বৃত্তান্ত শুনিলে তুমি প্ৰত্যক্ষ মানিবা।
লাগে যদি শপতো কৰিম,
কিন্তু কৰিবা বিশ্বাস তুমি মুখৰ কথাতে।
বীৰসিংহ। কোৱাঁ বাৰু।
কল্যাণ। শোৱনি কোঠাত, চাৰিপিনে চাৰিখন ছবি,
আছে শোভি দুৱাৰে দুৱাৰে।
এখনিত শকুন্তলা, সহচৰী দুয়ো,
আছে শোভি জীৱন্ত ৰূপেৰে।
আৰু এখনিত সীতা বহি আছে
ওচৰতে ৰাক্ষসীৰে অশোক বনত।
বীৰসিংহ। সঁচা কথা; কিন্তু শুনিছা লোকৰপৰা।
কল্যাণ। আছে এটি ৰামায়ণ
ওপৰৰ পাত এটি ফটা,
থয় তাক ওচৰৰ ঠগি এখনিতে।
বীৰসিংহ। সকলো যথাৰ্থ কথা,
সেই বুলি কদাপি নোপোৱা তুমি
মূল্যবান মোৰ আঙঠিটি।
কল্যাণ। চিনিছানে এইপাটি কাৰ খাৰু?
বীৰসিংহ। চাওঁচোন দিয়া হাতলৈ। (খাৰু লৈ)
এইপাটি খাৰু দেখি প্ৰত্যক্ষ মানিছোঁ।
লোৱা আঙঠিটি। (আঙঠি দিয়ে)
দেখি মোৰ লাগিছে চকুৰ শাল যেন।
বুজিলোঁ সৌন্দৰ্য্য আৰু সতীত্ব কদাপি
একেলগে নেথাকে ধৰাত;
অবিশ্বাসী তিৰোতাক সৃজি বিধাতাই
কলঙ্কিত কৰিলে ধৰণী।

বিক্ৰম। হ'ব পাৰে এই থাক আনি
কোনো চোৰে দিছেহি তোমাক,
নতু, পালা হেৰা ক'ৰবাত তুমি।

বীৰসিংহ। ঠিক কথা, আঙঠিটো দিয়া ওলোটাই,
নাই পৰা প্ৰমাণ কৰিব।

কল্যাণ। বাওঁপিনে বুকুৰ কাষতে
আছে এটি ক'লা তিল পৰেনে মনত?

বীৰসিংহ। ক'লা তিলে কলীয়া অন্তৰ মোৰ
দৃঢ়তৰ বিশ্বাস কৰালে।
যাওঁ মই—হেৰুৱালোঁ জীৱনৰ স্নেহ,
পদ্মাৱতী অবিশ্বাসী হ'ল;
ছিঙি ছিঙি ডোখৰ ডোখৰ কৰি
ল'মগৈ তাৰ প্ৰতিশোধ।

[ বীৰসিংহৰ প্ৰস্থান ]

বিক্ৰম। বীৰসিংহ ধৈৰ্য্যহীন হ'ল,
ব'লা যাওঁ, দিওঁগৈ প্ৰবোধ এতিয়া।

কল্যাণ। ব'লা যাওঁ, যাওঁ এতিয়াই।

[ দুইবো প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

বিক্ৰমসেনৰ আগঘৰ

[ বীৰসিংহৰ প্ৰবেশ ]

বীৰসিংহ। তিৰোতাক দিলে কিয়
পুৰুষৰ লগৰীয়া কৰি?
কোন ক'ত কাৰ পিতা কোনেও নেজানে।
হিয়াৰ মাজত মোৰ আজিও শুনিছোঁ
কোৱা কথা মধুৰ সুৰেৰে
কিন্তু পদ্মাৱতী অবিশ্বাসী হ'ল!

বাহিৰে মধুৰ হাঁহি ভিতৰে কপট
নাই চিন, নাই একো ধৰ্মত বিশ্বাস,
সেইবাবে দেৱতাসকলে
তিৰোতাক নিদিলে ধৰ্মৰ ভাৰ।
ল'ম প্ৰতিশোধ, চিনাম নিজৰ দোষ
তিৰোতাৰ পিশাচ জনম
যুগে যুগে অঙ্কিত কৰিম।

[ বীৰসিংহৰ প্ৰস্থান ]

# তৃতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

অৱন্তী ৰাজসভা

[ উদয়াদিত্য, ভানুমতী, চক্ৰপাণি, মহীপাল আৰু ৰাজবিষয়াসকলৰ প্ৰবেশ ]

মহীপাল। মহাৰাজ, জানে নিজে
উজ্জয়িনী নৰপতি যশোধৰ্মদেৱে
দিগ্বিজয় কৰিলে ধৰণী,
বিক্ৰম-আদিত্য বুলি খ্যাতিমন্ত হ'ল ;
তেতিয়াৰেপৰা আমাৰ ৰজাক
আপোনাৰ উপৰিবজাই
দিলে কৰ বছৰি হেজাৰ টকা,
আপুনিও দিলে বহুদিন
কিন্তু আজি দুবছৰ
বাকী আছে অৱন্তীৰ কৰ।

চক্ৰপাণি। সেই দিন নাই আৰু
নোপজে বিক্ৰমাদিত্য দুনাই ধৰাত ;
অৱন্তী স্বাধীন দেশ
এই নাক থাকোঁতে আমাৰ
কেতিয়াও কৰ-ভাৰ কাকো নোশোধাওঁ।

ভানুমতী। উজ্জয়িনী আমাৰ প্ৰধান হৈ
অৱন্তীৰ কৰিলে বহুত হানি—
সেই হানি এতিয়া পূৰাম আমি ;
অৱন্তী সুন্দৰ দেশ, দেৱৰ কানন,
সেই দেশ কাৰো আৰু অধীন নহয়।

চক্ৰপাণি। বুজিছা মহীপাল সেনাপতি, বিক্ৰমাদিত্যৰ দিন আৰু নাই, তেওঁৰ হাকুতো বন গজিল। আজিকালি আমাৰ উদয়াদিত্য

তোমাৰ বিক্ৰমাদিত্যতকৈ ডাঙৰ হৈছে। আমাৰ কৰ-ভাৰ এটা পইচাও নোপোৱা।

উদয়াদিত্য। কথা শেষ কৰক ৰাণীয়ে।

চক্ৰপাণি। আজিকালি আমাৰ ভিতৰতো বহুত বীৰ আছে। মই বীৰ নহ'ব পাৰোঁ, কিন্তু মোৰ হাত আছে। আমি কিয় কৰ শোধাম? হনুমন্তৰ দৰে যদি উজ্জয়িনীৰ ৰজাই কাষলতিত সূৰ্য্যটো সুমাই থৈ গোটেই জগত এন্ধাৰ কৰিব পাৰে, তেন্তে আমি কৰ দিম। নহ'লে কেতিয়াও নিদিওঁ।

উদয়াদিত্য। দেশলোভী নৃপতি বিক্ৰমাদিত্য
কৰিলে অৱন্তী বশ অন্যায় স্বৰূপে,
সেই বশ এতিয়াও লৈ থকা
কদাপিও নোশোভে আমাক।

চক্ৰপাণি। কদাপিও নোশোভে আমাক।

উদয়াদিত্য। ক'বা তেন্তে তোমাৰ ৰজাক,
উদয়নে থাপিলে অৱন্তী দেশ
উজ্জয়িনী হ'ল তাৰ কীট;
পাব অসন্তোষ শুনি তোমাৰ ৰজাই,
কিন্তু দিবা সমাচাৰ
অৱন্তী স্বাধীন হ'ল বুলি।

মহীপাল। উজ্জয়িনী নৃপতিক আপোনাৰ দৰে
কৰে সেৱা বহুত ৰজাই,
ৰজাৰ আদেশ মতে
ক'লোঁ মই, যুদ্ধ হ'ব নিশ্চয় বুজিব।
নোৱাৰিব সহিব শত্ৰুৰ বাণ
সেই কথা ক'লোঁ মই আগ-বঢ়তে।

উদয়াদিত্য। শিকিলোঁ বহুত কথা তোমাৰ ৰজাত,—
চকুৰ আগতে দেখি
তোমালোক ঘাটি খোৱা সমৰত
আন আন বহু দেশে স্বাধীনতা লোৱা,

আমিও নহওঁ যদি এতিয়া স্বাধীন
অৱন্তীৰ মৰ্য্যাদা নৰ'ব।
জনালোঁ সকলো কথা
নিবেদিবা তোমাৰ ৰজাক।

মহীপাল। কৰিলোঁ বিদায়।

[ সকলোৰে প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

পদ্মাৱতীৰ ঘৰ

[ কিঙ্কৰৰ প্ৰবেশ ]

কিঙ্কৰ। এনে কথা লেখে গৰাকীয়ে?
সতী সাধ্বী পদ্মাৱতী
বেশ্যা বুলি কোনে প্ৰচাৰিছে?
বীৰসিংহ ক'ত পালা এনে সমাচাৰ?
উচ্চমনা পদ্মাৱতী, দিলে অপবাদ
নীচ বুলি ভাবিব তোমাক
নিম মই ছলাই-ভুলাই
প্ৰাণ ল'ম মোৰ হাতেৰেই!
এনে কাম কদাপি নকৰোঁ।
বীৰসিংহ আহি যদি এশ বাৰো কয়,
লেখে যদি এনেকুৱা এশ খনো চিঠি,
বোলে মোক বিশ্বাসঘাতকী,
তথাপিও প্ৰাণ থাকেমানে
এনে কাম কদাপি নকৰোঁ।
লেখিছে পুনৰ,—'পালে মোৰ চিঠি
পদ্মাৱতী আপোনাআপুনি
আতৰিব, বিন্ধ্যাচল পাৰ,
তাত তুমি প্ৰাণ ল'ব অয়ত্নে পাৰিবা।'
ধন্য, ধন্য, ভাল মোক নৰঘাতী পালে!

[ পদ্মাৱতীৰ প্ৰবেশ ]

পদ্মাৱতী। কি কৰিছ ইয়াত কিঙ্কৰ ?

কিঙ্কৰ। গৰাকীয়ে দিছে চিঠি আপোনাৰ নামে।

পদ্মাৱতী। ( চিঠি লৈ ) দিছে চিঠি মোৰ গৰাকীয়ে ?
হে প্ৰভু, দিয়া যেন সুখৰ বাতৰি,
শুনো যেন স্বামীৰ কুশল,
পাওঁ যেন স্নেহৰ সম্বাদ।
( পঢ়ে ) নেদেখি তোমাক
হৃদয়ত অগনি জ্বলিছে,
সোমবাৰে পাম বিন্ধ্যাচল
কোনোমতে আহি মোক দেখা দি যাবহি।
নাই পাখি কিৰূপে উৰিম,
বিন্ধ্যাচল কিমান আঁতৰ ?
অলপীয়া লেঠা হ'লে
হয় যদি সাদিনৰ বাট
এদিনতে সেই ঠাই পামগৈ মই।
কিৰূপে ওলাই যাওঁ, উলটি আহিলে
কি বুলিনো বুজাম লোকক ?
নেভাবোঁ পিচৰ কথা,
তাৰ বুধি পিচত ওলাব ;
কোৱাঁ মোক কিমান আঁতৰ সেই ঠাই ?

কিঙ্কৰ। দহ ক্ৰোশ ধাৰাসাৰ এদিনৰ বাট।

পদ্মাৱতী। যোৱাঁ তুমি কোৱাঁগৈ ৰাণীক এতিয়া
সহচৰী এজনীৰ ঘৰত বেমাৰ
যাব তাই নিজ ঘৰলৈ।
ক্ষত্ৰিয় কুমাৰী মই
পৰিশ্ৰম সহিব পাৰিম,
যাম নিজে নিজৰ খোজত।

কিঙ্কৰ। সেয়ে অতি উত্তম উপায়।
পদ্মাৱতী। দেখোঁ যেন ধুৰ্বলিকুঁৱলী!
যোৱাঁ তুমি যাবলৈ কৰাঁ আয়োজন।

[ দুইবো প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

বিন্ধ্যাচল পৰ্বত

[ গুহাৰপৰা ইন্দ্ৰৰথ, ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্য ওলায় ]

ইন্দ্ৰৰথ। আজি মুকলি বতৰ,
মৃগয়াৰ উপযুক্ত দিন।
শিকিছা গুহাত থাকি
কেনেকৈ কামলৈ ওলাই আহোঁতে
প্ৰণিপাত কৰে ঈশ্বৰক।
ৰজাৰ ডাঙৰ ঘৰ, ওখ অতি,
থাকি তাত নম্ৰ ভাব নোপজে মনত।
হে আকাশ, তোমাৰ বিস্তাৰ দেখি
উদিছে উদাৰ ভাব আমাৰ হিয়াত।
আকাশৰ সূৰ্য্যৰ পোহৰ
বন্দিছিলে আৰ্য্য ঋষিসৰে,
সেই সূৰ্য্য চোৱাঁ আকাশত,
কৰাঁ সেৱা সূৰ্য্যৰ পোহৰ;
ল'ৰাহঁত, কৰা প্ৰণিপাত,
কৰাঁ সেৱা বিভুৰ চৰণ।
ধৰ্মাদিত্য। } কৰোঁ সেৱা বিভুৰ চৰণ।
চন্দ্ৰাদিত্য। } কৰোঁ সেৱা বিভুৰ চৰণ।
ইন্দ্ৰৰথ। তোমালোক সৰু ল'ৰা,
খোজ চলে শিলৰ মাজতো,
যোৱাঁ উঠি পৰ্বতত হৰিণা বিচাৰি,

তলতে থাকিম মই
ওপৰৰপৰা দেখিবা টিপচী যেন,—
বুজি ল'বা অৱস্থাৰ ভেদে
সৰু বৰ দেখি মানুহক।
আছোঁ আমি সামান্য জীৱন ধৰি,
ডাঙৰ ডাঙৰ বিপদ,
সৰু আমি আছোঁ নিৰাপদে।
অকৃতজ্ঞ ৰজাক নেসেৱি
আছোঁ আমি শতগুণ সুখে;
ফটাকানি আমাৰ ভূষণ,
সিও ভাল,—ধাৰ কৰি অনা
নিকা পাটকাপোৰতকৈ।

ধৰ্মাদিত্য। জানা পিতা, সেইবাবে ক'ব পাৰা তুমি;
নাই যোৱা কোনো দিনে পৰ্বতৰ পৰা,
নাই দেখা নৰৰ সমাজ।
নাই একো ৰাগ-জাল এই জীৱনত;
বুঢ়া হ'লা, সেইবাবে ভাল পোৱা তুমি।
কিন্তু আমাৰ নিচিনা হ'লে
পাবা যেন পিঞ্জৰ সদৃশ।

চন্দ্ৰাদিত্য। ৰং পাওঁ জীৱ বধি আমি;
খাওঁ মাথোঁ হৰিণ বিচাৰি,
নাই ভেদ পশুৰে আমাৰে।
এই জীৱনকো যদি ভাল বোলোঁ আমি
গাব গান পিঞ্জৰতো চৰায়ে ৰঙেৰে।

ইন্দ্ৰৰথ। ল'ৰাহঁত, জানিলাহেঁতেন যদি
সমাজৰ কঠোৰ নিয়ম!
উচ্চ পদ পালে সমাজত
নিশ্চয় পতন হ'ব জানিবা এদিন।

যাৰ বাবে কৰিবা যতন
সেয়ে আহি ধৰিব উলটি,
নিন্দা শুনি হাঁহিব লাগিব।
লভিলোঁ বহুত মান মোৰ জীৱনতে
আছিলোঁ পৰম প্ৰিয় উদয়াদিত্যৰ,—
কিন্তু লগনীয়া কথা শুনি
মোৰ গুণ সকলো পাহৰি
বনবাসী কৰিলে শেহত।

ধৰ্মাদিত্য। ঠিক নাই ৰজাৰ মনৰ।

ইন্দ্ৰৰথ। মিছা অপবাদ মোৰ
জগতত প্ৰচাৰ কৰিলে,—
নাই কৰা কদাপিও
উজ্জয়িনী ৰজাৰে মন্ত্ৰণা
তথাপিও সেই বাদ
দিলে মোক বিচাৰ নকৰি।
হ'ল আজি একুৰি বছৰ
এৰিলোঁ ৰজাৰ দেশ
তোমালোক ল'ৰা দুটি
লৈ মই বুকুৰ মাজত
পৰ্বতত আছোঁহি দুখেৰে।
সেই কথা পাহৰাঁ এতিয়া
যোৱাঁ দুয়ো, পৰ্বতৰ ওপৰত উঠি
আনা মাৰি কি পোৱা বিচাৰি।

[ ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰস্থান ]

ফিৰিঙতি কেতিয়াও লুকাই নেথাকে;
যদিও দুয়োটি ল'ৰা ৰজাৰে সন্তান,
বনবাসী কৰা বাবে, নিঃসন্তান কৰি
আনিলোঁ লুকাই মই
দুয়োটিক কেঁচুৱা কালতে,

তথাপিও ৰাজগুণ আছে তুয়োটিত।
জানে মোক ৰঘুৰাজ বুলি,
নিজে নিজে থিহিব সুধীৰ বুলি ভাবে;
কিন্তু শুনিলে ৰণৰ কথা
সাহিয়াল লোকৰ জীৱনী
নাচি উঠে দুয়োটিৰ হিয়া*।

[ইন্দ্ৰৰথৰ প্ৰস্থান]

## চতুৰ্থ গৰ্ভাঙ্ক

গাঁৱৰ বাহিৰ

[পদ্মাৱতী আৰু কিঙ্কৰৰ প্ৰৱেশ]

পদ্মাৱতী। কৈছিলা বিন্ধ্যাচল আছে ওচৰতে,
আহোঁ মানে কিয় ওৰ নপৰে এতিয়া?
ক'ত আছে বীৰসিংহ, কেতিয়া দেখিম?
দেখোঁ,—ক'লা পৰি গ'লা!
একোকে নমতা হ'লা তুমি!
হুমুনিয়া পেলালা দেখোন!
দুখুৱাবা ভয় মোক, শান্ত ভাব ধৰা;
সেইখন কি কাগজ যাচিছা এতিয়া?
দেখিছোঁ আখৰ বীৰসিংহৰ হাতৰ।
কোৱা তুমি—নহ'লে নোৱাৰোঁ মই
থিৰ ভাবে চিঠিও পঢ়িব। (চিঠি লয়)

কিঙ্কৰ। পঢ়িলে বুজিবা,—
মোৰ দৰে দুৰ্ভগীয়া নাই জগতত।

পদ্মাৱতী। (পঢ়ে) "কিঙ্কৰ, বেঞ্জা হ'ল পদ্মাৱতী,
পালোঁ মই প্ৰত্যক্ষ প্ৰমাণ;

* মূল পাঠ—শিৰ।

নিঃসন্দেহ বুজিছোঁ যেতিয়া
প্ৰতিশোধ উচিত বিধান ;
প্ৰভুভক্ত ভৃত্য যদি তুমি
মোৰ হকে প্ৰতিশোধ তুমি আচৰিবা।
মোৰ এই চিঠিখনি দিলে
পদ্মাৱতী আহি আপোনাআপুনি
বিন্ধ্যাচল পৰ্বত পাবহি,—
তাতে তুমি প্ৰাণবধ কৰিব পাৰিবা ;
নহ'লে তুমিও হ'বা পাপত পতন।"

কিঙ্কৰ। নেলাগে বধিব মই
চিঠি পঢ়ি নিজে গ'ল পদ্মাৱতী বধ।

পদ্মাৱতী। বেশ্যা হলোঁ মই ?
অনুক্ষণ চিন্তা কৰি তেওঁৰে চৰণ,
তেওঁৰ কথাকে ভাবি, সমাজিক দেখি
চক্‌মক্ খাই উঠি কন্দাৰ কাৰণে
বেশ্যা হলোঁ মই ?

কিঙ্কৰ। দৈৱৰ নিবন্ধ।

পদ্মাৱতী। কল্যাণে ইমানে ক'লে,
নেদেখিলোঁ তোমাৰ অলপো দোষ।
এতিয়া বুজিলোঁ,—পৰি তুমি লোকৰ প্ৰেমত
পাহৰি চেনেহ মোৰ
আৰোপিছা মহাপাপ মোত।

কিঙ্কৰ। কওঁ কথা, শুনা থিৰ মনে।

পদ্মাৱতী। প্ৰভুভক্ত ভৃত্য হোৱা তুমি,
পালা তুমি প্ৰভুৰ আদেশ।
জনাবা দাসীৰ শেষ, দিলোঁ তৰোৱাল
কৰা ভেদ সবল হৃদয় ;
নাই মোৰ হৃদয়ত
প্ৰতিমূৰ্তি তোমাৰ প্ৰভুৰ,

মাৰ গ'লে বেলি, পোহৰৰ দৰে
সকলো সদগুণ গ'ল, শোক আছে ভৰি।
কাটা মোক প্ৰভুৰ আদেশ পালি
কিয় পিচ হোঁহকা এতিয়া ?

কিঙ্কৰ। যা তৰোৱাল,
অপৱিত্ৰ নকৰিবি মোৰ হাত তই।

পদ্মাৱতী। কিয়, কিহেৰে মৰিম মই ?
পাৰোঁ মই অনায়াসে
আত্মহত্যা কৰিব এতিয়া
কিন্তু সেই কথা শাস্ত্ৰৰ নিষেধ।
ডিঙি মোৰ পাতি দিছোঁ,
লৰচৰ অলপো নকৰোঁ ;
বীৰসিংহ, তোমাৰ কাৰণে
নুশুনি পিতাৰ কথা
বাছি এৰি ডাঙৰ ৰজাকো
হিয়াৰ আসন মোৰ অৰ্পিলোঁ তোমাক,—
নেভাবিবা কৰিলোঁ নিচেই উজু কাম।
যেতিয়া বুজিবা মোৰ দোষ নাই বুলি
মোৰ শোক কিৰূপে সহিবা ?
বধা মোক এতিয়া কিঙ্কৰ।

কিঙ্কৰ। গৰাকীৰ চিঠি পাই
নাই অহা চকুৰ থুমটি।

পদ্মাৱতী। বধি মোক শোৱা তুমি নিশ্চিন্ত মনেৰে।

কিঙ্কৰ। কিয় প্ৰাণ আছে হৃদয়ত ?

পদ্মাৱতী। কিয় মোক আনিলা ইমান বাট
প্ৰতাৰণা কৰি ? পাইছা সময় ;
নেচাওঁ উলটি আক অৱন্তী নগৰ,
বধা মোক নিজে মই কাকুতি কৰিছোঁ।

কিঙ্কৰ। নেলাগে উলটি যাব আক।

পদ্মাৱতী। কেনেকৈ উলটিম বধিবা যেতিয়া ?

কিঙ্কৰ। গৱাক্ষীয়ে শুনিছে শত্রুৰ কথা,—
তোমাক বধিলোঁ বুলি
মিছাকৈয়ে দিম সমাচাৰ।
দেশতো হেৰালা বুলি খবৰ ওলালে
বীৰসিংহ হ'ব প্রতাৰিত।

পদ্মাৱতী। ক'ত মই থাকিম কিৰূপে,
স্বামীৰ চকুৰ কুটা হৈ
কিয় মই জীৱন ধৰিম ?

কিঙ্কৰ। মহীপাল অতি সাধুলোক,
লোৱা যদি তেওঁৰে আশ্রয়,
থিৰ মনে, কৰা যদি গুপ্তবেশ ধৰি
উজ্জয়িনী নগৰত বাস
তেতিয়া জানিবা তুমি
কিদৰে নো বীৰসিংহ আছে;
চকুৰে নেদেখা যদি
ওচৰতে থাকি তুমি কাণেৰে শুনিবা।

পদ্মাৱতী। উদয়ন কুলৰ নন্দিনী মই;
সেই কার্য্য অৱশ্যে কৰিম।

কিঙ্কৰ। শুনা তেনে—পুৰুষৰ বেশ ধৰি
নাৰীৰ সৰল ভাব লুকাবা মনতে,
নিদিবা দোঁৱাই মুৰ
পুৰুষৰ কথাত উত্তৰ;—
নহ'লে পৰিবা ধৰা।

পদ্মাৱতী। সেই ভাৱে পালন কৰিম।

কিঙ্কৰ। আনিছোঁ পুৰুষ সাজ মোৰ লগতেই,
লোৱা তুমি; মহীপাল ধার্মিক মানুহ,
জানিলে তোমাৰ গুণ ল'ব আদৰেৰে।

কৰিম সহায় মই, ধন-বিত দিম,
লাগিব যেতিয়া মোক দিবা সমাচাৰ।
দিলোঁ মই এই এটি উত্তম ঔষধ,
আনিছিলোঁ ৰাণীৰ হাতৰপৰা,
লাগিলে ভাগৰ, এপালি খালেই
ততালিকে ভাল পাবা তুমি।
আঁতৰতে গছৰ তলতে
পিন্ধি লোৱাঁ পুৰুষৰ দৰে,
যাওঁ আৰু সোনকালে, আতৰোঁ এতিয়া।

পদ্মাৱতী। নোৱাৰোঁ তোমাক মই
বুজাব হিয়াৰ ভাব মুখৰ কথাৰে।

[ কিঙ্কৰৰ প্ৰস্থান ]

পদ্মাৱতী। গীত

বিধি কিয় কাঢ়ি নিলা,
সুখৰ সপোন কাঢ়ি নিলা ?
কিয় বিধি হিয়াৰ নিধি
কাঢ়ি নিলা কাঢ়ি নিলা ?
দিয়া আকৌ হিয়াৰ ৰতন,
ধৰোঁ তোমাৰ দুটি চৰণ,
সোধো তোমাক কৰি নিবেদন
সুখৰ সপোন কিয় নিলা ?

[ পদ্মাৱতীৰ প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

অৱন্ত ৰাজপ্ৰাসাদ

[ উদয়াদিত্য, ভানুমতী আৰু চক্ৰপাণিৰ প্ৰবেশ ]

ভানুমতী। ৰণ হ'লে মহাৰাজ,
জয় হ'ব নিশ্চয় আমাৰ।

উদয়াদিত্য। তোমাৰ সাহতে ৰাণী,
ভাবিছোঁ কৰিম বুলি ৰণ ;—
মোৰ এই নিশ্চয় বিশ্বাস,—
চলোঁ যদি তোমাৰ কথাত
কেতিয়াও বিপদৰ ওচৰ নেচাপোঁ।
কিন্তু কেনি গ'ল পদ্মাৱতী
দেখা আজি কিয়নো নেপালোঁ ?
হ'লোনে অপাত্ৰ আমি দেখা পাবলৈকো ?

ভানুমতী। বীৰসিংহ আঁতৰি যাবৰেপৰা
পদ্মাৱতী নোসায় সুফুৰে ;
সময়ত ভাল হ'বগৈ,
নক'ব খঙৰ কথা
পদ্মাৱতী নিচেই কোমল।

[ দূতৰ প্ৰবেশ ]

দূত। মহাৰাজ, কুমাৰীৰ দুৱাৰ জপোৱা।
চিঞৰিলোঁ ইমানে তথাপি
একোকে নিদিলে সম্বিধান।

ভানুমতী। মহাৰাজ, পাহৰিছোঁ মই,
কুমাৰীয়ে কৈছিলে মোক,—
শৰীৰ নোহোৱা বাবে ভাল
নাই পৰা ওলাই ফুৰিব।

উদয়াদিত্য। জপোৱা দুৱাৰ, নাই দেখা কালিৰপৰাই !
হে প্ৰভু, লাগিছে মনত ভয়,
থাকোঁ যেন নাই একো ভয়ৰ কাৰণ।

[ দূত আৰু উদয়াদিত্যৰ প্ৰস্থান ]

ভানুমতী। চক্ৰপাণি, তুমিও লগতে যোৱাঁ।

চক্ৰপাণি। কিহবাকো নাই দেখা আজি।

[ চক্ৰপাণিৰ প্ৰস্থান ]

ভানুমতী। কিঙ্কৰক মই দিয়া দৰবে ধৰিছে;
ভাবিছিলে তাক অতি মহৌষধ বুলি,
খালে হ'ব পায়, ক'ৰ পৰা ওলাবহি?
কিন্তু কেনি গ'ল পদ্মাৱতী।
হ'ব পায় বীৰসিংহ যোৱা বাটে গ'ল
নহ'লে মৰিল ক'ৰবাত।
তাই গ'লে নিষ্কণ্টক হ'ল মোৰ আশা,
অৱন্তীৰ সিংহসেন যাকে দিওঁ তাৰে।

[ চক্ৰপাণিৰ প্ৰবেশ ]

চক্ৰপাণি। পদ্মাৱতী নিশ্চয় পলাই গ'ল।
যোৱাঁ মাহী, বুজোৱাঁ ৰজাক,
ৰজাই কৰিছে খং অতি বেজাৰেৰে।

ভানুমতী। ( একলীয়াকৈ ) শেষ হ'লে ৰজাৰো এতিয়া,
মোৰ আশা পূৰিব খিতাতে।

[ ভানুমতীৰ প্ৰস্থান ]

চক্ৰপাণি। পদ্মাৱতীক দেখিলে মোৰ ভালো লাগে, বেয়াও লাগে। দেখিবলৈ ভাল, সেইবাবে ভাল লাগে; মোৰ চাটকে নসয়, সেইবাবে খং উঠি বেয়া লাগে। অ'! এইটো কিঙ্কৰ ওলাইছেহি।

[ কিঙ্কৰৰ প্ৰবেশ ]

চক্ৰপাণি। এই কটা কুকুৰ পাষণ্ড, তোৰ পদ্মাৱতী ক'লৈ গ'ল? ক এতিয়াই, নহ'লে যমপুৰী দেখিবি।

কিঙ্কৰ। ঔ মোৰ বিধতা!

চক্ৰপাণি। তাই ক'লৈ গ'ল, ক। নহ'লে নিপাত কৰিম। ক'লে ক, নহলে তোৰ পেট ছিৰি কথা উলিয়াম। বীৰসিংহক বিচাৰি গ'ল নেকি?

কিঙ্কৰ। মইনো কেনেকৈ ক'ম মোৰ দেউতাঈশ্বৰ?

চক্ৰপানি। ক'বই লাগিব তই। ক, নহ'লে তোৰ পঙ্গু কৰিম।

কিঙ্কৰ। এই চিঠিখনকে পঢ়ি চাওক। বীৰসিংহই পদ্মাৱতীলৈ দিছিল। মই পৰি থকা পালোঁ।

চক্ৰপাণি। চাওঁ বাৰু, দে। (পঢ়ি চায়)

কিঙ্কৰ। (একলীয়াকৈ) বাৰু, বীৰসিংহক বিচাৰি এপাক বিন্ধ্যাচলৰপৰা ফুৰি আঁহা! পদ্মাৱতীক লগ পোৱা তোমাৰ হৈছেই! ইপিনে বীৰসিংহলৈ পদ্মাৱতী মৰিল বুলিয়েই সম্বাদ দিছোঁ।

চক্ৰপাণি। আথৰকেইটা হ'লে বীৰসিংহৰে। সঁচা নে অ'? পদ্মাৱতীক লগ পাবলৈ বীৰসিংহ আহিছেনে? তই যদি মোৰ বিশ্বাসী হৱ, তেন্তে তোৰ ধনে চৌ-চৌৱাই থাকিব। সেই টোকোনা বীৰসিংহটোৱে তোক কি দি চহকী কৰিব?

কিঙ্কৰ। মই আপোনাৰ বিশ্বাসী হ'ম। (একলীয়াকৈ) বাৰু পিচতহে বুজিবা।

চক্ৰপাণি। সাধু, সাধু, সাধু। (পিঠিত চপৰিয়ায়) মই এতিয়া বিন্ধ্যাচল পৰ্বতলৈ যাম, তাতে বীৰসিংহক ডুডোখৰ কৰি থৈ আহিম। বাৰু ৰ'লচোন, এতিয়া তই মোক বীৰসিংহৰ ভাল চাই চোলা এটা উলিয়াই দেগৈ, তাকে পিন্ধি যাম।

[ দুইবো প্ৰস্থান ]

## ষষ্ঠ গৰ্ভাঙ্ক

ইন্দ্ৰৰথৰ গহ্বৰৰ মুখ

[ পুৰুষবেশে পদ্মাৱতীৰ প্ৰৱেশ ]

পদ্মাৱতী।
ধাৰাসাৰ ফুৰিছোঁ দুদিন,
ক্লান্ত হ'লো শুইছোঁ গছৰ ছাত;
কিঙ্কৰে যাবৰ বেলি কৈ গ'ল মোক
অলপতে পাম বিন্ধ্যাচল;
ডুটা মগনীয়া দেখি সুধিছিলোঁ, ক'লে,—
এক ক্ৰোশ বাট আছে বুলি।
কিন্তু আহিছোঁ দুদিন আজি

তথাপিও ওৰ দেখোঁ নপৰে বাটৰ।
মগনীয়া নিচেই দুখীয়া
সিহঁতেও মিছা কথা কয়!
মিছা কোৱা চহকীৰ গুণ।
অবিশ্বাসী যদিও, বল্লভ তুমি—
তথাপিও ভাবিলে তোমাক.
ভোক-দুখ গুচে ততালিকে।
এইটো দেখিছোঁ বাট,—
বিপদত সাহ বাঢ়ে
ভীৰু হয় বিলাসত পৰি
সাহত নিৰ্ভৰ কৰি আগবাঢ়ো মই,—
কোন অছো? দিবানে উত্তৰ মোক?
সোমাওঁ ভিতৰ, ল'লোঁ তৰোৱাল,
ক্ষত্ৰিয়কুমাৰী মই নমৰোঁ ভয়ত।

[ গহ্বৰত সোমায় ]

[ ইন্দ্ৰৰথ, ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰবেশ ]

ইন্দ্ৰৰথ। মিহিৰৰ দেখিলোঁ বিষম সাহ;
দুখৰ দেহত ঘাম বেগেতে শুকায়,
কিন্তু ফল পায় বহুত পিচতো।
সুধীৰ সোমাই যোৱাঁ
কৰাঁগৈ আয়োজন আহাৰ কৰাৰ।

ধৰ্মাদিত্য। লাগিছে ভাগৰ মোৰ।

চন্দ্ৰাদিত্য। ভাগৰ লাগিছে মোৰো, ভোকেও ধৰিছে।

ইন্দ্ৰৰথ। দেখিছোঁ কোনোবা এটি
আছে যেন ভিতৰ সোমাই।

ধৰ্মাদিত্য। কোন আছে?

ইন্দ্ৰৰথ। সঁচাকৈয়ে, দেখিছোঁ অজবী যেন;
আহিছে ওলাই দেখোঁ ল'ৰাটিৰ দৰে।

[ পদ্মাৱতীৰ প্ৰৱেশ ]

পদ্মাৱতী। অপকাৰ নকৰিবা মোৰ ;
ভোকত মৰাতকৈ
খালোঁ মই আহাৰ বিচাৰি ;
নাই অন্য একো চুৰ কৰি
তোমালোক নহা হ'লে খোৱাৰ সলনি
ধন মই থৈ গলোঁহেঁতেন ইয়াতে,
এতিয়াও ধন দিওঁ লোৱাঁ।

ধৰ্মাদিত্য ধন দিবা নহওঁ কুবেৰ আমি
নিদিওঁ মামৰে খাব ধন।

পদ্মাৱতী খং যেন দেখিছোঁ তোমাৰ।
মাৰা যদি মোক তুমি অপৰাধ ধৰি।
মৰিলোঁহেঁতেন মই আগেয়ে ভোকতে।

ইন্দ্ৰৰথ। কেনি যাবা তুমি, কি নাম তোমাৰ ?

পদ্মাৱতী। আহিছিলো ইয়ালৈকে মই
নিকুম্ভ নামেৰে পৰিচিত।
ইয়াতে আছিল মোৰ চিনাকি এজন,
তেওঁকে বিচাৰি আহি বাট হেৰুৱালোঁ
ভোকত অথিৰ হৈ
কৰিলোঁহি এই অপকাৰ।

ইন্দ্ৰৰথ। পৰ্বতত থকা দেখি
নেভাবিবা আমাক অসভ্য বুলি ;
থাকাঁ তুমি আমাৰ লগতে
যথাযোগ্য শুশ্ৰূষা কৰিম।

চন্দ্ৰাদিত্য ভাই যেন লাগিছে তোমাক,
থাকাঁ তুমি আনন্দ মনেৰে,
পৰিছাহি বন্ধুৰ মাজত।

পদ্মাৱতী। বুজিছোঁ, পৰিছোঁ মই বন্ধুৰ মাজত।

পৰ্বতত বাস কৰা
এইহালি ল'বাৰ নিচিনা
নাই কোনো সুসভ্য ৰজাৰ নগৰতো।
পৰা হ'লে থাকিলোঁহেঁতেন ময়ো
ইযাতে, পাহৰি বীৰসিংহৰ কাহিনী।

ইন্দ্ৰৰথ। আহাঁ আমি আহাৰৰ কৰোঁ আয়োজন।

ধৰ্মাদিত্য। নিকুম্ভ তুমিও আহাঁ।

পদ্মাৱতী। ব'লা যাওঁ।

[ সকলোৰে প্ৰস্থান ]

## চতুৰ্থ অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

গাঁৱৰ বাহিৰ

[ চক্ৰপাণিৰ প্ৰবেশ ]

চক্ৰপাণি। যদি কিঙ্কৰে কোৱা কথা সঁচা হয়, তেনেহ'লে বীৰসিংহক ইয়াতে লগ পাব লাগিছিল। বীৰসিংহৰ চোলাটো হ'লে মোৰ গাত খাই পৰিছে, তাৰ মানুহজনীয়েও ভুৱাই পৰিব। মাইকী মানুহৰ কি ঠিক আছে? যাৰ হাততে পৰে তাকে ভুৱাই ধৰে। এতিয়া আৰু ইয়াত কোনো মানুহো নাই, নিজৰ ভিতৰতে আৰু ক'বলৈ কি?— মই দেখিবলৈকো ভাল, ডেকা মানুহ, ৰাণী মোৰ মাহী হয়, বীৰসিংহতকৈ চহকীও। মোক ৰাণীয়ে ৰজাৰ হতুৱাই পো লোৱাম বুলিয়েইহে আনিছিল, পিছে জীয়েকেৰে সাঙোৰটো লৈ থ'ব পৰাহেঁতেন কথাই নাছিল। এই বীৰসিংহইহে মাজতে বিধি-পথালি দিলে। বাৰু, বীৰসিংহক মই কি কৰোঁ মোৰ গাৰ দেৱতাকেজনেহে জানিছে।

[ চক্ৰপাণিৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

### পৰ্বতৰ ওচৰ

[ ইন্দ্ৰৰথ, ধৰ্মাদিত্য, চন্দ্ৰাদিত্য আৰু পদ্মাৱতীৰ প্ৰবেশ ]

ইন্দ্ৰৰথ। নিকুম্ভক দেখিছোঁ দুৰ্বল যেন!
থাকাঁ তুমি ঘৰতে এতিয়া,
যাওঁ আমি আহাৰ বিচাৰি।

চন্দ্ৰাদিত্য। থাকাঁ ভাই ইয়াতেই তুমি;
ভাই আমি হৈছোঁ এতিয়া।

পদ্মাৱতী। একে মাটিৰেই সজা সকলো মানুহ
তেও কিয় ইমান পৃথক?
ভাল লগা নাই মোৰ, ওলাই নেযাওঁ—
তোমালোক সকলোটি যোৱাঁ,
ক্লান্ত মই— শৰীৰ অসুখ।

ধৰ্মাদিত্য। ভাল পাওঁ নিকুম্ভক পিতাৰ সমানে।

চন্দ্ৰাদিত্য। মোৰো ভাল লাগিছে সিমান;
নকৰোঁ তুলনা মই যদিও পিতাৰে
তথাপিও চেনেহৰ উচ্চ আসনত
নিকুম্ভ বহিছে আহি মোৰ হৃদয়ত।

ইন্দ্ৰৰথ। ( এফলীয়াকৈ ) ধন্য ধন্য ৰজাৰ সন্তান,
সিংহৰ পোৱালি হ'ব সিংহৰ নিচিনা!
নাই চিনা এই ল'ৰাটিক,
কিন্তু আমি মোহ গ'লোঁ সৰল ভাবত।

পদ্মাৱতী। ( এফলীয়াকৈ ) শুনিছিলোঁ নগৰৰ
বাহিৰেদি আৰু নাই ক'তো সভ্যৰ নিবাস;
কিন্তু এতিয়া দেখিলোঁ
এনেকুৱা সুন্দৰ মানুহ
কোনো আৰু নাই নগৰত।
লাগিছে নিচেই বেয়া
থাওঁ মই কিছুৰৰ দৰৰ এপালি। [ থায় ]

ধৰ্মাদিত্য। সুধিলে নকয় একো
দোষে মাথোঁ নিজৰ কপাল।
চন্দ্ৰাদিত্য। লাহে লাহে জানিম সকলো কথা আমি।
ইন্দ্ৰৰথ। আহাঁ যাওঁ আহাৰ বিচাৰি,
থাকা তুমি সাহত নিৰ্ভৰ কৰি।
পদ্মাৱতী। থাকোঁ মই যেনেদৰে পাৰোঁ।

[ গহ্বৰত সোমায় ]

চন্দ্ৰাদিত্য। বেজাৰৰ হুমুনিয়া
পিচৰ মৃদুল হাঁহি
দুয়োটিয়ে ল'ৰাটিত সমানে শোভিছে।
ধৰ্মাদিত্য। বেজাৰ তথাপি কিন্তু ধৈৰ্য্য ধৰি আছে।
ইন্দ্ৰৰথ। আহাঁ যাওঁ বহুপৰ হ'ল।

[ চক্ৰপাণিৰ প্ৰবেশ ]

চক্ৰপাণি। কেনি গ'ল পলৰীয়া ইয়াতে আছিল?
ইন্দ্ৰৰথ। পলৰীয়া কোন আৰু আমাৰ বাহিৰে?
চিনিছোঁ ইয়াক,— চক্ৰপাণি,
তুলি ল'ব খুজিছিল আমাৰ ৰাণীয়ে;
দেখা নাই যদিও ইমান দিন
তথাপিও চিনিছোঁ ইয়াক;
নিশ্চয়ে আহিছে আজি আমাক বিচাৰি।
ধৰ্মাদিত্য। নাই অহা অকলৈ,—
আহিছে লগত আৰু কোনোবা মানুহ
চাই আহাঁ, থাকোঁ মই ইয়াৰ লগতে।

[ ইন্দ্ৰৰথ আৰু চন্দ্ৰাদিত্যৰ প্ৰস্থান ]

চক্ৰপাণি। কোন তই, পৰ্বতীয়া অসভ্য বৰ্বৰ?
ধৰ্মাদিত্য। নাই দেখা এনেকুৱা বৰ্বৰ কদাপি।
চক্ৰপাণি। হ'বি তই নিশ্চয় ডকাইত,
তোক মই ধৰিম এতিয়া।

ধৰ্মাদিত্য। ধৰিব খুজিছ? মই যেনে তয়ো তেনে,—
নাই কিন্তু তোৰ দৰে মুখত ডাঙৰ কথা।
চক্ৰপাণি। নাই পোৱা চিনি মোক কাপোৰে-কানিয়ে?
ধৰ্মাদিত্য। পৰিচিতি কাপোৰ-কানিৰে তই?
যা গুচি, একোকে নকৰোঁ।
চক্ৰপাণি। মোৰ নাম শুনি কঁপিছে বনৰ বাঘ।
ধৰ্মাদিত্য। কিনো নাম তোৰ?
চক্ৰপাণি। জানিছ পাষণ্ড, মোৰ নাম চক্ৰপাণি।
ধৰ্মাদিত্য। জানিছোঁ পাষণ্ড, তোৰ নাম চক্ৰপাণি,
নকঁপো কদাপি মই তোৰ নাম শুনি।
চক্ৰপাণি। শুন যদি আৰু মোৰ কথা,
তোৰ গাত কঁপনি উঠিব,—
ৰাণী মোৰ সম্বন্ধত আপোনাৰ মাহী।
ধৰ্মাদিত্য। কিন্তু নীচ যেন দেখিছোঁ কথাত।
চক্ৰপাণি। নাই কৰা ভয়?
ধৰ্মাদিত্য। ভয় কৰোঁ জ্ঞানীলৈ মাথোঁ,
মূৰ্খ দেখি হাঁহি উঠে মোৰ।
চক্ৰপাণি। মৰিব খুজিছ তই মৰিবি এতিয়া।

[ দুইৰো হতাহতি কৰি প্ৰস্থান ]

[ ইন্দ্ৰৰথ আৰু চন্দ্ৰাদিত্যৰ প্ৰবেশ ]

ইন্দ্ৰৰথ। নাই ক'তো কাকো নেদেখিলোঁ।
চন্দ্ৰাদিত্য। নিচিনিলা, ভুল হ'ল কোনোবা মানুহ।
ইন্দ্ৰৰথ। নিশ্চয় চিনিছোঁ তাৰ নাম চক্ৰপাণি ;—
মাতটো আগৰ দৰে আছে
মুখ হ'লে অলপ লৰিছে।
চন্দ্ৰাদিত্য। কেনি গ'ল মিহিৰ এতিয়া ;
অকলৈ এৰি যোৱা হ'ল,
কিজানিবা ভয়কে কৰিছে ;

ইন্দ্ৰৰথ। নাই ভয় মিহিৰৰ ;
সোৱা চোৰা আহিছে মিহিৰ।
[ চক্ৰপাণিৰ মূৰ লৈ ধৰ্মাদিত্যৰ প্ৰবেশ ]

ধৰ্মাদিত্য ইয়াক বধিব আজি নোৱাৰাহেঁতেন
মোক আৰু নেদেখা ইয়াত ;
মূৰ্খ চক্ৰপাণি নাই জ্ঞান
কেৱল মুখৰ কথা সাৰ।

ইন্দ্ৰৰথ। কি কাৰ্য্য কৰিলা তুমি!

ধৰ্মাদিত্য। চক্ৰপাণি বুলি মোক নাম কৈছিল,
কৈছিল ৰাণী মাহীয়েক বুলি ;
নানাৰূপে তিৰস্কাৰ কৰি,
ধৰি নিব খুজিছিলে মোক,
সেইবাবে বধিলোঁ ইয়াক।

ইন্দ্ৰৰথ। হ'ল সৰ্বনাশ!

ধৰ্মাদিত্য। কিয় পিতা, এনেকুৱা অহংকাৰ শুনি
নকৰিম আমি প্ৰতিকাৰ ?
আছোঁ আমি ৰাজ্যৰ বাহিৰে,
সেয়ে নিজে নিজে
দণ্ড দিলোঁ দোষ কৰা বাবে।
দেখিলানে ক'ৰবাত কোনোবা মানুহ ?

ইন্দ্ৰৰথ। জনপ্ৰাণী এটিকো নেপালোঁ লগ,—
নেদেখিলোঁ চকুৰে দেখাত।
অৰণ্যে আহিছে কোনো তাৰ লগৰীয়া,
নাই অহা অকলৈ বলিয়াৰ দৰে।
শুনিছিলে পৰ্বতত আমি আছোঁ বুলি
সেইবাবে আহিছিলে মানুহেৰে স'তে
হ'ব পায় আমাক বিচাৰি;
এতিয়া ওলায় যদি নেগুৰত কোনো
নিশ্চয় মৰণ হ'ল বুজিবা আমাৰ।

চন্দ্ৰাদিত্য। পূৰ্ণ হক ইচ্ছা ঈশ্বৰৰ ;
মিহিৰে কৰিলে কিন্তু উপযুক্ত কাম।

ইন্দ্ৰৰথ। দেখি গ'লোঁ নিকুম্ভৰ অসুখ শৰীৰ,
সেইবাবে ভাল লগা নাই।

ধৰ্ম্মাদিত্য। যাওঁ মই দিওঁগৈ
এই মুৰ নৈত উটুৱাই ,—
ধৰক ৰাঙলী বোল
সকলোৱে দেখক ৰঙেৰে।

[ ধৰ্ম্মাদিত্যৰ প্ৰস্থান ]

ইন্দ্ৰৰথ। মিহিৰৰ এই কাৰ্য্য উচিত নহ'ল।

চন্দ্ৰাদিত্য। হয় যেন হ'ব লগা হ'লে
মোৰ গাতে সকলো বিপদ।

ইন্দ্ৰৰথ। নেযাওঁ ওলাই আৰু
যোৱাঁচোন নিকুম্ভক চাই আহাঁগৈ।

[ চন্দ্ৰাদিত্যৰ প্ৰস্থান ]

আচৰিত দুয়োটি কুমাৰ ;
নাই দেখা সাধুৰ সমাজ
জানে কিন্তু সাধু ব্যৱহাৰ।
ৰজাৰ সকলো গুণে
দুয়োটিতে প্ৰকাশ কৰিছে।

[ ধৰ্ম্মাদিত্যৰ প্ৰবেশ ]

ধৰ্ম্মাদিত্য। কেনি গ'ল সুধীৰ এতিয়া ?
মুৰ দিলোঁ উটুৱাই
ৰাণী মাহীয়েকে তাৰ পাব সমাচাৰ।

ইন্দ্ৰৰথ। সুধীৰ আহিছে সৌৱা
কিবা এটি ক'ব খোজে যেন।

[ চন্দ্ৰাদিত্যৰ প্ৰবেশ ]

চন্দ্ৰাদিত্য। মৰি আছে নিকুম্ভ গুহাতে,
যি মুখত শোভিছিলে মধুৰ হাঁহিয়ে।

আছিল কোমল মাত, জ্বলা চকু দুটি,—
সকলো নিতাল মাৰি আছে।

ধৰ্মাদিত্য। কি কোৱা সুধীৰ!
পদ্মফুল জঁয় পৰি গ'ল?

ইন্দ্ৰৰথ। কোনে জানে কি হ'লহেঁতেন
কিন্তু অকালতে সৰিল ফুলৰ কলি;
জীৱনত কত মৃত্যু দেখিছোঁ শুনিছোঁ,
তাত মোৰ একো আৰু বেজাৰ সেলাগে।
ব'লা যাওঁ, পৰ্বতত পৰ্বতীয়া দৰে
কৰোঁগৈ দেহৰ সৎকাৰ।

[ ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰস্থান ]

চক্ৰপাণি যদিও আমাৰ শত্ৰু
তথাপিও ৰজাৰ কুটুম,
সেইবাবে নিকুম্ভক সৎকাৰ কৰোঁতে
কৰিম সৎকাৰ চক্ৰপাণিৰ দেহৰো।
কিন্তু অগ্নিৰ সৎকাৰ হ'লে
কদাপি কৰিব নোৱাৰিম।
জুই লগা দেখিলে কোনোৱে
আৰু যদি ধোৱাঁ উঠা দেখে,
চক্ৰপাণি মৰাৰ সম্বাদ শুনি
ধৰিব আমাক আহি ৰজাৰ সেনাই।

[ ইন্দ্ৰৰথৰ প্ৰস্থান ]

[ বনদেৱীসকলৰ প্ৰবেশ ]

গীত

খাম্বাজ—ঝাঁপতাল

সকলোৰে এয়ে দশা অন্তিম কালত
দয়া-মায়া উৰি যাব যমৰ হাতত।
হাঁহিটি কেনিবা যাব, চকুৱে নেদেখা হ'ব,
কাণে আৰু নুশুনিব, মুখবো লুকাব মাত।

ধন-মান নেলাগিব, বিদ্যাবুদ্ধি আঁতৰিব,
দেহৰো লাৱণী যাব, সকলো হেৰাব গাত।

[ বনদেৱীসকলৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

এখন পথাৰ

[ পদ্মাৱতী আৰু চক্ৰপাণিৰ মৃতদেহ ফুলেৰে ঢকা আছে।
ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰবেশ ]

ধৰ্মাদিত্য। নপৰে ৰ'দৰ তাপ নাই একো ভয়,
নোপোৱা জ্বাৰত আৰু দুখ,
সংসাৰৰ লীলাখেলা ঢুকাল এতিয়া,—
ভোগাগৈ স্বৰগত সুখ।
ৰজা-প্ৰজা সকলোৰে অন্তিম কালত,
এয়ে দশা ভয় লগা শ্মশানশালত।

চন্দ্ৰাদিত্য। ডাঙৰৰ ৰঙা চকু তোমাত নপৰে,
শক্তিৰ নোপোৱা উৎপীড়ন,
খোৱা পিন্ধা একো আৰু তোমাক নেলাগে,
নেবাজে কণ্ঠত সমীৰণ।
ধনী-জ্ঞানী সকলোৰে এয়ে দশা হ'ব,
মাটিৰ শৰীৰ এই মাটিতে লুকাব।

ধৰ্মাদিত্য। নকৰিবা ভয় বিজুলীৰ চমকনি,
চন্দ্ৰাদিত্য। বজ্ৰাঘাত তোমাত নহয়;
ধৰ্মাদিত্য। নোপোৱা বেজাৰ মানুহৰ নিন্দা শুনি,
চন্দ্ৰাদিত্য। শোক দুখ পালে আৰু লয়;
দুয়ো। হৃদয়ৰ প্ৰেম ভাব, প্ৰেমৰ আধাৰ,
এইদৰে শেষ হৈ হ'ব অন্ধকাৰ।

ধৰ্মাদিত্য। ভূত প্ৰেত নোৱাৰে চাপিব,
চন্দ্ৰাদিত্য। অমঙ্গল একো নিমিলিব,

ধৰ্মাদিত্য। ওপৰত পুষ্প বৰষি,

চন্দ্ৰাদিত্য। ঈশ্বৰৰ কটাক্ষ থাকিব ;

দুয়ো। শুই থাকা আনন্দ ভাবত,
চিৰ শান্তি থাকক লগত।

[ ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰস্থান ]

[ ইন্দ্ৰৰথৰ প্ৰবেশ ]

ইন্দ্ৰৰথ। ইয়াতে থাকক চক্ৰপাণি ;
ৰজাৰ কুমাৰ, ৰাণী মাহীয়েক,
শুই থাকাঁ ফুলৰ চিতাত।
তুমিও নিকুম্ভ থাকা ইয়াতেই শুই।
দেখিলোঁ থন্তেক মাথোঁ,
বুজিলোঁ বেজাৰ, নুবুজিলোঁ কিহৰ কাৰণে।
থাকা এইদৰে কেবাদিনো,
কেতিয়াবা সুবিধা বুজিলে,
আনিম সমিধ পদ্ম সৰল গোটাই,
জাপিম দুইৰো গাত
লগাম অগনি, পঞ্চভূত লয় পাব,
তোমালোক লুকাবা ধৰাত ;
ধৰ্মাধৰ্ম লোভ মোহ
ছাই হ'ব অগ্নিৰ হাতত।

[ ইন্দ্ৰৰথৰ প্ৰস্থান ]

পদ্মাৱতী। ( সাৰ পাই ) কেনি গ'লে পাম বিন্ধ্যাচল ?
নিশা নিশা আহিব লাগিছোঁ,
নোৱাৰোঁ, থাকিলোঁ আৰু, জিৰাওঁ থন্তেক।
কোন এয়া আছে ওচৰতে ?
( চক্ৰপাণিৰ দেহ দেখি )
কাৰ দেহ তেজেৰে ৰাঙলী,
ৰঙা চন্দনৰ দৰে ফুলত লাগিছে ?
হব পায় সমাজিক দেখিছোঁ এতিয়া,—

আছিলোঁ গুহাত,
সেৱিছিলোঁ সাধুৰ চৰণ,
কেনিবা লুকাল দেখোঁ চকু পচাৰতে।
সিটো স্বপ্ন শেষ হ'ল
এইটো নো কি দেখিছোঁ আৰু ?
মূৰ নাই মৃতদেহ আছে ওচৰতে,
চিনিছোঁ চোলাটো, বীৰসিংহ,
স্বৰগতো তোমাৰ মৰণ!
কেনি গ'লি কিঙ্কৰ এতিয়া ?
মন্ত্ৰণাৰ বশৱৰ্ত্তী হৈ
শুনি চক্ৰপাণিৰ ছলনা
হ'লি তই বিশ্বাসঘাতকী।
কিঙ্কৰ, পাষণ্ড তই, চিঠি জাল কৰি
এই দশা কৰিলি স্বামীৰ!
কিঙ্কৰ, কিয় তই মূৰ কাটি নিলি,
চক্ৰপাণি হ'ল তোৰ এতিয়া আপোন!
বুজালি দৰব বুলি, বিহ দিলি,
ৰক্ষা পালোঁ কথমপি মাথোঁ।
চক্ৰপাণি কিঙ্কৰৰ ছলনাত আজি
হেৰুৱালোঁ হৃদয়নাথক।
ধৰাঁ নাথ, প্ৰাণ যায় মোৰ,
ধৰিছোঁ সাৱটি মই তোমাৰ শৰীৰ।

[ মহীপাল আৰু সেনাসকলৰ প্ৰবেশ ]

মহীপাল। জয় হ'ব, উজ্জয়িনী জিকিব ৰণত।
সেনাদল যোৱাঁ এতিয়াই
গোট খোৱা সকলোটি গৈ।
কোন এয়া পৰি আছে
তিতি-বুৰি তেজেৰে ৰাঙলী ?

এটা সেনা। নাই যোৱা প্ৰাণ সেনাপতি।

মহীপাল। হয়, কোন তুমি পৰিচয় দিবানে আমাক ?
দেখি এনে অৱস্থা তোমাৰ
নাই পৰা একোকে বুজিব।

পদ্মাৱতী। এখেত গৰাকী মোৰ,
পৰ্বতীয়া মানুহে বধিলে ;
আছিলোঁ লগুৱা মই,—
বিচাৰিলে জগতত
ক'তো মই এনে আৰু দয়ালু নেপাম।

মহীপাল। অৱশ্যে দুখৰ কথা।
কিন্তু ততোধিক দুখ মোৰ
লাগিছে তোমাৰ কথা শুনি,
কি নাম তোমাৰ ?

পদ্মাৱতী। নিকুম্ভ।

মহীপাল। ওলাবানে আমাৰ লগত ?
কেনেকুৱা ব্যৱহাৰ পোৱা
নোৱাৰোঁ আগেয়ে ক'ব !
কিন্তু তুমি স্নেহ পাবা মোৰ ওচৰত।

পদ্মাৱতী। যায় মই নিয়ে যদি লগতে এতিয়া।
কৰিব পাৰিলে এই দেহৰ সৎকাৰ,
প্ৰভুৰ উচিত কাৰ্য্য সাধন কৰিলে
যাব পাৰোঁ লগতে এতিয়া।

মহীপাল। ঠিক কথা শিক্ষা পালোঁ তোমাৰ কাষত।
যোৱা সেনাদল, সকলোৱে মিলি
দাহ কৰা মৃতকৰ পৱিত্ৰ শৰীৰ।
নিকুম্ভ, বেজাৰ এৰি মচা চকুপানী ;
দুখত পৰিহে লোকে
পায়গৈ সুখৰ জীৱন।

[ সকলোৰে প্ৰস্থান ]

## চতুর্থ গৰ্ভাঙ্ক

ৰাজপ্ৰাসাদ

[ উদয়াদিত্য, কিঙ্কৰ আৰু এজন বিষয়াৰ প্ৰবেশ ]

উদয়াদিত্য । যেতিয়া বিপদ হ'ব,
জাকে জাকে দেখা দিয়ে আহি ।
স্নেহৰ পুতলী মোৰ
পদ্মাৱতী কেনিবাদি গ'ল,
চক্ৰপাণি এনেয়ে হেৰাল,—
তাতে ৰাণীৰ বাঢ়িছে শোক
শয্যাগত চিন্তাত মগন ।
নোৱাৰিলোঁ বুজিব ৰাণীৰ মন
ৰাণীৰ কথাত চলি বিপদ চপালোঁ ।
নিশ্চয় কিঙ্কৰ তই
ক'ব পাৰ পদ্মাৱতী যোৱা,
এনেয়ে নক'লে তোক চেপেনাৰে চেপি
উলিয়াম সকলো বাতৰি ।

কিঙ্কৰ । মহাৰাজে ইচ্ছা হ'লে
কিঙ্কৰক দণ্ড দিব পাৰে,
কিন্তু নেজানো একোকে মই
কেনি গ'ল ৰজাৰ কুমাৰী ।

বিষয়া । হয় মহাৰাজ, পদ্মাৱতী হেৰাবৰ দিনা,
কিঙ্কৰক পাইছিলোঁ লগ ;
নাই তাৰ দোষ, নাই কোৱা মিছা কথা ।
বিচাৰিছে, চক্ৰপাণি অৱশ্যে ওলাব
সেইবাবে নেলাগে ভাবিব ।

উদয়াদিত্য । দুৰ্দিন এতিয়া অৱন্তীৰ ।
তোক বাৰু এৰিছোঁ এতিয়া,
সেইবুলি তোৰ গাত
নাই কোৱা চেকা নাই বুলি ।

বিষয়া। উজ্জয়িনী সেনাদল আহিছে শুনিছোঁ,
অলপতে অৱন্তী পাবহি।
উদয়াদিত্য। সিও এটা ডাঙৰ বিপদ,
শয্যাগত ৰাণীৰ বেমাৰ,
নাই চক্ৰপাণি, বিবুদ্ধিত পৰিলোঁ এতিয়া।
বিষয়া। শুনিছোঁ যিমান আহিছে অসংখ্য সেনা,
আমাৰো গোটাব লাগে শত্ৰুৰ জোখাৰে।
উদয়াদিত্য। ঠিক কথা, যাওঁ ব'লা,
সময়ৰ সময়-উচিত কাম
কৰোঁ ব'লা সকলো পাহৰি;
সাজু হওঁ—আহিছে প্ৰবল শত্ৰু।

[ উদয়াদিত্য আৰু বিষয়াৰ প্ৰস্থান ]

কিঙ্কৰ। নাই পৰা একোকে বুজিব,
গৱাকীৰ নাই সমাচাৰ,
পদ্মাৱতী ক'ত আছে তাকো নেজানিলোঁ,
নিদিলেও একোকে বাতৰি,
চক্ৰপাণি কেনি গ'ল তাকো নুশুনিলোঁ।
বিধিৰ বিধান চলিব লাগিছে
কি কৰিম মাজত সোমাই?
এইবাৰ সকলোৱে বুজিব পাৰিব,
ৰণত দেখিব,—কিঙ্কৰে ভাবিছে
জন্মভূমি স্বৰ্গাদপি গৰিয়সী বুলি।

[ কিঙ্কৰৰ প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

বিন্ধ্যাচল পৰ্বত

[ ইন্দ্ৰৰথ, ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰবেশ ]

ধৰ্মাদিত্য। শুনিছোঁ দূৰত
সেনাদল আহিছে ওচৰ চাপি।

| | |
|---|---|
| ইন্দ্ৰৰথ। | ব'লা যাওঁ, নেথাকোঁ ইয়াত। |
| চন্দ্ৰাদিত্য। | কি বাবে পলাম পিতা, থাকিলে পলাই<br>কোন কাৰ্য্য হ'ব জীৱনৰ ? |
| ধৰ্মাদিত্য। | নিশ্চয় শত্ৰুৱে ধৰি আমাক বধিব,<br>নহ'লে যাতনা দিব, শেহত মাৰিব। |
| ইন্দ্ৰৰথ। | ব'লা যাওঁ, উঠি থাকোঁ<br>পৰ্বতৰ টিঙত দূৰত,<br>কেৱে নেদেখিব, নেপাব বিচাৰি।<br>চক্ৰপাণি অলপতে ইয়াতে মৰিছে,<br>লগ লাগোঁ যদি আমি অৱন্তী সেনাৰে<br>চোভা কৰি আমাক ধৰিব। |
| চন্দ্ৰাদিত্য। | উজ্জয়িনী ৰথৰ শৰত, শত্ৰুৰ মাজত,<br>কোন আমি কিৰূপে জানিব ? |
| ইন্দ্ৰৰথ। | চিনে মোক বহুত সেনাই,<br>নেদেখিলা চক্ৰপাণি মোৰ চকুতেই<br>ততালিকে ধৰা পৰি গ'ল!<br>তদুপৰি অৱন্তীক<br>নোৱাৰোঁ আমাৰ দেশ বুলিব কদাপি ;<br>চিৰকাল বনবাস থাটি<br>আঁতৰি সুখৰ দিনা<br>কি বাবে বাঢ়িম আগ দুখৰ বেলিকা ? |
| ধৰ্মাদিত্য। | হ'ব পাৰে সকলো ৰজাৰ দোষ,<br>কিন্তু জনমভূমি নহয় ৰজাৰ ;<br>থাকা পিতা ইয়াতেই তুমি<br>আমাক নিচিনে কেৱে—<br>যাওঁ আমি, লগ লাগোঁ অৱন্তী সেনাৰে। |
| চন্দ্ৰাদিত্য। | কওঁ ময়ো সেই কথাকেই। |
| ইন্দ্ৰৰথ। | ব'লা যাওঁ, আগবঢ়া তেনে ;<br>কোনোবা এটিৰ যদি |

কিবা হয় ৰণৰ মাজত,
ময়ো তাতে প্ৰাণ এৰি দিম।

[ সকলোৰে প্ৰস্থান ]

## পঞ্চম অঙ্ক

### প্ৰথম গৰ্ভাঙ্ক

উজ্জয়িনীৰ শিবিৰ

[ বীৰসিংহৰ প্ৰবেশ ]

বীৰসিংহ। যদি অলপ দোষতে
মোৰ দৰে বধে ঘৰিণীক,
তেন্তে মৰিব বহুত সতী স্বামীৰ হাতত।
কিঙ্কৰ, প্ৰভুভক্ত ভৃত্য হ'লে
নৈপালে অন্যায় যেন দেখিলে আদেশ।
জগত-ঈশ্বৰ, কিয় মোক ৰাখিছা জীয়াই?
দোষ পালে দণ্ড দিয়া কাকো .
কাকো বা লগাই থালি পাপকে কৰোৱা।
উজ্জয়িনী সেনাৰ লগত আহি
অৱন্তীৰ কুমাৰীক বধি
শত্ৰু হ'লো নিজৰ দেশৰে
কিন্তু ৰণৰ বেলিকা হ'লে
লগ ল'ম অৱন্তী সেনাৰ;
মৰিলে এৰিম প্ৰাণ
পদ্মাৱতী পদ্মাৱতী বুলি।

[ বীৰসিংহৰ প্ৰস্থান ]

[ সেনাসকলৰ প্ৰবেশ ]

( গীত )

**ধীৰ বীৰ সকলো ভক্ত,—**
**হৃদয় ৰক্ত ঢালিব;**

ৰণ-চণ্ডী আহিছে সৌ
সকলো আহি সেৱিব ;
দিব শক্তি হিয়াত ভক্তি,—
মৰিলে মুক্তি লভিব ।

[ সেনাসকলৰ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক

ৰণক্ষেত্ৰ

[ কল্যাণ আৰু বীৰসিংহৰ যুদ্ধ কৰি প্ৰৱেশ .
কল্যাণৰ হাতৰ অস্ত্ৰ কাটি লৈ বীৰসিংহৰ প্ৰস্থান ]

কল্যাণ । লাগিছে ভীষণ ৰণ অৱন্তী সেনাৰ,
মোৰ কিন্তু সাহ হোৱা নাই ।
অৱন্তীৰ কুমাৰীক ছলনা কৰিলোঁ
সেইবাবে অৱন্তীত সোমোৱাৰে পৰা
গাৰ বল টুটিব লাগিছে ,
নহলেনো, সেই এটা সামান্য সেনাই
পাৰেনে নিৰস্ত্ৰ কৰি এৰি যাব মোক ?
যদি অৱন্তীৰ সকলো সেনাৰ
এনেকুৱা অসিৰ* প্ৰতাপ
তেন্তে আমি মানুহবো তল,
দেৱতাৰো ওপৰ সিহঁত ।

[ কল্যাণৰ প্ৰস্থান ]

[ উদয়াদিত্যক ধৰিবলৈ মহীপালৰ প্ৰৱেশ আৰু প্ৰস্থান ।
ইন্দ্ৰৰথ, ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যৰ প্ৰৱেশ ]

ইন্দ্ৰৰথ । থিয় হোৱা, পাইছোঁ সুচল ঠাই,
কেউপিনে ওখ গৰা মাজে সৰু লোঙ্,
ইয়াতে পাৰিম ৰ'ব আমি ।

---

* মূল পাঠ—বলৰ

[ ইন্দ্ৰৰথ, ধৰ্মাদিত্য আৰু চন্দ্ৰাদিত্যই উদয়াদিত্যক একৰাই আনে আৰু প্ৰস্থান ]

[ মহীপাল, কল্যাণ আৰু পদ্মাৱতীৰ প্ৰৱেশ ]

মহীপাল। নেথাকিবা নিকুঞ্জ ইয়াত,
শত্ৰু-মিত্ৰ বাচ নাই ৰণৰ ক্ষেত্ৰত।

কল্যাণ। আহিছে সিহঁত সোঁৱা, পায়হিহে লাগে।

মহীপাল। ব'লা যাওঁ, পাৰোঁ যদি
সেনা লৈ উলটি আহিম,
নহ'লে পলাম তাৰে পৰা।

[ সকলোৰে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

ৰণক্ষেত্ৰৰ দাঁতি

[ বীৰসিংহ আৰু এজন অৱন্তী-সেনাৰ প্ৰৱেশ ]

সেনা। আহিছেনে তাৰেপৰা,
য'ৰ পৰা আনিলে ৰজাক একৰাই?

বীৰসিংহ। হয়, তাৰেপৰা আহিছোঁ এতিয়া;
আচৰিত কথা অতি,
বুঢ়া এটা লগত এহাল ল'ৰা,
ক'ৰবাৰপৰা আহি আগভেঁটি ধৰি
উজ্জয়িনী সেনাদল
ছাৰখাৰ কৰিলে বিনাশি।
আচৰিত এনে সাহ নাই দেখা মই;
অৱন্তীৰ সেনাদলে নিলগৰপৰা
দেখিলে দুৰ্ঘোৰ ৰণ, নেচাপি ওচৰ
জয় পালে নিজৰ পক্ষৰ।
ঘৃণনীয় আমাৰ অৱন্তী সেনা,

উজ্জয়িনী সেনাৰ আগত
থাকিব নোৱাৰি আহিল উলটি গুচি।
ধিক ধিক অৱন্তীৰ সেনা
ধিক ধিক অৱন্তীৰ ৰজা,
নহ'লে ল'ৰা দুটি বুঢ়াৰ লগত
অৱন্তীৰ স্বাধীনতা
উটিলহেঁতেন আজি শিপ্ৰাৰ সোঁতত।

সেনা। ৰণত বিজয় লভি
নাই ইচ্ছা গালি শুনিবৰ।

বীৰসিংহ। গালি শুনি বেযা পায় পলোৱা সেনাই।

[ সেনাৰ প্ৰস্থান ]

আহিলোঁ মৰিম বুলি বহুতো মৰিল--
কিন্তু মোৰ একোকে নহ'ল।
অৱন্তীৰ জয় হ'ল, লগ লাগোঁগৈ
পৰাজিত উজ্জয়িনী সেনাৰ লগত।
ধৰি যদি কোনোবাই বন্দী কৰেগৈ
আশা থাকে কিজানি মৰিম;
মৰিলে দেখিম গৈ,—পদ্মাৱতী
ফুৰিছে আনন্দমনে অলকাপুৰীত।
[ দুটা অৱন্তী সেনাৰ প্ৰবেশ। ]

১ম সেনা। উজ্জয়িনীৰ সেনাপতি মহীপালক ধৰিলে। কল্যাণ বুলি এটাকো ধৰিছে। ভাল মোৰ প্ৰভুৱে আজি বুঢ়াটো আৰু ল'ৰাহাল উলিয়াই আমাৰ অৱন্তী দেশখন ৰক্ষা কৰিলে।

২য় সেনা। আৰু কোনোবা এটা আছিল বোলে!

১ম সেনা। শুনিছোঁ, পিছে কোন—ক'বহে পৰা নাই। এইটোনো কোন আকৌ?

বীৰসিংহ। মই উজ্জয়িনীৰ সেনা, তইঁতক বধিবলৈ বাট চাই আছোঁ।

২য় সেনা। ইয়াৰ অহঙ্কাৰ শুনা, ইয়াক ধৰি লোবাঁ। ৰজাক চমজাই দিওঁগৈ।

[ বীৰসিংহক ধৰিবলৈ দুয়ো সেনাৰ প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক

### অৱন্তীৰ শিবিৰ

[ উদয়াদিত্য, ইন্দ্ৰৰথ, ধৰ্মাদিত্য, চন্দ্ৰাদিত্য, কিঙ্কৰ আৰু বিষয়াসকল ]

উদয়াদিত্য। থিয় হোৱা ওচৰতে,
তোমালোকে ৰাখিলা ৰাজত্বখনি মোৰ;
কিন্তু আৰু এটি আছিল লগত সেনা
কোন তেওঁ একো নেজানিলোঁ;
পাবে যদি কোনোবাই দিব উলিয়াই
যতনৰ সম্ফল কৰিম।

ইন্দ্ৰৰথ। সেনাটি নথকা হ'লে
কাৰ সাধ্য আগচিব উজ্জয়িনী সেনা!

উদয়াদিত্য। কোন তেওঁ নাইনে সম্বাদ পোৱা একো?

কিঙ্কৰ। বিচাৰিলোঁ মৰা জীয়া ক'তো পোৱা নাই।

উদয়াদিত্য। কোন তোমালোক তিনিজন
পৰিচয় দিবা জানো মোক?

ইন্দ্ৰৰথ। আমি তিনিজন দুখীয়া ৰায়ত।
কিন্তু দোষ নধৰিব কোৱাৰ বাবে
আমি হ'লে নাই কৰা কাৰো অপকাৰ।

উদয়াদিত্য। গুচিলা দুখীয়া আৰু
উচ্চ স্থান দিম সমাজত।

[ বৈদ্যৰাজৰ প্ৰবেশ ]

বৈদ্যৰাজ। ক্ষমিব ৰাজন দোষ—
দিওঁ মই ৰাণীৰ বাতৰি
ৰাণীৰ নিচিনা ৰোগী নাই পোৱা আৰু!

উদয়াদিত্য। বৈদ্যৰাজ নহ'লেনো কোনে
দিব এনে অশুভ বাতৰি।
ভাল কথা শুনালাহি আহি
মাতবোল আছেনে ৰাণীৰ?

বৈদ্যৰাজ। যিবিলাক কথা ক'লে, অতি ভয়ঙ্কৰ!
অনুমতি নেপালে ৰজাৰ
উপযাচি নোৱাৰোঁ জনাব।
উদয়াদিত্য। কোৱাঁ কথা, বেলি নকৰিবা।
বৈদ্যৰাজ। প্ৰথমতে ক'লে মহাৰাজ,
মানিছিল আপোনাৰ ৰাজ সিংহাসন
নাই পোৱা কোনো দিনে ভাল আপোনাক
পেটে পেটে ঘিণ কৰিছিল।
উদয়াদিত্য। নেভাবিলোঁ এনে কথা স্বপ্নতো কদাপি।
বৈদ্যৰাজ। পদ্মাৱতী আপোনাৰ প্ৰাণৰ জীয়াৰী
আছিল চকুৰ শাল, নোযোৱাহেঁতেন
পলাই ঘৰৰ পৰা, নেথাকে জীয়াই।
উদয়াদিত্য। তিৰোতাক নোৱাৰি চিনিব
আছিল সকলো মোৰ মনত গোন্ধাই—
ঠিক কথা, সঁকলোৰে মূল হ'ল ৰাণী।
বৈদ্যৰাজ। তদুপৰি আপোনাক দিবৰ কাৰণে
আছিল এবিধ বিহ ৰাণীৰ হাতত;
খালে তাক বহুদিন ভুগি নানা ৰোগ
যায় প্ৰাণ, চাকি এটি মুমুৰাৰ দৰে।
সেই বিহ খুৱাই বেমাৰ কৰি লৈ
ফুচুলাই আপোনাক কোমল কথাৰে
লোৱালেহেঁতেন চক্ৰপাণিক ৰাজ্যৰ
যুৱৰাজ, আপোনাৰ পোষ্য-পুত্ৰ কৰি
হেৰোৱাত চক্ৰপাণি, আশা-স্বপ্ন এৰি
সকলো স্বীকাৰ কৰি, ক্ষমা মাগি
ৰাণীয়েও প্ৰাণ বিসৰ্জিলে।
উদয়াদিত্য। নাই কৰা ভুল মই,
চকুৰে দেখাত ভানুমতী ৰূপৱতী
ভাবিছিলোঁ অন্তৰতো তেনেকুৱা বুলি

পদ্মাৱতী, পাৰা তুমি দোষ দিব মোক
কিন্তু বিচাৰৰ ভাৰ দিলোঁ বিভুৰ হাতত।

[ মহীপাল, কল্যাণ, বীৰসিংহ আৰু পদ্মাৱতীৰ প্ৰবেশ ]

এতিয়া আহিছা মহীপাল
কৰ-ভাৰ অৱন্তীৰ নেলাগে তোমাক ;
যদিও জিকিছোঁ আমি
অৱন্তীৰ ঢুকাল বহুত সেনা।
এতিয়া নবধো যদি
তোমালোক বন্দীসকলক,
নহ'ব কদাপি শান্ত
অৱন্তীৰ অশান্ত পৰাণ।

মহীপাল। ক'ব পাৰে মহাৰাজে যেনে মন যায় ;
কথমপি দৈবাৎ জিকাদি
অৱন্তীৰ জয়লাভ হ'ল ;
কিন্তু আমি যদি জিকিলোঁহেতেন
নক'লোঁহেতেন এনে বিগৰ্হিত কথা
অৱন্তীৰ বন্দীসকলক।
শিক্ষা মোৰ উজ্জয়িনী ৰজাৰ লগত-
বধা মোক—নাই ভয় মৃত্যুৰ কাৰণে।
কিন্তু কৰোঁ এটি অনুৰোধ :
এই লগুৱাটি, জন্ম তাৰ অৱন্তীত
বিশ্বাসী সৰল প্ৰকৃতিৰ,
মহাৰাজে তাৰ যেন অন্যায় নকৰে।

উদয়াদিত্য। লাগিছে মনত ভাল ল'ৰাটিক দেখি
তাক মই লগতে ৰাখিম ;
তাক মই প্ৰাণ দিলোঁ
আৰু লাগে যদি যিহকে বিচাৰে
দিম তাকে পদ্মাৱতীয়ে

কোৱা মাথোঁ। দিব পাৰোঁ।
নগৰীয়া বন্দীৰো জীৱন দান।

পদ্মাৱতী। মহাৰাজ, কৃতজ্ঞতা জানিব দাসৰ

মহীপাল। নাই কোৱা মই হ'লে
তুমি মোক ৰক্ষা কৰা বুলি
যদিও জানিছোঁ তুমি তাকে ক'বা বুলি।

* পদ্মাৱতী। নিবিচাৰোঁ আপোনাৰ প্ৰাণভিক্ষা প্ৰভু!
আছে কাম অন্য বহু সম্প্ৰতিকে মোৰ;
নিজেই কৰিব চেষ্টা
কিদৰে ৰাখিব পাৰি আপোনাৰ প্ৰাণ।

মহীপাল। লৈছোঁ শলাগ তোমাৰ। নেলাগে কৰিব
চিন্তা মোৰ প্ৰাণৰক্ষা হেতু।

উদয়াদিত্য। হে বালক, কোৱা তুমি লাগে কাৰ মুক্তি?
হিয়া মোৰ চেনেহেৰে উঠিছে উথলি
ক্ৰমাৎ গভীৰ হৈ। মুক্তি লাগে কাৰ?
কোন সেই বন্দী? কোনোবা আপোনজন?
অথবা কোনোবা বন্ধু ওমলা দিনৰ?

পদ্মাৱতী। শুনে যদি মহাৰাজ।
সামান্য প্ৰাৰ্থনা মোৰ, ক'ম সংগোপনে
—সুধিব ই ৰাজ-দৰবাৰত।

উদয়াদিত্য। বেচ কথা। ব'লা ভিতৰ-কোঠালৈ'।
আৰু এটি কথা পাহৰিছোঁ, সোধা নাই—
কি নাম তোমাৰ হেৰা সাদৰী সোণাই?

পদ্মাৱতী। মহাৰাজ, নিকুম্ভ নামেৰে মই
পৰিচিত সবাৰে মাজত।

উদয়াদিত্য। সুন্দৰ—অতিকে সুন্দৰ তোমাৰ নাম।
পাতিলোঁ তোমাক মই লিগিৰাবকৰা—
থাকিবা সদায় মোৰ এই কাষেওতে।

[ উদয়াদিত্য আৰু পদ্মাৱতীৰ প্ৰস্থান ]

* এইখিনিৰ অসম্পূৰ্ণ অংশটো পূৰাই দিয়া হৈছে।—সম্পাদক।

ইন্দ্ৰৰথ। চিনি পাওঁ যেন মই এই ল'ৰাটিক—
উভতি আহিছে নেকি মৃত্যুৰ দেশৰপৰা?

ধৰ্মাদিত্য। তাৰো নাম আছিল নিকুম্ভ;
এই ল'ৰাটিৰ স'তে অবিকল একে।
মিল আছে দুয়োটিৰে
যেন দুটি কণ কণ বালিৰ কণিকা।

চন্দ্ৰাদিত্য। সঁচা কথা, একেবাৰে একে—
উভতি আহিছে মৃত্যুৰ দেশৰপৰা
আমাৰে ভাইটি নিকুম্ভ সেয়া।

ইন্দ্ৰৰথ। ক্ষান্ত হোৱা, নক'বা সিদৰে।
হোৱা হ'লে নিকুম্ভ আমাৰ
নেচালেহেঁতেন জানো চকুযুৰি তুলি
এবাৰো আমাৰ পিনে?

ধৰ্মাদিত্য। সঁচা কথা, দেখিছোঁ নিজেই আমি
নিকুম্ভৰ মৰদেহ শীতল জধৰ।

ইন্দ্ৰৰথ। এতিয়া নক'বা একো, সুধীৰ মিহিৰ!
চাই থাকা, ঘটে কি কেতিয়া!

কিঙ্কৰ। (একলীয়াকৈ) পাইছোঁ, পাইছোঁ চিনি কোনো ভুল নাই
তুমি মোৰ গৰাকিনী পদ্মাৱতী বুলি।

[ সকলোৰে প্ৰস্থান ]

## পঞ্চম গৰ্ভাঙ্ক

### অৱন্তীৰ শিবিৰ

[ উদয়াদিত্য, পদ্মাৱতী, মহীপাল আৰু আন আন বন্দীবৃন্দ ]

উদয়াদিত্য। ( পদ্মাৱতীৰ প্ৰতি ) কাষ চাপি আহাঁ এইপিনে।
ক'ব লগা কথাখিনি ক'বা মুকলিকৈ'—
আৰ-বেৰ নেৰাখি অকণো।
( কল্যাণৰ প্ৰতি ) আগবাঢ়ি আহাঁচোন তুমি।
এই ল'ৰাটিয়ে সুধিব তোমাক কিবা,

সমিধান দিবা তুমি সকলো প্রশ্নৰে
লুক-ঢাক নকৰি অকণো।
ব্যতিক্রম হয় যদি কিবা কেনেবাকৈ'
দণ্ড পাবা সমুচিত অতিকৈ ভীষণ ;
ভোকাতুৰ হেঙাল কুকুৰে আহি
আঁজুৰিব দেহৰ মঙহ টানি !

পদ্মাৱতী। সুধিব খুজিছোঁ মই মাথোঁ এটি কথা—
ক'ত পালে তেওঁ এই হীৰাৰ আঙঠি ?

কল্যাণ। ( এফলীয়াকৈ ) পোৱা নাই বুজি মই কিহৰ সম্পৰ্ক
এই আঙঠিৰ স'তে এই বালকৰ !

উদয়াদিত্য। সমিধান দিয়া শীঘ্রে—
ক'ত পালা তুমি এই হীৰাৰ আঙঠি ?

কল্যাণ। নকওঁ যদিহে মই আঙঠি-ৰহস্য
আছে দণ্ড কপালত ভুগিম যন্ত্রণা।
আৰু যদি কওঁ কথা অকপটে
কিদৰে লভিলোঁ এই হীৰাৰ আঙঠি
যন্ত্রণাত দগ্ধ হ'ব আপোনাৰ প্ৰাণ।

উদয়াদিত্য। মোৰ প্ৰাণ ? মোৰ ?

কল্যাণ। এৰা, মহাৰাজ ! আপোনাৰে প্ৰাণ।
লঘু হ'ব ভাৰ মোৰ এই অন্তৰৰ
উজাৰি পেলাব পাৰি সাঁচতীয়া কথা।
আঙুলি শুৱাই থকা এই আঙঠিটো
পিন্ধিবলৈ' পালোঁ মই কৰি প্ৰতাৰণা ;
এদিন আছিল পিন্ধি বীৰসিংহ বীৰে
দিলে যাক নিৰ্বাসন ইচ্ছা বিপৰীতে।
আৰু কি শুনিব খোজে
ইতিকথা এই আঙঠিৰ ?

উদয়াদিত্য। কোৱা, কৈ যোৱা, মাথোঁ আঙঠিৰে কথা।

কল্যাণ। উপমাবিহীনা সেই কন্যা আপোনাৰ
নাম যাৰ পদ্মাৱতী—।
উস্, কি ভীষণ! ভাবোঁ যদি সেই কথা,
কলিজাটো হয় ছিৰাছিৰ
নিগৰি নিজৰি পৰে তেজৰ টোপাল
কেঁচা মোৰ কলিজাৰ পৰা।

উদয়াদিত্য। কন্যা মোৰ পদ্মাৱতী। নহ'বা বিচল—
কোৱা, কৈ যোৱা কিদৰে জড়িত তাই
তুমি পিন্ধি থকা সেই আঙঠিৰ স'তে।

কল্যাণ। অশুভ আছিল সেই ক্ষণ।
বীৰসিংহ বীৰে ক'লে প্ৰচণ্ড উচ্ছ্বাসে
উজ্জয়িনী ৰমণীৰ নহয় তুলনা
ৰাজকন্যা অৱন্তীৰ পদ্মাৱতী স'তে।
সূৰ্যতো কলঙ্ক থাকে;
নাই কিন্তু কিঞ্চিতো কলঙ্ক পদ্মাৱতী
সতী ৰমণীৰ শুভ্ৰ চৰিত্ৰত।
বাজী ধৰি ক'লোঁ মই— কৰিম প্ৰমাণ
একেই মাটিৰে গঢ়া সকলোটি নাৰী;
সতীধৰ্ম বিকা যায় পানীৰ দৰত
লাগে মাথোঁ ফুচুলনি এমুঠি সোণৰ।
পদ্মাৱতী নহয় ব্যত্যয় তাৰ
প্ৰেম সি যে ক্ষণিকৰ মাথোঁ মৰীচিকা।

উদয়াদিত্য। খোজা নাই শুনিব তোমাৰ এই
সুদীৰ্ঘ ভাষণ— কোৱা সাৰকথা।

কল্যাণ। গম পালোঁ নিমিষতে পদ্মাৱতী সতী;
সতীধৰ্ম অবিচল
বৈ আছে শোণিতৰ প্ৰতি কণিকাত।
গ্ৰহণ কৰিলোঁ সেয়ে ছলনাৰ বাট—
ছদ্মবেশ ধৰি এক বণিকৰ

প্ৰবেশিলোঁ শোৱনি-কোঠাত
সেই সতী ৰমণীৰ—
উভতিলোঁ বুটলি এপাত থাক
সোলোকাই মেজত পেলাই থোৱা।
বীৰসিংহ সহজেই গ'ল পতিয়ন ;
দিলে মোক অঙ্গুৰীয় ৰাখি অঙ্গীকাৰ।

বীৰসিংহ। ( আগবাঢ়ি আহি ) কি ক'লি নৰাধম তই ?
প্ৰবঞ্চক, দুৰাচাৰ, পাষণ্ড, নাৰকী।
ভোল গ'লোঁ শুনি তোৰ যত মিছা কথা!
ময়েই কাৰণ হ'লোঁ সতীৰ মৃত্যুৰ।
মহাৰাজ, দিব পাৰে প্ৰাণদণ্ড মোক—
বীৰসিংহ মোৰে নাম,
ময়েই হুমালোঁ চাকিগছি জীৱনৰ
পদ্মাৱতী আপোনাৰ আজলী কন্যাৰ।
মহাৰাজ! শুনক প্ৰাৰ্থনা মোৰ—
বক্ষ মোৰ ধৰিছোঁ নওঠা কৰি
হানক আঘাত তাতে প্ৰচণ্ড নিৰ্মম
মুক্ত কৰি তৰবাৰি আপোন কোষৰ।
নতুবা কৰিম মই নিজকে সংহাৰ।

পদ্মাৱতী। ক্ষান্ত হওক কোঁৱৰ! নহ'ব অধীৰ—
আছে আৰু দুটিমান কথা গুৰুতৰ।

বীৰসিংহ। কি ক'লি? হ'ব লাগে ক্ষান্ত মই ?
সামান্য লিগিৰা তই
বুজিবি কিদৰে মোৰ দাহন প্ৰেমৰ?
কোন তই ধৰিছ আগচি মোক ?
দিলোঁ শাস্তি তোৰ যত প্ৰগলভতাৰ।
[আঘাত কৰে। পদ্মাৱতী পৰি যায়]

কিঙ্কৰ। কি কৰিলে প্ৰভু মোৰ পৰাণৰ ?
আপোন হাতেৰে কিয় কৰিলে আঘাত

আপোনাৰ পদ্মাৱতী সতী-লখিমীক ?
চিনি তেন্তে পোৱা নাই
অতপৰে ছদ্মবেশী এই কিশোৰক ?

উদয়াদিত্য। নেপাওঁ একোকে বুজি—
সপোনেৰে লুকাভাকু খেলিছে দিঠকে।

বীৰসিংহ। বুজাৰ অতীত মোৰো কিদৰে সম্ভৱ—
মেল খাই আছে চকুযোৰ
তাতে আহি চমকনি জাগে সপোনৰ।

কিঙ্কৰ। আইদেউ! এইবেলি উঠক আপুনি
দূৰ হ'ল নিশাৰ আন্ধাৰ।

পদ্মাৱতী। দূৰ হ অধম! চকুৰ আগৰ পৰা।
এপালি ওষধি বুলি কিহৰ চেকুৰা
যাচিছিলি সঁফুৰা ভৰাই।
দুৰন্ত তস্কৰ তই, পলাব কেতিয়া
তোৰ অতি নীচ হত্যাৰ বাসনা ?

কিঙ্কৰ। আইদেউ! অধমক ক্ষমিব আপুনি।
ভাবিছিলোঁ সঁচাকৈয়ে সেই সঁফুৰাত
আছে বুলি সঞ্জীৱনী সুধা।
মহাৰাণী আইদেৱে
চেনেহৰ চিন বুলি
নিজেই দিছিলে মোক সেই সঁফুৰাটি।

বৈদ্যৰাজ। বুজিছোঁ সকলো মই
ফৰকাল হ'ল এটি অবুজ সাঁথৰ।
মহাৰাণী আইদেৱে খুজিছিল মোক
লাগে এটি বিহৰ টোপোলা—
কাৰেঙত দেখা পোৱা এন্দুৰৰ বাবে।
ভয় কৰি এনেয়েই দিছিলোঁ ওষধি
পান কৰি সুপ্ত হয় চেতনা থকেক—
সাৰ পায় শেষ হ'লে টোপনিৰ বাসী।

পদ্মাৱতী। সেয়ে হ'ল তেনেহ'লে—
পান কৰি হলোঁ মৃতপ্ৰায়।

ইন্দ্ৰৰথ। সঁচা মোৰ অনুমান,
জীৱন্ত নিকুম্ভ এয়া চকুৰ আগতে—
ভাবিছিলোঁ মৃত বুলি মাথোঁ মৃতপ্ৰায়।

ধৰ্মাদিত্য। আচৰিত! মৰা নাই তেনেহ'লে
আমাৰ নিকুম্ভ।

পদ্মাৱতী। নেজানিলোঁ প্ৰিয়তম!
কিবা অপৰাধ মোৰ—যাৰ বাবে
প্ৰাণদণ্ড বিহিলে এদিন; যাৰ বাবে
আপোন হাতেৰে আজি কৰিলে আঘাত?

বীৰসিংহ। ত্ৰুটি মোৰ কৰিবা মাৰ্জনা।
[ পদ্মাৱতীৰ কাষ চাপি যায় ]

উদয়াদিত্য। বঞ্চনা যিহেতু কৰিলোঁ বহুতো তোক
হয়তোবা সেইবাবেঁ আই মোৰ!
পাহৰিলি পিতা বুলি
দিবল'ই সাদৰী এষাৰি মাত।

পদ্মাৱতী। ( আঁঠু লৈ ) জনমদুখিনী মই, দিয়ক আশিস্
চেনেহ উজাৰ কৰি পিতাৰ হিয়াৰ।

উদয়াদিত্য। অশ্ৰুৰ অঞ্জলি যাচি দিছোঁ আশীৰ্বাদ—
ভাগ্যলক্ষ্মী যেন তোৰ হয় সহচৰী।
এই শুভ লগনত পৰিছে মনত
দুখনি' মুখৰ ছবি
প্ৰাণতো অধিক মোৰ ৰাণী ভানুমতী।
একেটি মাথোন পুত্ৰ—হ'ল নিৰুদ্দেশ,
নেপালোঁ সম্ভেদ, গ'ল কেনি চক্ৰপাণি!

কিঙ্কৰ। অনুমতি দিলে মহাৰাজ!
দিব পাৰোঁ সামান্য সম্ভেদ।

উদয়াদিত্য। বেচ কথা, দিলোঁ ৰাক সেই অনুমতি।

কিঙ্কৰ। হাতত আছিল মোৰ গৰাকীৰ চিঠি
যাব লাগে পদ্মাৱতী আইদেউ
বিন্ধ্যাচল অভিমুখে লগ পাবলৈ'ই
গৰাকীক মাথোঁ এটি নিমিষৰ বাবে।
কাঢ়ি ল'ই সেই চিঠি
চালে পঢ়ি চক্ৰপাণি যুৱৰাজে।
ওলাল উতলা হৈ
দূৰ—অতি দূৰ বিন্ধ্যাচললৈ।
নেজানো একোকে, পালে নে নেপালে গৈ
গৰাকী-পত্নীক মোৰ দূৰ বিদেশত।

ধৰ্মাদিত্য। দিব পাৰোঁ ময়ে তাৰ নিশ্চিত সম্বেদ।
কৰিলো ময়েই শিৰচ্ছেদ,
'পাপিষ্ঠৰ চূড়ামণি সেই চক্ৰপাণি—
ময়েই কৰিলোঁ তাক যমৰ আলহী।

উদয়াদিত্য। কিন্তু যুৱৰাজ সি যে অৱন্তী ৰাজ্যৰ!

ধৰ্মাদিত্য। তথাপিও অতি নীচ জঘন্য বৰ্বৰ।

উদয়াদিত্য। আছে এতিয়াও সময় যথেষ্ট;
নক'বা, নক'বা তুমি
নিধন কৰিছা বুলি ৰাজকোঁৱৰক।

পদ্মাৱতী। আচৰিত! মুণ্ডহীন সেই চক্ৰপাণি;
তাকে মই ভাবিছিলোঁ মোৰ স্বামী বুলি!

ধৰ্মাদিত্য। সকাম একোকে নাই অস্বীকাৰ কৰা,
বধ কৰি সেই পাপিষ্ঠক
হৰিলোঁ পাপৰ ভাৰ এই ধৰিত্ৰীৰ।

উদয়াদিত্য। দুৱাৰত কোন আছ সৈনিক-প্ৰহৰী!
বন্দী কৰ লোহাৰ শিকলি আনি—
প্ৰাণদণ্ড দিছোঁ দান এই যুৱকক।

ইন্দ্ৰৰথ। কিন্তু সি যে অসম্ভৱ, হে মহাৰাজ!

লেখা নাই ললাটত বন্দীৰ জীৱন
জন্মসূত্ৰে এই যুৱকৰ।

উদয়াদিত্য। তাৰ মানে?

ইন্দ্ৰৰথ। মানে অতি পৰিষ্কাৰ।
সম্মুখত এই দুটি আপোনাৰ পুত্ৰ;
সিহঁতে নেজানে নিজ পিতৃ-পৰিচয়—
জানে মোকে সিহঁতৰ জন্মদাতা বুলি।
কিন্তু মই মাথোঁ চতুৰ হৰণকাৰী
নিছিলোঁ হৰণ কৰি বহুদিন পূৰ্বে
এই কাৰেঙৰে পৰা।
মহাৰাজ! শুনি ল'ক মোৰ ইতিবৃত্ত।
মই সেই ইন্দ্ৰৰথ
দিছিলে এদিন যাক দণ্ড নিৰ্বাসন।

উদয়াদিত্য। ইন্দ্ৰৰথ! সেই ঘোৰ বিশ্বাসঘাতক!

ইন্দ্ৰৰথ। নহওঁ কদাপি মই বিশ্বাসঘাতক।
মাথোঁ এটি মিছা সন্দেহৰ ফিৰিঙতি
জ্বলিল অগনি হৈ—বিৰাট অগনি—
পুৰি নিলে বিশ্বাসৰ বিশাল অটবী।
এই দুটি পুত্ৰ আপোনাৰে
লালন কৰিলোঁ মই নিজ পুত্ৰৰূপে।
জগতে যদিও জানে
মিহিৰ সুধীৰ বুলি সিহঁত দুটাক
আজি মই সিহঁতৰ দিওঁ পৰিচয়,
ধৰ্মাদিত্য চন্দ্ৰাদিত্য এই দুটি
চিৰমুক্ত ৰাজপুত্ৰ অৱন্তী ৰাজ্যৰ।

ধৰ্মাদিত্য। ইকি পিতা! শুনিছোঁ নিশ্চয় আমি
সাধুকথা ক'ৰবাৰ পৰীৰ দেশৰ!

চন্দ্ৰাদিত্য। আমি জানো পিতা তুমি আমি দুজনাৰ;
খোজা নাই হ'ব আমি ৰজাৰ কুমাৰ।

ইন্দ্ৰৰথ। মচ খালে তইঁতৰ ভুৱা পৰিচয়—
ছিন্ন হ'ল পিতা-পুত্ৰ সম্পৰ্কৰ জৰী।
স্বৰ্গৰ আশীস্‌ধাৰা পৰক নিজৰি
তোমালোক দুজনাৰ ললাট-চূড়াত
যেন কোনো প্ৰভাতৰ নিয়ৰ কণিকা।

উদয়াদিত্য। দিলোঁ নেকি জন্ম আজি তিনিটি সন্তান
একেলগে একেটি ক্ষণতে!
আই পদ্মাৱতী! তোৰ মাথোঁ হ'ল ক্ষতি—
যিহেতু ওলাল দুটি ভ্ৰাতা তোৰ
হেৰুৱালি সিংহাসন ভৱিষ্য দিনৰ।

পদ্মাৱতী। কিন্তু পিতা! লাভ হ'ল আচম্বিতে—
সহোদৰ পাইছোঁ দুজন।

উদয়াদিত্য। দিশে দিশে বৈ য'ক আনন্দ-লহৰ—
মত্ত হ'ক উছৱত নগৰ-চহৰ,
ৰাজধানী, জনপদ অৱন্তী দেশৰ।

বীৰসিংহ। (আঠু কাঢ়ি) আজি এই উছৱৰ মধু লগনত
কৰিছোঁ প্ৰাৰ্থনা এটি—দিব লাগে মুক্তি
যতমানে বিদেশী বন্দীক।

উদয়াদিত্য। উত্তম প্ৰস্তাৱ অতি। দিছোঁ মুক্তি
সকলোজনক। মুক্ত তোমালোক।
নিন্দা-খ্যাতি, জয়-পৰাজয়, সকলোটি
নিয়তিৰ বিচাৰৰ অধীন সঠিক—
মানুহ কেৱল তাৰ কাৰণ ঘটক।

[ যৱনিকা পতন ]

# পৰিশিষ্ট 'ক'

## ১. 'কেতেকী'ৰ পাতনি

বিশ্বজগতৰ সকলো কাৰ্য্য একেটা নিয়মৰ অধীন বুলি প্ৰমাণ কৰিবলৈ জ্ঞানীসকলে যত্ন কৰিব লাগিছে। চিত্ৰত চিত্ৰকৰ নিজে কাৰ্য্যৰূপে পৰিণত হৈ অৱস্থান কৰে। বিশ্বজগতৰ সকলো কাৰ্য্যত কিবা এটা ডাঙৰ বস্তু এনেদৰে সোমাই আছে, যেন সকলোবিলাক একেডাল সূতাৰেহে সাঙোৰা আছে। সেই বস্তুটোকে বুজিবলৈ আৰু বৰ্ণাবলৈ দাৰ্শনিক, বৈজ্ঞানিক আৰু কবিৰ সদায় চেষ্টা। কিন্তু সেই মহান বস্তুটো ইমান নিলগত আৰু ইমান ডাঙৰ যে জ্ঞানৰূপ দূৰবীণেৰে তাৰ কেৱল এক অংশহে দেখিবলৈ পোৱা যায়। সেই কাৰণেই দাৰ্শনিক, বৈজ্ঞানিক আৰু কবিয়ে নিজ নিজ দূৰবীণেৰে সেই বস্তুটোৰ একো একো অংশহে মাথোন জ্ঞানৰ গোচৰ কৰিব পাৰে।

'কেতেকী'ত দেখুওৱা হৈছে যে, এই জড় প্ৰকৃতিত কেতেকীৰ গীতে পুৰুষৰূপে কাৰ্য্য কৰিব লাগিছে। কেতেকীৰ গীতটি হৈছে জানিবা বৃন্দাবনৰ বংশীধ্বনি ; পদুম ফুল ফুলাৰ আৰু বুঢ়া লুইতৰ গা উঠাৰ কাৰণ একেটাই— কেতেকীৰ গীত। সেই মাতটিত মুগ্ধ হৈ বিশ্বখনি যন্ত্ৰ চলাদি চলিব লাগিছে। এই কাৰণেই কবিয়ে যেনিয়েই চাইছে সেইপিনেই কেতেকীৰ গীতৰ কাৰ্য্য-কলাপকেহে দেখিব লাগিছে।

কেতেকীৰ গীতৰ বাহিৰে আন আৰু কিবা আছে বুলি কবিয়ে কোৱা নাই। কবিয়ে সকলোতে এক ভাব দৰ্শন কৰিবলৈ যত্ন কৰিছে আৰু সেই এক ভাৱটি নিজৰ আভৰণেৰে পিন্ধাই-উৰাই কেতেকীৰ গীতৰূপে বৰ্ণনা কৰিছে। বিশেষত এনে গভীৰ তত্ত্ব এইদৰে সজাই-পৰাই নেদেখুৱালে জনসাধাৰণৰ পক্ষে নিৰীক্ষণ কৰা অসম্ভৱ। বিশ্বৰ ঐক্যভাৱটো সূৰ্য্যৰ দৰে জ্বলন্ত—মুখামুখিকৈ চাব নোৱাৰি ; অইন বস্তুত তাৰ প্ৰতিবিম্বহে মাথোন দেখুৱাব পাৰি। কেতেকীৰ গীতত সেই ঐক্যভাৱৰ প্ৰতিবিম্ব এটি দেখুওৱা হৈছে।*

---

* বিহগী কবি ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' কাব্যৰ ১৮৩৯ শক ( ইং ১৯১৭ চন )ত গুৱাহাটীৰ কমল এজেন্সীৰদ্বাৰা প্ৰকাশিত প্ৰথম তাঙৰণৰ পাতনিখন লিখিছিল, বন্ধু-কবি দুৰ্গেশ্বৰ শৰ্মাই। পিচৰ তাঙৰণসমূহত

## ২. মূৰ্তি পূজা

প্ৰথম কথা হ'ল, ঈশ্বৰৰ ৰূপ আছে নে নাই। ইয়াৰ উত্তৰ হ'ব, ঈশ্বৰৰ ৰূপ আছে। অৰ্জুনক বিশ্বৰূপ দেখুৱাওঁতে যিটো ৰূপ শ্ৰীভগবানে দেখুৱাইছিল, সেই ৰূপ মানুহৰ আয়ত্তৰ ভিতৰত নহয়। অৰ্জুন বিভ্ৰম হৈ ৰৈছিল আৰু ক'লে যে, "হে কৃষ্ণ! মই তোমাক মানুহ ৰূপেহে চাব খোজোঁ।" যেতিয়া কৃষ্ণই মানুহ ৰূপ ধাৰণ কৰিলে, তেতিয়া অৰ্জুনে ক'লে যে, "মই মোৰ নিজৰ চিত্তত তোমাক অনুভৱ কৰিব পাৰোঁ।" এইটো এটা ডাঙৰ দৃষ্টান্ত। আমি মানুহে ঈশ্বৰক মানুহ ৰূপেহে বুজিব পাৰোঁ। ভাগৱতত কৈছে যে, ঈশ্বৰে নিজৰ অৱয়বৰ মতেহে মানুহ সৃষ্টি কৰে। আমেৰিকাৰ চিকাগো চহৰত বক্তৃতা প্ৰসঙ্গত স্বামী বিবেকানন্দই কৈছিল যে, মানুহৰ ভগৱৎ কল্পনাত এজন ডাঙৰ মানুহ হ'ব; ঘোঁৰাৰ ভগবৎ কল্পনাত এটা ডাঙৰ ঘোঁৰা হ'ব; আৰু গৰুৰ ভগৱৎ কল্পনাত তদনুৰূপে এক বৃহৎ গৰু হ'ব। আমি যেতিয়া ৰূপধাৰী আকৃতিবিশিষ্ট জীৱ, আমাৰ ঈশ্বৰো তেনেকুৱাই হ'ব। আমি যি উপাধিৰে সৈতে পৰিবেষ্টিত আছোঁ, আমাৰ ঈশ্বৰো তেনেকুৱা উপাধিৰ ভিতৰতে পৰি যাব। অৱশ্যে উপাধি ডাঙৰ বা দীঘল হ'ব পাৰে; কিন্তু সেইটো থাকিবই।

এতিয়া মূৰ্তি পূজা প্ৰসঙ্গত বিচাৰ কৰিব লাগিব—আমি মূৰ্তি পূজা নহ'লে কাৰোবাৰ পূজা কৰিব পাৰোঁ নে? গীতাতো শ্ৰীকৃষ্ণই নিজে কৈছে যে, অব্যক্ত অৱলম্বন কৰিলে দুখৰ বাহ হয়। স্বয়ং ভগৱান শ্ৰীকৃষ্ণই নিজে মূৰ্তি ধাৰণ কৰি পৃথিৱীলৈ আহিছে। তেওঁ অৰ্জুনক বাৰে বাৰে কৈছে যে, "মোক পূজা আৰু উপাসনা কৰিবা। অব্যক্তৰ চাকনৈয়াত পৰি হাবাথুৰি নাখাবা।" ভগৱান শ্ৰীকৃষ্ণৰ নিৰ্দেশতকৈ আৰু কি ডাঙৰ কথা আছে? ওপৰতেই কৈছোঁ যে, ঈশ্বৰৰ ৰূপ আছেও, নায়ো। "সাধকানাং হিতাৰ্থায়

---

ড° বাণীকান্ত কাকতিৰ বিস্তাৰিত পাতনিখনে সেইখনৰ ঠাই অধিকাৰ কৰি ল'লে। যি কি নহওক, এগৰাকী কবিৰ দৃষ্টিত সমকালৰ অন্য এগৰাকী সতীৰ্থ কবিৰ কাব্যকৃতি॰কি ৰূপত ধৰা দিছিল, সেয়া নিশ্চয়ই তাৎপৰ্যপূৰ্ণ। তদুপৰি, স্বীকাৰ কৰিবই লাগিব—কাব্যখনৰ নিজস্ব সৌন্দৰ্যও এই চমু পাতনিখনত 'গোষ্পদে নভোমণ্ডলং' হৈ ফটফটীয়াকৈ প্ৰকাশ পাইছে।

—সম্পাদক।

ব্ৰহ্মনো ৰূপ কল্পনা।" ভগৱানক কোনোৱে বিষ্ণু বুলি, কোনোৱে শিৱ বুলি, কোনোৱে শক্তিৰূপিনী দুৰ্গা বুলি আৰু কোনোৱেবা আন কোনো ৰকমে ভাবিব পাৰে। তেনেকৈ ভবা কল্পনাটো মিছা নে? কেতিয়াও হ'ব নোৱাৰে। যি ভাবেই ভ্যবক, তেওঁ তাতেই আছে। এয়েই ভগৱৎ শক্তিৰ বিশেষত্ব। মূৰ্তি পূজাই শ্ৰেষ্ঠ পূজা। এই পূজা পৃথিৱীৰ আৰম্ভৰেপৰা চলি আহিছে আৰু আগলৈকো চলি থাকিব। কিন্তু সাধকবিশেষে মূৰ্তিৰ তাৰতম্য হয়। মানুহৰ চূড়ান্ত শেষ হয় ভগৱানৰ ওচৰ চপাত।

মূৰ্তি পূজা প্ৰমাণ কৰিবৰ বাবে আমাৰ শাস্ত্ৰত এই বিষয়ৰ বহুত ঠাইত উল্লেখ আছে। এইটো হ'ল, শাস্ত্ৰৰ মত। এতিয়া বেদৰ ভিতৰত দেখা যাওক, বেদে কি কয়। যজুৰ্বেদৰ শেষ অধ্যায় ঈশোপনিষদৰপৰা তিনিটা শ্লোক উদ্ধৃত কৰিলোঁ:

(১) অন্ধং তমঃ প্ৰবিশন্তি যেঽসম্ভূতিমুপাসতে।
তেতো ভূয় ইব তে তমো য উ সম্ভূত্যাংৰতাং॥

(২) অন্য দেবাহু সম্ভবাদন্যদাহুৰসম্ভবাৎ।
ইতি শুশ্ৰুম ধীৰাণাং যে নস্তদ্বিচ চক্ষিৰে॥

(৩) সম্ভূতিঞ্চ বিনাশঞ্চ যস্তদ্বেদোভয়ংসহ।
বিনাশেন মৃত্যুং তীৰ্ত্বা সম্ভূত্যাঽমৃতমশ্নুতে।

সম্ভূতি মানে যিটো হোৱা বা প্ৰকাশ হোৱা আৰু অসম্ভূতি মানে যিটো নোহোৱা বা প্ৰকাশ নোহোৱা। মূৰ্তিত প্ৰকাশ পায়। সেই কাৰণেই সম্ভূতি। অব্যক্ত কেতিয়াও প্ৰকাশ নাপায়; সেই বাবে ই অসম্ভূতি। সম্ভূতিক পূজা কৰিলে ঘোৰ অন্ধকাৰত পৰা যায়। আৰু অসম্ভূতিক পূজা কৰিলে আৰো বেচি অন্ধকাৰত সোমোৱা হয়।

সম্ভূতি আৰু অসম্ভূতি দুয়োকে মিল কৰি পূজা কৰিব লাগে। শুদা মূৰ্তিথন মিছা। তান্ত্ৰিক বিধান মতে সেই মূৰ্তিত প্ৰাণ প্ৰতিষ্ঠা কৰিব লাগে। মূৰ্তি পূজাই শ্ৰেষ্ঠ পূজা; কিন্তু মৃন্ময়ক চিন্ময় কৰি ল'ব লাগে। মাটিৰ মূৰ্তিত চৈতন্যশক্তি আৰোপ কৰিব লাগে। সকলো পূজা আমাৰ শাস্ত্ৰসম্মত। এতেকে মূৰ্তি পূজাক অৱহেলা কৰা অনুচিত। মূৰ্তি পূজাৰ বাহিৰে মানুহৰ গতি নাই—নাই—নাই।*

* তীৰ্থনাথ শৰ্মা সম্পাদিত কামধেনু ১ম বছৰ ৩য় সংখ্যাত প্ৰকাশলক।

# পৰিশিষ্ট 'খ'

## ১. স্মৰণীয় ঘটনা-সূচী

[ খৃষ্টাব্দৰ লেখেৰে নির্দেশিত ]

১৮৮২ সোমবাৰ, ৯ ফাগুন ১৮০৩ শক : জন্মগ্ৰহণ।

১৮৯৯ প্ৰবেশিকা পৰীক্ষাত জলপানি লাভ। কোচবিহাৰৰ ভিক্টোৰিয়া কলেজত অধ্যয়ন আৰম্ভ।

১৯০৩ বি. এ. পৰীক্ষাত উত্তীর্ণ। কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজত অধ্যয়ন আৰম্ভ।

১৯০৬ বি. এল. পৰীক্ষাত উত্তীর্ণ। যোৰহাটত আইন ব্যৱসায় আৰম্ভ।

১৯০৯ 'পাৰ্থ পৰাজয়' নাটকৰ প্ৰকাশন।

১৯১০ সাৱিত্ৰী দেৱীৰ লগত বিবাহ। 'অঞ্জলি' কাব্য আৰু 'চন্দ্ৰাৱলী' নাটকৰ প্ৰকাশন।

১৯১১ চৰকাৰী চাকৰিত যোগদান।

১৯১২ 'বালী বধ' নাটকৰ প্ৰকাশন।

১৯১৭ মেচপাৰা জমিদাৰীৰ তত্ত্বাৱধায়ক পদত নিযুক্ত।

১৯২০ 'নিবেদন' কাব্যৰ প্ৰকাশন।

১৯৩৫ কামৰূপ জিলাৰ জিলাধিপতি পদত নিযুক্ত।

১৯৩৬ অসমৰ ভূমিলেখ্য বিভাগৰ অধিকৰ্তা পদত নিযুক্তি।

১৯৩৯ একাধিক্ৰমে আবকাৰী বিভাগ আৰু আয়কৰ বিভাগৰ আযুক্ত পদত সমাসীন।

১৯৪০ কানি-বিৰোধী অভিযানৰ আযুক্ত পদৰ দায়িত্ব গ্ৰহণ। চৰকাৰী সেৱাৰপৰা অৱসৰ প্ৰাপ্তি।

১৯৪২ গৌৰীপুৰ ৰাজৰ দেৱান পদ গ্ৰহণ।

১৯৪৪ বিজনী ৰাজৰ দেৱান পদ গ্ৰহণ।

১৯৪৮ উত্তৰ-পূব সীমান্ত ৰেলপথৰ নিযুক্তিকৰণ সমিতিৰ সদস্য পদ গ্ৰহণ।

১৯৬১ সোমবাৰ, ৪ চেপ্তেম্বৰ বিয়লি ৪-২৩ মিনিট : শেষনিশ্বাস ত্যাগ।

## ২. বংশলতা

- ৺ভবদেৱ ( আচধী )
  - ৺বসুদেৱ ( সুভদ্ৰা )
    - ৺ৰুদ্ৰেশ্বৰ ( কৃষ্ণমতী )
      - ৺লম্বেশ্বৰ
        - ৺ভদ্ৰেশ্বৰ
          - চন্দ্ৰকুমাৰ
          - সূৰ্যকুমাৰ
        - ৺তুলসী
        - ৺ৰাধানাথ
      - ৺কমলেশ্বৰ ( নৰেশ্বৰী )
        - ৺দুৰ্গেশ্বৰ ( ৺সাবিত্ৰী ;
          - ৺নিৰ্মলেশ্বৰ
            - ৰমা
          - ৺জগদীশ্বৰ
          - পৰমেশ্বৰ
            - নয়ন
            - পদ্মা
          - আনন্দেশ্বৰ
            - অঞ্জলি
            - মীনাক্ষী
          - ৺ইন্দিৰা
            - জীৱন
          - মুকুটেশ্বৰ
          - হীৰা
            - পৱন
            - অঞ্জনা
        - ৺দীননাথ
        - ৺দেৱেশ্বৰ
        - ৺ৰূপেশ্বৰী
        - ৺দৰ্পনাথ
          - জিতু ( সুৰশিল্পী )
            - কুমুদেশ্বৰ
              - জয়দীপ
              - জয়শ্ৰী
            - ৺পাৰ্বতী
              - ৺উমা
              - প্ৰণৱ
            - দ্বাৰিক
              - বিনায়ক
              - জয়িতা
      - ৺সৰ্বেশ্বৰ
        - ৺তীৰ্থেশ্বৰ
        - মহেন্দ্ৰ
        - ৺চন্দ্ৰ

## ৩. শুভ-বিবাহৰ প্ৰীতি উপহাৰ

কবি-নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মাৰ শুভ-বিবাহ উপলক্ষে তেখেতৰ অতি অন্তৰংগ বন্ধু দেবেন বৰুৱাই ( বি. এ. জগন্নাথৰ পুত্ৰ ) সেই কালত ৰীতি অনুযায়ী পদ্যৰ ভাষাৰে লিখা এখন ছপোৱা প্ৰীতি উপহাৰ বিয়াঘৰত বিলাই দিছিল। এই প্ৰীতি উপহাৰখনিৰপৰা এটা কথাৰ উমান পোৱা যায়— কবি-পত্নীৰ আন এটা নাম আছিল, কেশদা দেৱী।

### প্ৰীতি উপহাৰ

আজি মধুৰ নিশায় বিমল শোভায়,
হৰষে মগন ধৰা ;
আজি উজ্জ্বল আলোকে ভুবন হাঁহিছে
পৰাণ আনন্দে ভৰা ;
আজি স্বৰ্গীয় ভাবৰ প্ৰেমৰ ধাৰাৰে
তিতিল ধৰণী তল ;
আজি মৰমে প্ৰণয়ে পৰে শতধাৰে
সুন্দৰ চকুৰ মল ;
আজি শ্যামল বেশেৰে উজ্জ্বল ভূষণে
প্ৰকৃতি আছিছে সাজি ;
আজি সুখৰ মলয়া আনন্দ মনেৰে
বলিছে যোগান ধৰি ;
আজি দেৱতা আশিস্ স্বৰ্গৰপৰা
আহিছে ধৰণী মাজে ;
আজি নিৰ্মল জগত উঠিছে সুনীল
মোহন সপোন সাজে ;
আজি সকলোৰে যেন চিৰ সুখভৰা
প্ৰমোদ আকুল প্ৰাণ ;
আজি সপ্তম সুৰেৰে মোহিনী মধুৰ
ধ্বনিছে ললিততান ;

আজি প্ৰীতিৰ লহৰী স্নেহৰ উজান
বলিছে এনেই চোৰাঁ ;
আজি গগনে গগনে শ্যামল নীলিমা
সুন্দৰ আশাৰ ভৰা ;
আজি কেউপিনে চোৰাঁ মঙ্গল মধুৰ
বিধিৰ করুণা ৰাশি ;
আজি পৰাণত খালি শুদ্ধ বিমল
শান্তি উঠিছে ভাহি ;
আজি কোটি সুখসমে লোৱা ভালপোৱা
স্বৰগৰ উপহাৰ ;
আজি সকলো বাসনা সাৰ্থক হওক
লোৱাহি প্ৰেমৰ ধাৰ ;
আজি সকলোৱে মিলি আনন্দ মনেৰে
মাগি লওঁ এই বৰ ;
আজি 'দুৰ্গা-কেশদা' মিলন মধুত
ভৰে যেন চৰাচৰ ।

তোমাৰ বন্ধু
শ্ৰীদেবেন

## ৪. কামৰূপ সংস্কৃত কলেজৰ অভিনন্দন পত্ৰ

শ্ৰীশ্ৰীকামৰূপেশ্বৰী বিজয়তে

প্ৰস্তাবিত কামৰূপ সংস্কৃত কলেজ-সম্মেলনে সমাগতানাং তত্ৰভৱতাং
ৰায়বাহাদুৰ শ্ৰীযুক্ত দুৰ্গেশ্বৰ শৰ্মা, বি. এল্.
এক্সাইজ কমিশ্যনাৰ মহোদয়ানাং,

স্বাগতাভিনন্দনম্

বেদান্তে ব্ৰহ্মৰূপা ফণিপতি-ভণিতে চেশ্বৰী যোগশাস্ত্ৰে,
মীমাংসায়াঞ্চ কৰ্ম প্ৰকৃতিৰিতিমতা কাপিলে দৰ্শনে চ ।

ন্যায়ে কর্ত্রী তথা যা কণভুগাভিহিতে দর্শনে সুপ্রসিদ্ধা,
বিদ্যাগাৰে শুভেচ্ছাঃ বিতৰতু কুশলং কামৰূপেশ্বৰী সা ॥

স্বীয়ং কর্মচয়ং বিহায় মতিমন্! সম্মিলনেঽস্মিন্ মুদা,
হে মান্য! স্বপদার্পণেন নিতৰাং শ্রদ্ধাপ্রকাশঃ কৃতঃ।
হৃদ্যং শ্রীমুখপদ্মতঃ সমুদিতং বাক্যামৃতং শান্তয়ে,
পাতুং কর্ণৰসায়নং খলু বয়ং সুস্বাগতং কুর্মহে ॥

আসামস্য সুশাসনে তব মতিঃ তস্যোন্নতৌ সর্বদা,
ভ্রামং ভ্রামমনেকধা বিহৰসে কার্য্যানুসন্ধিৎসয়া।
সাধুনাং চৰিতং বিভাতি নিতৰাং সদ্বংশজানাং মুদা,
স্বীকৃত্য ভ্রমণং সদা ব্যজনবৎ সন্তাপহাৰং ভবেৎ ॥

আস্যে স্নিগ্ধং মধুৰবচনং চাধৰে মন্দহাসঃ,
কার্য্যে নিষ্ঠা সততমচলা স্নিগ্ধভাবৈর্বিভাতা।
বাণীনদ্ধা বদনবিবৰে নির্মলে জ্ঞানগর্ভে,
যস্যোৎসঙ্গে চপলকমলা যাতি মুগ্ধা স্থিৰত্বম্ ॥

ব্রহ্মন্ শঙ্কৰ! লীলায়াহি জগতো নাশায় দুঃখত্রয়ং,
দুর্গাত্রাণ কৃতে চ সিদ্ধিমোদকং ধুস্তূাহিফেনং মুদা।
সংকীর্ণার্থচয়ং বিহায় নিতৰাং বিস্তাৰিতার্থী কৃতং,
যদ্ দুর্গেশ্বৰ দেবশর্মকমিদং নাম ত্বয়া ভূষিতম্ ॥

অসম জননি যোগ্যজ্ঞানবৃদ্ধাগ্রপুত্র!
চৰণকমলদানাৎ মেলনে যৎ ত্বয়াত্র।
কৃতমতিসুখপূর্ণং প্রার্থনা নস্তদেষা,
স্মৰণপথমতীতাস্তে বয়ং নো ভবামঃ ॥

১৮৬১ শকাব্দীয়
পৌষ মাসস্য
—দিবসীয়া লিপিৰেখা।
বজালী।

কামৰূপ-সংস্কৃত-কলেজ-সমিতি
পক্ষতঃ প্রদত্তমিদম্।

## ৫. সৰিতা সভাৰ অভিনন্দন পত্ৰ

নিবেদন,

আধুনিক অসমীয়া সাহিত্যিকসকলৰ যি কেইগৰাকী আধ্যাত্মিক ভাবৰ কবিতা লিখক, যি কেইজনা দাৰ্শনিক কবি, সেইসকলৰ ভিতৰত আপোনাক দেখিবলৈ পাওঁ আগ শাৰীত। আপোনাৰ 'অঞ্জলি', 'নিবেদন' তাৰ প্ৰমাণ। কবিতাত নৱজীৱনৰ দৰ্শন আপুনি একেবাৰতে ফুটাই তুলিলে এইদৰে :

"জ্ঞানৰ জিৰণি ন'ই ন'ইৰ সাগৰ,
অনন্ত জিৰণি কিন্তু নৱজীৱনৰ।"

ডেপুটি কমিশ্যনাৰ, Director of Land Records আদি উচ্চ চৰকাৰী বিষয়বোৰ নিয়াৰিকৈ সমাধা কৰি তাৰ মাজতে আজৰি উলিয়াই আপুনি চালুকীয়া অসমীয়া সাহিত্যভঁৰালৈ কাব্য আৰু নাট্য সাহিত্যৰ যি অৱদান যোগাইছে সি অসমীয়া সাহিত্যত আপোনাৰ কীৰ্তি সদায় জিলিকাই ৰাখিব। আপোনাৰ 'পাৰ্থ-পৰাজয়', 'বালী বধ', 'চন্দ্ৰাৱলী' আদি নাটসমূহে এদিন অসম ৰঙ্গমঞ্চৰ ইমূৰৰপৰা সিমূৰলৈকে ৰসেৰে বোৱাই দিছিল, নাট্যামোদীসকক আমোদেৰে বাউল কৰি তুলিছিল।

আজি গুৱাহাটী সৰিতা সভাৰ তৰফৰপৰা আপোনাক অভিনন্দন জনোৱা হৈছে : ভগৱানে আপোনাক দীৰ্ঘায়ু কৰক. আপোনাৰ মঙ্গল কৰক, ভাষা-জননীৰ সেৱা কৰিবলৈ আপোনাৰ দেহ আৰু মনত অসীম শকতি দিয়ক।

ইতি

সৰিতা সভা, গুৱাহাটী
শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য, সম্পাদক
শ্ৰীৰঘুনাথ চৌধাৰী, সভাপতি

গুৱাহাটী
১৮।৬।৫৪

# কবিতা সূচী